# অঙ্গৰাগ

ৰাম গোস্বামী




সাহিত্য-প্ৰকাশ
ট্ৰিবিউন বিল্ডিংছ
গুৱাহাটী—৭৮১০০৩

**ANGARAGA :** The Book of Beauty—some aspects of ancient Cosmetics and Perfumery with particular reference to Assam, written by Ram Goswamee and published by Sahitya-Prakash, Tribune Buildings, Gauhati—781003. March. 1981.
Price Rupees Twenty only.

---

প্ৰকাশক :

**সাহিত্য-প্ৰকাশ**

ট্ৰিবিউন বিল্ডিংছ

গুৱাহাটী—৭৮১০০৩ ॥

প্ৰথম প্ৰকাশ : মাৰ্চ, ১৯৮১ ।

মূল্য : **২০·০০ টকা** ॥

বেটুপাতৰ অঙ্গসজ্জা : ত্ৰৈলোক্য দত্ত ॥

ছপাশাল : ট্ৰিবিউন প্ৰেছ, গুৱাহাটী—৭৮১০০৩ ॥

# ভূমিকা

ডেৰকুৰি বছৰৰো আগৰ কথা, মোৰ দুজন ছাত্ৰই লগ লাগি জীৱনী এখন ৰচনা কৰিবলৈ লৈছিল আৰু মই এওঁলোকক উদগনি আৰু সবলেৰে যথাশক্তি সহায় কৰিছিলোঁ। এওঁলোকৰ এজনে জীৱিকাৰ পথ বিচাৰি পালে অধ্যাপনাত। আনজন হ'লগৈ গ্ৰন্থাগাৰিক—আগৰ দিনৰ যেনিবা গন্ধিয়া বৰুৱা, কিন্তু এওঁৰ আছিল সৃজনীমূলক প্ৰতিভা। নৃত্য, নাট্য আৰু ৰসগ্ৰহণৰ ভিৰিয়তে তেওঁৰ প্ৰতিভাই বাট বিচাৰি পালে। প্ৰথমজন হ'ল গুৱাহাটী বিশ্ববিদ্যালয়ৰ ড° উপেন্দ্ৰ চন্দ্ৰ গোস্বামী আৰু ইজন হ'ল শ্ৰীৰাম গোস্বামী। পিছে ৰাম গোসাঁয়ে মোক এতিয়াহে মস্কিলত পেলালে, কিয়নো যিখন কিতাপ ৰচনা কৰিবলৈ মই তেওঁক উচটাইছিলোঁ সেইখনত কলাসুলভ মনোবৃত্তি, অধ্যয়ন আৰু চিন্তাৰ এনে সমাবেশ ঘটিছে যে তাৰ ওপৰত মন্তব্য কৰি ভূমিকা নাইবা পাতনি লিখিবৰ মোৰ অধিকাৰ নাই যেন বোধ কৰিছোঁ। 'অঙ্গৰাগ' সম্বন্ধে তেওঁ যিমান চিন্তা-চৰ্চা কৰিছে, এই বিস্তৃত বিষয়ত তেওঁ যিমান জ্ঞান আহৰণ কৰিছে, সিমানখিনি আন কোনো অসমীয়া পণ্ডিতে ইমানদিনে কৰা নাছিল।

সভ্যতাৰ বুৰঞ্জীয়ে চুকি নোপোৱা কালত মানুহৰ যাই সমস্যা আছিল জীয়াই থকা, বতি থকা, এনেস্থলত অতি প্ৰাচীন কালৰপৰা মানুহৰ মনত আকৰ্ষণীয় হবৰ কামনা, নিজক সজাই-পৰাই তুলিবৰ কামনা, কেনেকৈ উপজিল কবলৈ টান, অথচ এনে প্ৰৱণতাৰ চিন পাওঁ আমি প্ৰাচীন কালৰ চিত্ৰ নাইবা মূৰ্তিবিলাকলৈ লক্ষ্য কৰিলে। চৰাইৰ মাজত মতাটোৰ পাখি সৰহ উজ্জ্বল নাইবা ৰঙচঙীয়া, মানুহৰ মাজত দেখিবলৈ পোৱা যায় নাৰী হ'ল সৌন্দৰ্য্য সাধনত আগবঢ়া আৰু আনহাতে সৌন্দৰ্য্যৰো প্ৰতীক। খৃষ্টপূৰ্ব তিনি হেজাৰ বছৰমানৰপৰা ইজিপ্ট দেশত কি পিন্ধিছিল, কেনেকৈ পিন্ধিছিল, ডা-ডাঙৰীয়াই মূৰত পিন্ধা পৰচুলা নাইবা চুলি মেলোৱা ভঙ্গী, থুতৰিত লগাই লোৱা ডাঢ়ি, মাইকী মানুহে শৰীৰৰ ওপৰভাগত ওলোমাই লোৱা মালা নাইবা ৰঙীণ পটি, গাত ঘঁহা সুগন্ধি, ভুৰু আৰু চকু দীঘল কৰিবৰ অৰ্থে ব্যৱহাৰ কৰা ক'লা ৰং (তুঃ কোল, চুৰমা, অঞ্জন), চকুৰ পতাত সনা সেউজীয়া ৰহণ, নখত সনা হালধীয়া নাইবা ইটা ৰৰণৰ হেনা, ইত্যাদি সম্পৰ্কে

জানিবৰ উপায় আছে। ইমান কি, পেটৰ ভোকত কলমলাই থকা বনুৱায়ো তাৰ দুখ বৰ্ণাবৰ সময়ত আহাৰৰ লগতে গাত সানিবলৈ যে তেলৰ দৰ্কাৰ এই কথা নাপাহৰিছিল। অৱস্থাপন্ন শ্ৰেণীৰ মতা আৰু মাইকীয়ে ডিঙিত হাৰ আৰু বাহু আৰু হাতত খাৰু পিন্ধিছিল, ভৰিৰ খাবগাঁঠিত পিন্ধা অলঙ্কাৰো আছিল। মাইকী মানুহে নকলী ফুলো পিন্ধিছিল। ইজিপ্টৰ দৰে চুমেৰিয়া আদি অঞ্চলতো বিচিত্ৰ অলঙ্কাৰ তৈয়াৰ হৈছিল। এইবিলাকৰ অলপ-অচৰপ মই পেৰিচ আৰু লণ্ডন চহৰৰ মিউজিয়ামত দেখিবলৈ পাইছিলোঁ।

ৰাম গোসাঁয়ে খ্ৰীঃ পূঃ পঞ্চম শতিকাৰ বুৰঞ্জীবিদ এজনক স্মৰণ কৰিছে এইদৰে: "অলঙ্কাৰ-পাতি ধাৰণ কৰাটো সভ্যতাৰ এক বলিষ্ঠ পদক্ষেপ বুলি খ্ৰেচিয়ানসকলৰ বৰ্ণনাত হিৰোডটাছে কৈছিল।" হিৰোডটাছক "বুৰঞ্জীৰ পিতৃ" আখ্যা দিয়া হৈছে আৰু এওঁৰ মন্তব্যাৱত চিন্তাৰ সামগ্ৰী নথকা নহয়। গোসাঁয়ে প্ৰাচীন সভ্যতাৰ কেন্দ্ৰ ইজিপ্ট বেবিলন, চীন আদি দেশত কি ধৰণে সৌন্দৰ্য্য চৰ্চা চলিছিল তাৰ আভাস দিবলৈ যত্ন কৰিছে (মধ্যপ্ৰাচ্যৰ মহামাতৃ দেৱী যাৰপৰা দুৰ্গা আদি ওলাইছে—তেওঁ সৌন্দৰ্য্যৰো দেৱী আছিল)। প্ৰাচীন ভাৰতৰপৰা অসমলৈকেও তেওঁৰ কৌতূহলী মনে সঞ্চাৰ কৰিছে। অসমীয়া গীত-পদত বিভিন্ন ফুলৰ যি পয়োভৰ, ফুলৰ যি সামাজিক নাইবা প্ৰতীকী প্ৰয়োগ, পুৰণি অসমৰ বিভিন্ন সুগন্ধি সেইবিলাক কেনেকৈ যুগুতোৱা হৈছিল, আনকি আধুনিক চাবোন শিল্পত শাল গছৰ গুটিৰ তেলৰ প্ৰয়োজনীয়তা, মূৰ মেলোৱাৰ বিচিত্ৰ ভঙ্গী, তিলক বা ফোঁটৰ ব্যৱহাৰ, আদি বহুতো বিষয়ত তেওঁ আলোকপাত কৰিছে। ধৰ্মীয় আচাৰ, লোকাচাৰ, সৌন্দৰ্য্যৰ অৰ্থে চলা আচাৰ বা ফেছন আদি বিষয়ত কিতাপখনত যথেষ্ট জানিবলগীয়া আৰু ৰস লগা তথ্য পায়। এটি উদাহৰণ দিবলৈ হলে:

> আহোম ৰাজবংশৰ কেশৱকান্ত সিংহ আৰু কন্দৰ্পেশ্বৰ সিংহৰ ৰাণী দুগৰাকীৰ বাবে নানান উপাদানেৰে এবিধ পমেটম আৰু চুলিৰ সৌন্দৰ্য্য বঢ়োৱা এবিধ গোন্ধতেল প্ৰস্তুত কৰিছিল। এই পমেটমত থকা সুমথিৰা টেঙাৰ বাকলি, শ্বেত বেহাৰ অৰ্থাৎ বগা সৰিয়হৰ ফুল, পিৰিকা শাকৰ ফুল, কেঁচা হালধিৰ ৰস, অগৰু চন্দনৰ গুড়ি শুদ্ধ গৰু ঘিউত উতলাই প্ৰস্তুত কৰাৰ প্ৰথা আছিল।

চুলিৰ বাবে যি তেল উলিয়াইছিল তাত গাজ ওলোৱা মাটিমাহ, ভীমকল গছৰ ৰস, ঔটেঙাৰ ৰস, খিলাৰটা, গুণৰাজ, ভীমৰাজ, কেঁহৰাজ, মুঠা, গন্ধবিৰিণা, শতমূল, কেঞাবনৰ গুটি, নিখিগুটি, শগুণীলতা, বাঘ আঁচোৰা বন, পধালি কোমোৰা, চালকুঁৱৰী, কলডিল প্ৰভৃতি খুন্দি খেতেলি ৰস উলিয়াই শুদ্ধ সৰিয়হৰ তেলত গৰম কৰি সুগন্ধিজাত তেল প্ৰস্তুত কৰাৰ নিয়ম আছিল।

এইখিনিতে মোৰ নিজৰ কথা এটা মনত পৰিছে। মোৰ অধ্যাপনা জীৱন আৰম্ভ হৈছিল যোৰহাটৰ জে. বি. কলেজত—১৯৪৪-৪৫ চনত। সেই সময়ৰ কথা। এদিন নাপিতে চুলি কাটি থাকোঁতে মোৰ মূৰত দুডাল পকা চুলি পালে। কথাটোৱে মোক অলপ দুখ দিলে; কাৰণ মোৰ বয়স তেতিয়া ২৩।২৪। মই তেতিয়াৰপৰা ধঁহিৰলৈ ললোঁ তিলৰ তেল। মূৰত ধঁহা আয়ুৰ্বেদীয় যিবিলাক তেল আছে প্ৰায় সকলোবিলাকৰে বাই উপাদান হ'ল তিলৰ তেল (তেল আৰু তৈল শব্দও 'তিল'ৰ পৰা ওলোৱা)।

গি যি নহওক, সমাজ বুৰঞ্জীৰ এটি আৱশ্যকীয় দুটিৰ প্ৰতি আমাৰ দৃষ্টি আকৰ্ষণ কৰা কাৰণে আৰু আমাৰ ভাষাৰ অভাৱ এটি পূৰ্ণ কৰিবলৈ কৰা যত্নৰ কাৰণে ৰাম গোসাঁই আমাৰ শলাগৰ পাত্ৰ। আশা কৰিছোঁ 'অঙ্গৰাগে' পাঠকৰপৰা সমাদৰ লাভ কৰিব।

গুৱাহাটী বিশ্ববিদ্যালয়
২২-২-৮১

শ্ৰীপ্ৰফুল্লদত্ত গোস্বামী

# নিবেদন

বৰ্তমান সমাজত অঙ্গৰাগ সম্পৰ্কে বিশদ আলোচনাৰ যে প্ৰয়োজন আছে আশা কৰোঁ সেইকথা কোনেও অস্বীকাৰ নকৰে। ধৰ্ম, সমাজ, সভ্যতা আৰু সংস্কৃতিৰ লগত প্ৰসাধন আৰু সুগন্ধি দ্ৰব্যৰ সম্বন্ধ প্ৰাচীন কালৰেপৰা বিৰাজমান। ভাৰতবৰ্ষকে ধৰি গ্ৰীচ, ৰোম, মিছৰ, ইংলণ্ড আদি দেশবোৰৰ সামাজিক ইতিহাসত উল্লেখযোগ্য ঠাই অধিকাৰ কৰি প্ৰসাধন আৰু সুগন্ধি দ্ৰব্যই একো একোটা যুগৰ লাহ-বিলাসৰ বাৰ্তা, ৰুচি-অভিৰুচিৰ নিৰ্ণয়, যথাৰ্থ মূল্য, সৌন্দৰ্য্যবোধ প্ৰভৃতি দাঙি ধৰিছে। অঙ্গৰাগৰ বিষয়ে ভাৰতীয় সাহিত্যত উপাদানৰ অভাৱ নাই। প্ৰাচীন সাহিত্যৰ অনেক বৰ্ণনাত অঙ্গৰাগৰ উপভোগ্য আনন্দৰস বিদ্যমান। এইবোৰ সমলে মোক আকৃষ্ট কৰিছিল আৰু অসমীয়া ভাষাৰ এই বিষয়টোকে কেন্দ্ৰ কৰি এখন কিতাপ লিখিবলৈ প্ৰেৰণা যোগাইছিল। সুপ্ৰসিদ্ধ গৱেষক ড° পৰশুৰাম কৃষ্ণ গোড়ে আৰু বিখ্যাত বুৰঞ্জীবিদ ড° মোতীচন্দ্ৰৰ ভাৰতীয় সুগন্ধি দ্ৰব্য আৰু প্ৰসাধন পদ্ধতিৰ ওপৰত সুগুত কৰা মূল্যবান গ্ৰন্থসমূহ পঢ়ি মোৰ চিন্তা আৰু প্ৰস্তুতিয়ে আগবাঢ়ি যাবলৈ দুগুণ উৎসাহ পালে। সেইবাবে, প্ৰথমেই মই এই ব্যক্তি দুজনাক কৃতজ্ঞ চিত্তেৰে স্মৰণ কৰিছোঁ। মোৰ কিতাপত অৱশ্যে তেখেতসকলৰ দৰে গৱেষণাভিত্তিক আলোচনা নাই। এক সাধাৰণ বিচাৰমূলক দৃষ্টিৰেই মই মোৰ 'অঙ্গৰাগ' লিখি উলিয়াইছোঁ, গৌৰৱ কৰিব লগা একো নাই। বিষয়বস্তুৰ ব্যৱসায়িক দিশত মোৰ জ্ঞান বা অৰ্হতা নাই, মই প্ৰসাধন শিল্পত বিশেষজ্ঞও নহওঁ। মোৰ বিচাৰ আলোচনাত ত্ৰুটি-বিচ্যুতি থকাটো অসম্ভৱ নহয়, কিন্তু মই আশা কৰিছোঁ যে ৰসগ্ৰহণৰ ফালৰপৰা মোৰ আলোচনা অসাৰ্থক নহ'ব। প্ৰবন্ধ আকাৰে কেইটামান বিষয় প্ৰায় পোন্ধৰ বছৰৰ আগতে সেই সময়ৰ জনপ্ৰিয় মাহেকীয়া আলোচনী 'ৰামধেনু'ত ওলাইছিল। কিছুদিনৰ আগতে অসম প্ৰকাশন পৰিষদৰ মাহেকীয়া আলোচনী 'প্ৰকাশ'তো মই দুটামান এনে ধৰণৰ প্ৰবন্ধ লিখিছিলোঁ। প্ৰবন্ধকেইটা পঢ়ি বহুতো বন্ধুৱে মোক উৎসাহ দিছিল আৰু কিতাপৰ আকাৰত 'অঙ্গৰাগ'ক ৰূপ দিবলৈ পৰামৰ্শ দিছিল। কিতাপৰ ৰূপ ধাৰণ কৰোঁতে 'অঙ্গৰাগ'ত কেইবাটাও নতুন বিষয় যোগ দিয়া হ'ল, অতীতৰ লগতে বৰ্তমানৰো অনেক প্ৰসঙ্গ অবিচ্ছেদ্যভাৱে সোমাই পৰিল।

কিতাপখন যুগুত কৰোঁতে অনেক গ্ৰন্থ মই পঢ়িব লগা হৈছিল। অনেকৰপৰা মই লাভৱান হৈছোঁ, অনেকৰ বৰ্ণনা মই গ্ৰহণ কৰিছোঁ। য়ুৰোপীয় দেশসমূহৰ প্ৰাচীন অলংকাৰ সম্পৰ্কীয় কাহিনীসমূহৰ ক্ষেত্ৰত Aytoun Elliesৰ ইতিহাসমূলক গ্ৰন্থ The Essence of Beautyৰ ওপৰত নিৰ্ভৰ কৰিছোঁ। অৰুণাচল প্ৰদেশৰ বৰ্ণনাত ব্যৱহাৰ কৰা জনজাতি-সকলৰ ছবিকেইখন শ্বিলঙত থকা মোৰ বন্ধু শ্ৰীজে. এন. চৌধুৰীৰপৰা পাইছোঁ আৰু কেশ-বিন্যাসৰ ছবিকেইখনমান প্ৰাক্তন লোকসভাৰ সদস্যা শ্ৰীমতী ইলা পাল চৌধুৰীৰ কিতাপৰপৰা ব্যৱহাৰ কৰিছোঁ। এই সকলো ব্যক্তিকে মই কৃতজ্ঞতা জনাইছোঁ।

মোৰ কিতাপখনৰ ভূমিকা লিখিছে ড° প্ৰফুল্লদত্ত গোস্বামীদেৱে। গোস্বামী ছাৰৰপৰা মই সদায় উৎসাহ পাই আহিছোঁ। কিতাপখন লিখোঁতে ছাৰ আছিল মোৰ পথপ্ৰদৰ্শক। ড° হেমন্ত কুমাৰ শৰ্মা, ড° ধৰ্মেশ্বৰ চুতীয়া, কলা-সমালোচক কবি নীলমণি ফুকন, সহকৰ্মী শ্ৰীঅভয়চৰণ বৰকটকী, শ্ৰীহেমৰথ বৰ্মণ আৰু শ্ৰীৰতন শৰ্মাৰপৰা মই সততে সহায় পাইছিলোঁ। ৰাজ্যিক পুথি-ভঁৰালৰ শ্ৰীপ্ৰদীপ হাজৰিকা, শ্ৰীসমৰ দাস, শ্ৰীমতী ৰীতা দাস আৰু শ্ৰীমতী ইলা জামালে কিতাপখন কপি কৰাত আৰু মই বিচৰা তথ্য-পাতি উলিয়াই দিয়াত সহায় কৰিছিল। এই সকলোটিকে মই ধন্যবাদ জনাইছোঁ।

গুৱাহাটীৰ প্ৰসিদ্ধ প্ৰকাশক 'সাহিত্য-প্ৰকাশে' কিতাপখন ছপা কৰি ৰাইজৰ আগলৈ উলিয়াই দিছে। প্ৰকাশৰ দায়িত্ব বহন কৰাৰ বাবে অনুষ্ঠানৰ গুৰিয়াল-সকললৈ মোৰ আন্তৰিক শলাগ লৈছোঁ। সাহিত্য-প্ৰকাশৰ উৎসাহী ব্যক্তি শ্ৰীৰজনীকান্ত দেৱ শৰ্মাই কিতাপখনৰ অলংকৰণত অশেষ কষ্ট স্বীকাৰ কৰিছে। তেওঁ মোৰ প্ৰশংসাৰ পাত্ৰ। এটা কথা উল্লেখ কৰিব খুজিছোঁ যে কিতাপখন ছপা হৈ ওলোৱাৰ পিছত কেইটামান ভুল চকুত পৰিছে। যেনে, ২ পৃষ্ঠাত বিলোপিতৰ ঠাইত হব লাগিছিল বিলোলিত, ৬৯ পৃষ্ঠাত স্কন্ধৰ ঠাইত হব লাগিছিল স্কন্দ, ১০৯ আৰু ১৩৩ পৃষ্ঠাত জাংক্ৰাইৰ ঠাইত হ'ব লাগিছিল জাংকাই আৰু ১১৯, ১৩১ পৃষ্ঠাত কেজিপানিৰ ঠাইত হ'ব লাগিছিল ক্ৰেজি-প্যানি (গুলচি ফুল)। এই আসোঁৱাহ ছপাৰ ভুল বুলি ধৰি মোৰ দোষ মাৰ্জনা কৰিব বুলি আশা কৰিলোঁ।

এই কিতাপখনে উৎসাহী, উৎসুক আৰু ৰসিক পাঠকৰ সমাদৰ লাভ কৰিলে মোৰ পৰিশ্ৰম সাৰ্থক হব।

ৰাজ্যিক কেন্দ্ৰীয় পুথিভঁৰাল
গুৱাহাটী, ২৮ মাৰ্চ, ১৯৮১

[signature]

# সূচীপত্ৰ

| বিষয় | পৃষ্ঠা |
|---|---|
| ভাৰতীয় সাহিত্যত অঙ্গৰাগৰ স্থান | ১-২২ |
| প্ৰাচীন অসমৰ সুগন্ধি আৰু প্ৰসাধন সামগ্ৰী | ২৩-৩৫ |
| জেতুকা | ৩৬-৪২ |
| অঙ্গৰাগত গোলাপ ফুল | ৪৩-৫২ |
| তিলক পৰিধান | ৫৩-৭০ |
| কেশবিন্যাস | ৭১-৮৩ |
| অৰুণাচলৰ জনগোষ্ঠী | ৮৩-৯১ |
| নগা জনগোষ্ঠী | ৯১-৯২ |
| পূৰণি অসমীয়া সমাজত অঙ্গৰাগ | ৯৩-৯৭ |
| অন্যান্য দেশত অঙ্গৰাগ | ৯৮-৯৯ |
| মিছৰীয় সভ্যতাত অঙ্গৰাগ | ৯৯-১০৯ |
| গ্ৰীচ আৰু ৰোমান সভ্যতাত অঙ্গৰাগ | ১১০-১২৭ |
| ইটালী আৰু ফ্ৰান্স | ১২৮-১৩৪ |
| ইংলণ্ড | ১৩৫-১৫১ |
| চীনদেশ | ১৫২-১৬২ |
| অঙ্গৰাগৰ প্ৰয়োজনীয়তা | ১৬৩-১৭৪ |
| অঙ্গৰাগত সুগন্ধী আতৰ | ১৭৫-১৮৪ |
| ভাৰতবৰ্ষত প্ৰসাধন শিল্প | ১৮৫-১৯৪ |
| পৰিশিষ্ট : গ্ৰন্থ-পঞ্জী | ১৯৫-১৯৭ |
| নিৰ্ঘণ্ট | ১৯৮ ২০৯ |
| কিতাপত উল্লেখিত প্ৰাচীন গ্ৰন্থ | ২১০ |
| চিত্ৰ-পৰিচয় | ২১১-২১৩ |
| চিত্ৰ-প্ৰদৰ্শন | |



তন্বী শ্যামা শিখরি দশনা
পক্ক বিম্বাধরোষ্ঠী।
মধ্যে ক্ষামা চকিত হরিণী প্রেক্ষণা
নিম্ননাভিঃ।

– কালিদাস-মেঘদূত

# ভাৰতীয় সাহিত্যত অঙ্গৰাগৰ স্থান

প্ৰাচীন ভাৰতত সৌন্দৰ্য্য-চৰ্চা এক উল্লেখযোগ্য বিষয়বস্তু। সুগন্ধি-যুক্ত বিভিন্ন গছ-বন, তৃণ-তৰু, ফল-ফুলৰ বাবে ভাৰতবৰ্ষ সুপ্ৰসিদ্ধ। যোৱা তিনি হাজাৰ বছৰ ব্যাপি ব্যৱহৃত হোৱা বিভিন্ন সুগন্ধিজাত দ্ৰব্য আৰু অঙ্গ-সৌষ্ঠৱৰ বিষয়ে ভাৰতীয় সাহিত্যত বহুতো সমল আছে। সৌন্দৰ্য্যৰ আধাৰ স্বৰূপ শৰীৰক ৰূপ-লাৱণ্যৰ নিত্য-নতুন ৰূপেৰে পৰিস্ফুট কৰিবলৈ পুৰুষ-নাৰী উভয়ে অপাৰ যত্ন কৰিছিল। পুৰুষ আৰু নাৰীৰ সৌন্দৰ্য্য যথাৰ্থতে বেলেগ যদিও পৰস্পৰে পৰস্পৰক আকৰ্ষণ কৰিবলৈ শৰীৰ চৰ্চা কৰাৰ প্ৰয়োজন হৈছিল। বিশেষকৈ নাৰীক সৌন্দৰ্য্যৰ প্ৰতীকৰূপে ভাৰতীয় চিন্তাধাৰাত আগভাগ দিয়া হৈছিল। নাৰীৰ অঙ্গ-প্ৰত্যঙ্গৰ যথোচিত সন্নিবেশ কৰি ভাৰতীয় কবিসকলে সৰ্ব-সৌন্দৰ্য্যৰ আধাৰ বিচাৰি পাইছিল। কালিদাস, ভৱভূতি, মাঘ, বানভট্ট ক্ষেমেন্দ্ৰ প্ৰভৃতি কবিসকলে নাৰী বন্দনাত ৰূপ, ৰস, গন্ধ, স্পৰ্শ, ভোগ, ঐশ্বৰ্য্য আৰু চিৰন্তন আনন্দৰ অক্ষয় ভাণ্ডাৰ নাৰী চৰিত্ৰৰ অপূৰ্ব মহিমা বৰ্ণনা কৰিছে।

মহাকবি কালিদাসৰ অমৰ কাব্য 'মেঘদূত'ত অলকাপুৰীৰ যক্ষীৰ ৰূপৰ বৰ্ণনা অতি মনোৰম—

তন্বী শ্যামা শিখৰিদশনা পক্কবিম্বাধৰোষ্ঠী
মধ্যে ক্ষামা চকিতহৰিণীপ্ৰেক্ষণা নিম্ননাভিঃ।
শ্ৰোণীভাৰাদলসগমনা স্তোকনম্ৰা স্তনাভ্যাং
যা তত্ৰ স্যাদ্‌যুৱতিবিষয়ে সৃষ্টিৰাদ্যেৱ ধাতুঃ ॥

ৰুক্মাধৰ বৰুৱাৰ অসমীয়া অনুবাদো অত্যন্ত সাৱলীল—

লাহি দেহাখনি তৰুণ যুৱতী
দাঁত গুটি গুটি মুকুতা পাৰি।
ভয়ত চকিতা হৰিণীৰ দৰে
বিলোপিত গতি নয়ন দুটি॥
পকা বিম্ব যেন ৰঙা ওঁঠ দুটি
স্তনৰ ভৰতে দেহাটি হালে।
সুগভীৰ নাভি সুলাহি কঁকাল
নিতম্ব ভৰত ধীৰেৰে চলে॥
যুৱতী সৃজোঁতে বিধাতা পুৰুষে
যাক আঁহি কৰি সৰজি ললে।
সেই মূৰুতিকে দেখা পাবা তুমি
বিৰাজে ঘৰৰ ভিতৰ ফালে॥

যক্ষিণীৰ দেহ-ভঙ্গিমাত কবিয়ে নৃত্যৰ লয়লাস বিচাৰি পাইছিল আৰু পাইছিল চকুৰ দৃষ্টিত হৰিণীৰ চঞ্চলতা, অধৰ যুগলত পকা বিম্বফলৰ (জেতুলি পকা, কোৱাভাতুৰী) দৰে ৰঙচুৱা বোল, স্তন যুগলত পূৰ্ণ যৌবনৰ মাদকতা, পৃথিৱীৰ সকলো সুন্দৰী সৃষ্টি কৰোঁতে বিধাতাই যেন যক্ষীৰ ৰূপ-লাৱণ্যকে আঁহি কৰি লৈছে।

'ৰুক্মিণী হৰণ' কাব্যত ৰুক্মিণীৰ অঙ্গৰাগ বৰ্ণনা কৰোঁতে মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে লিখিছিল—

প্ৰবন্ধে বান্ধিলা টানি উচ্চ কৰি খোপা।
মালতী ফুলৰ ভিতৰত দিলা থোপা॥
শিখত সিন্দুৰ আগৰৰ দিলা ফোঁট।
কৰ্ণে খঞ্জখিলি, শিৰে পিন্ধিলা মুকুট॥
চাৰু চাকিশলা জ্বলে উপৰ কৰ্ণত।
ৰত্নময় গলপতা, গুলিয়া গলত॥
সুবৰ্ণে খচিত গলে সাতসৰী হাৰ।
হৃদয়ত জ্বলৈ জিলিমিলি পেচন্দাৰ॥

বাহুত সুবৰ্ণটাৰ, কৰত কঙ্কণ।
দুই হাতে দেখি শাঙ্খ দেৱাঙ্গ ভূষণ ॥
কপালত জ্বলৈ আতি সুবৰ্ণৰ জেঠি।
দশো আঙুলিত জাম্প সোণাৰ আঙুঠি ॥
ৰত্নৰ নূপুৰ পাৱে ৰুণুজুন বাজে।
পয়ানক লাগে যেন কামদেৱ সাজে ॥
কাচি পাৰি আটাইলা ৰুক্মিণী মহাসতী।
শঙ্কৰৰ ভাৰ্য্যা যেন দেখিয় পাৰ্ব্বতী ॥

অয়-অলঙ্কাৰে সুশোভিত ৰুক্মিণীৰ চকুৰ চাৱনিত অমৃত নিজৰে, মুখৰ মিচিকি হাঁহিত সৰগৰ ফুল সৰে। শ্ৰীচন্দ্ৰ ভাৰতী বিৰচিত ‘কুমৰ হৰণ’ কাব্যত নৱযৌৱনা উষাৰ ৰূপ-লাৱণ্যৰ বৰ্ণনা দিওঁতে কবিয়ে পৃথিৱীৰ সকলো সৌন্দৰ্য্য যেন বিচাৰি পাইছে—

বিচিত্ৰ অঙ্গত আছে অলঙ্কাৰ পান্তি।
চিকিমিকি কৰে যেন চন্দ্ৰমাৰ কান্তি ॥
পূৰ্ণিমাৰ শশী সম বদন প্ৰকাশে।
জ্বলি যায় কামানল মুচুকিয়া হাসে ॥
অধৰক বিম্বফল বুলিবাক পাৰি।
দশন পঙ্কতি যেন মুকুতাৰ শাৰী ॥
হৃদয়ত দুইস্তন দেখি কৌতূহল।
যেন অভিনৱ ডাড়িম্বৰ দুই ফল ॥
ক্ষীণ দেহা কুমাৰীৰ মধ্যে হালে কায়।
বতাসতে লৰে আতি ভাগি নপৰয় ॥
উৰু-কৰি-কৰ সম বলিত সুহায়।
গমনত যেন ৰাজহংসিনী পৰায় ॥
নাসা তিলফুল যেন দেখিতে শোভন।
বলিত বৰ্ত্তুল উৰু বহল জঘন ॥
ৰাজহংস গমনে চলয় ধীৰে ধীৰ।
ৰূপ দেখি পুৰুষৰ মন নোহে থিৰ ॥

সুন্দৰী সীতাৰ অঙ্গ-সৌষ্ঠৱৰ বৰ্ণনা অনন্ত ৰামায়ণত আছে—

সোণৰ পুতলি তনু ভ্ৰূযুগ মদন ধনু
নাসা নিন্দে যেন তিলফুল,
নেত্ৰ নীলোৎপল সম বাহু দুই নিৰমল
যোলান নাহিকে যাৰ তুল।

সীতাৰ ভুবন ভুলোৱা ৰূপে শ্ৰীৰামচন্দ্ৰক মোহিত কৰিছিল। অপাৰ সৌন্দৰ্য্যৰ অধিকাৰিণী, বিশ্ববন্দিতা সীতাদেৱী যুগে যুগে সুন্দৰৰ প্ৰতীক, ৰূপৱতী, গুণৱতী, যশোমতী নাৰী।

অসমীয়া 'বন-গীতত' নাৰীৰ মোহনীয় ৰূপ ভালপোৱাৰ স্বভাৱগত আকৰ্ষণ।

তোমাৰ চকুযুৰি হৰিণাৰ চকু যেন
বুকুতো পদুমৰ চকা;
তোমাৰ বাহু দুটি পদুমৰ ঠাৰি যেন
ৰেচমৰ কাপোৰে ঢকা।

ভাৰতীয় আদৰ্শত নাৰীদেহৰ সৌন্দৰ্য্য কাম-বাসনাৰ বিষয়বস্তু ৰূপে ব্যাখ্যা কৰা হোৱা নাই। প্ৰকৃত সৌন্দৰ্য্য সাধকৰ দৃষ্টিভঙ্গীৰে নাৰীৰ ৰূপ-মাধুৰ্য্য পান কৰা হৈছিল। আমাৰ বনগীতবোৰ অৱশ্যে কামোদ্দীপক। এইবোৰত যে উন্মাদনা আৰু যৌন-কামনা নিহিত আছে তাত সন্দেহ নাই। সুন্দৰৰপৰা সৌন্দৰ্য্য পৃথক কৰিব নোৱাৰি। নাৰী সৌন্দৰ্য্যৰ প্ৰতীক। প্ৰত্যেক মানুহৰ হৃদয়ত নাৰী সৌন্দৰ্য্যৰ ভিন ভিন ৰূপ ভিন ভিন সময়ত নিত্যনতুন ৰূপেৰে প্ৰতিফলিত হৈছে। এই প্ৰবন্ধত আমি এই বিষয়ে বহলাই আলোচনা কৰিব নোখোজো। মাত্ৰ কব খুজিছোঁ যে চিত্ৰকলা, ভাস্কৰ্য্য, স্থাপত্য, সঙ্গীত, নৃত্য, সাহিত্য, লোকবিশ্বাস সকলোতে নাৰী সৌন্দয্যৰ এক অভূতপূৰ্ব উপলব্ধি প্ৰকাশ পাইছে। নাৰীৰ প্ৰত্যেক অঙ্গ-প্ৰত্যঙ্গতে ৰূপ-মাধুৰ্য্যৰ অপৰূপ সৃষ্টি উম্বল হৈ উঠিছে। কোনোৱে এই ৰূপক প্ৰাণময়, আনন্দময় বুলি গ্ৰহণ কৰিছে। কোনোৱে আকৌ দৈহিক কামনা-বাসনাৰ অভিব্যক্তি বুলি লোলুপ দৃষ্টিৰে হমুনিয়াহ কাঢ়িছে।

তোমাৰ গাল দুখনি পাভ মাছুৰ নিচিনা
ঘোঁৰা ফানৰ নিচিনা চুলি,
নম নম বুলি এদিনো নললা
দুখনি হাতেৰে তুলি।

সুন্দৰৰ প্ৰতীক নাৰীয়ে নিজৰ শৰীৰক মনোহৰ, মনোৰম, মনোমোহা আৰু মনোৰঞ্জন কৰিবলৈ সদায় সকলো যুগতে সুগন্ধি আৰু প্ৰসাধনৰ আশ্ৰয় লৈছে। অতীজৰেপৰা প্ৰাকৃতিক সামগ্ৰীৰে অলংকৃত হৈ নাৰীয়ে দেহ-মনৰ শোভা বৃদ্ধি কৰিছে। গছৰ লতা, বাকলি, ফুল-পল্লৱেৰে নিজক যিমানদূৰ পাৰে সজাইছে, ফুল-পাতৰপৰা প্ৰস্তুত কৰা বিধে বিধে তেল, সুগন্ধি প্ৰসাধন দ্ৰব্য অঙ্গৰাগত ব্যৱহাৰ কৰি সৌন্দৰ্য্য-বিলাসৰ অভিলাষ ব্যক্ত কৰিছে। সুগন্ধি আৰু প্ৰসাধন ভালপোৱাটো এটা মনস্তাত্বিক সচেতনতা। মানৱ ইতিহাসৰ ক্ৰমোন্নতিৰ লগে লগে ইয়াৰ ব্যৱহাৰ, ৰুচি, প্ৰয়োজনীয়তা ক্ৰমাৎ সলনি হৈ আহিছে। আধুনিক আৱিষ্কাৰে সমগ্ৰ দেহ-লতিকাত অঙ্গৰাগৰ নৱ নৱ গোন্ধ-মাদকতাৰে ওপচাই পেলাইছে।

প্ৰাচীন ভাৰতত জনপ্ৰিয়তা অৰ্জন কৰা ৬৪ কলা ভাৰতীয় সৌন্দৰ্য্য সাধনাৰ তত্ত্বজ্ঞান স্বৰূপ। সৌন্দৰ্য্য পূজাৰী 'বাৎসায়নে' তেওঁৰ অমৰ গ্ৰন্থ 'কামসূত্ৰ'ত এই বিষয়ে বহলাই আলোচনা কৰিছে। 'কামসূত্ৰ'ৰ প্ৰসিদ্ধ টীকাকাৰ পণ্ডিত যশোধৰাৰ ভাষ্য, ব্যাখ্যা প্ৰভৃতি হৃদয়ঙ্গম কৰিব পাৰিলে সৌন্দৰ্য্য সাধনৰ বহুতো উপাদেয় তথ্য পাব পাৰি। কলা শিল্পৰ আধুনিকীকৰণৰ লগে লগে প্ৰাচীন আৰু মধ্যযুগৰ বিভিন্ন বিষয়ক গ্ৰন্থসমূহ আজিৰ কৌতূহলী মানুহে নতুনকৈ চালি-জাৰি চাইছে। ভাৰতীয় গন্ধ শাস্ত্ৰ প্ৰকৃতপক্ষে ভাৰতীয় আয়ুৰ্বেদ শাস্ত্ৰৰ অন্তৰ্গত বুলি কব পাৰি। প্ৰাচীন ভাৰতৰ আয়ুৰ্বেদ গ্ৰন্থ, সুশ্ৰুত সংহিতা আৰু চাৰক সংহিতাত ভাৰতীয় গন্ধদ্ৰব্যসমূহৰ বিষয়ে বহুতো সম্ভেদ আছে। ভাৰতীয় প্ৰাদেশিক ভাষাসমূহত লিখা চিকিৎসা বিষয়ক পুথিসমূহত অনেক দ্ৰব্যৰ নাম আৰু বিৱৰণ আছে। অসমীয়া ভাষাত গঙ্গাৰাম দাস তহচিলদাৰ সংগৃহীত 'বৈদ্য অমৰ', যাদৱ দেৱশৰ্মাৰ 'দ্ৰব্যগুণ দৰ্পণ', কবিৰাজ থানেশ্বৰ শৰ্মাই অনুবাদ কৰা 'কবি

লোলিম্বৰাজ কৃত 'বৈদ্য জীৱন', যোগেশ্বৰ শৰ্মাৰ 'দ্ৰব্যগুণ তৰঙ্গিনী' আদি কেইবাখনো আয়ুৰ্বেদ বিষয়ক পুথি আমাৰ চকুত পৰিছে। এইবোৰ পুথিত অনেক সুগন্ধিজাত দ্ৰব্যৰ নাম আৰু গুণাগুণ ব্যাখ্যা কৰা হৈছে।

আচাৰ্য্য প্ৰফুল্ল চন্দ্ৰ ৰায়ে তেখেতৰ প্ৰসিদ্ধ গ্ৰন্থ হিন্দু ৰসায়ন বিদ্যাৰ ইতিহাসত (দুই খণ্ড) সুগন্ধি আৰু প্ৰসাধন সামগ্ৰীৰ বহুতো মূল্যবান তথ্য দাঙি ধৰিছে। প্ৰাচীন ভাৰতৰ ৰসবিদ্যাৰ বিষয়ে এই গ্ৰন্থ এক উজ্জ্বল প্ৰতিলিপি। ভাৰতৰ সুগন্ধি আৰু প্ৰসাধনৰ বিষয়ে গভীৰভাৱে অধ্যয়ন কৰা আন এগৰাকী ব্যক্তি হ'ল—ডঃ পৰশুৰাম কৃষ্ণ গোডে। এইজনা পণ্ডিতে বিভিন্ন দিশত আলোচনা কৰি প্ৰাচীন ভাৰতত জনপ্ৰিয়তা অৰ্জন কৰা প্ৰসাধন সামগ্ৰীৰ এক বিজ্ঞানসন্মত ব্যাখ্যা আগবঢ়াইছে। তেখেতে ৰচনা কৰা Studies in Indian Cultural History পুথিখন এই বিষয়ত যে প্ৰচুৰ সহায়কাৰী তাত সন্দেহ নাই। ডঃ গোডেই উদ্ধাৰ কৰা দুখন মূল্যবান পুথিৰ নাম এই প্ৰসঙ্গত উল্লেখ কৰিব পাৰি। সেই দুখন হ'ল—গঙ্গাধৰে লিখা—'গন্ধসাৰ' আৰু অজ্ঞাত লিখকৰ 'গন্ধবেদ'। ১২০০ৰ পৰা ১৬০০ শতিকাৰ ভিতৰত এই দুখন গ্ৰন্থ লিখা হৈছিল বুলি গম পোৱা যায়। পুথি দুখনৰ টিপ্পনীসমূহ মাৰাঠী ভাষাত লিখা হৈছে। সুগন্ধি আৰু প্ৰসাধনৰ বিষয়ে বৰাহ-মিহিৰ ৰচিত বৃহৎ সংহিতা (খৃঃ ৫০০ শতিকা), ৰজা সোমেশ্বৰৰ 'মানসোল্লাস' (খৃঃ ১১০০ শতিকা), নৱম শতিকাৰ অগ্নিপুৰাণ, কালিকা পুৰাণ, যোগিনীতন্ত্ৰ প্ৰভৃতিত বহুতো সমল পাওঁহক। এইবোৰ সমল ফঁহিয়াই চালে সেই সময়ত সুগন্ধি আৰু প্ৰসাধনৰ বিষয়ে মানুহৰ ধ্যান-ধাৰণা, ভোগ-বিলাস কেনে আছিল বঢ়িয়াকৈ জানিব পাৰি। বহু প্ৰাচীন মূৰ্তি, শিলালিপি আদিলৈ লক্ষ্য কৰিলে প্ৰাচীন যুগত অঙ্গৰাগৰ প্ৰতি তিৰোতা মানুহৰ কিমান ধাউতি আছিল সহজেই অনুমান কৰিব পাৰি।

গঙ্গাধৰে সুগন্ধিযুক্ত দ্ৰব্যসমূহক এনেদৰে ভাগ কৰিছিল—

১। পাত জাতীয় ঃ তুলসী, ধনীয়া, পদিনা আদি।

২। ফুল জাতীয় ঃ চম্পক, নাগেশ্বৰ, যূথিকা প্ৰভৃতি।

৩। ফল জাতীয় ঃ লং, ইলাচী, জাঁইফল আদি।
৪। বাকলি জাতীয় ঃ কর্পূৰ গছৰ বাকলি, জংফাই গছৰ বাকলি, অর্জুন গছৰ ছাল ইত্যাদি।
৫। শিপা জাতীয় ঃ নহৰু, পিয়াঁজ আদি।
৬। গছ জাতীয় ঃ চন্দন, বকুল, জামু প্রভৃতি।
৭। গছ-বনৰপৰা উলিওৱা গন্ধযুক্ত বস্তু ঃ কর্পূৰ আদি।
৮। ৰাসায়নিক সুগন্ধি দ্রব্য ঃ কস্তুৰী প্রস্তুত দ্রব্য, মধু, ঘিউ, সেন্দূৰ, আতৰ প্রভৃতি।

ছয় প্রকাৰে গন্ধযুক্ত দ্রব্যৰপৰা প্রসাধন তৈয়াৰ কৰা উপায় 'গন্ধসাৰ'ত উল্লেখ আছে। এইবোৰ হ'ল ভাবনা, পাচন, বোধ, ভেদ, ধূপন আৰু ভাচন।

গঙ্গাধৰে গন্ধসাৰত সুগন্ধি প্রস্তুত কৰা উপায়সমূহৰ বিশদ আলোচনা কৰিছে যদিও সুগন্ধিযুক্ত দ্রব্যসমূহৰ আঁতিগুৰি, লক্ষণ, সামাজিক প্রভাৱ আৰু গন্ধসমূহৰ শ্রেণীকৰণ নথকাত পুথিখন গৱেষণাৰ ক্ষেত্রত সিমান সহায়কাৰী হোৱা নাই। অৱশ্যে অনেক উপাদেয় সুগন্ধি প্রস্তুত কৰা প্রণালী আলোচনা কৰি গঙ্গাধৰে এক মহৎ উদ্দেশ্যৰে কাম কৰি গবেষণাৰ বাট মুকলি কৰিলে।

## সৌন্দর্য্য-চর্চাত চম্পাফুল

সকলোৰে পৰিচিত চম্পাফুলৰ বিষয়ে আৰু ইয়াৰপৰা বিভিন্ন প্রকাৰে কেনেকৈ সুগন্ধি দ্রব্য প্রস্তুত কৰিব পাৰি প্রাচীন গ্রন্থত উল্লেখ আছে। ১৫০০ বছৰৰো অধিক সময় জুৰি ভাৰতীয় সাহিত্যত চম্পাফুলৰ উল্লেখ পোৱা যায়। এই ফুলৰ ইংৰাজী নাম Michelia Champaca। ইয়াৰ ফুল হালধীয়া, অলপ গোলাপী ৰঙৰ আভা আছে। মাইকী মানুহে খোপাৰ সৌন্দর্য্য বর্দ্ধনৰ বাবে ইয়াক ব্যৱহাৰ কৰা দেখা যায়। সপোনৰ ৰঙীন স্বপুৰ দৰে চম্পাফুলৰ উগ্র গোন্ধে নাৰীক মতলীয়া কৰে। সুগন্ধ সঞ্চাৰ কৰাই এই ফুলৰ উদ্দেশ্য। চেনিচম্পা, কঠালচম্পা, স্বর্ণচম্পা (কনক-চম্পা), তিতাচম্পা, ৰাজচম্পা আদি বিভিন্ন ধৰণৰ চম্পাগছৰ বিষয়ে আমি জানিব পাৰোঁ। ভাৰতীয় কাব্যত হালধীয়া,

সোণ বৰণীয়া চম্পাফুলৰ বিৱৰণ অধিক পোৱা যায়। অব-ক্ষয়ৰ বাবে নাৰীয়ে চম্পাফুল আৰু চম্পক তেল ব্যৱহাৰ কৰিছিল বুলি গম পোৱা যায়। ভাৰতীয় জীৱনত এই ফুলৰ প্ৰভাৱ অত্যন্ত উল্লেখযোগ্য। মহাভাৰতৰ অৰণ্য পৰ্বত উল্লেখ থকা গন্ধমাদন পৰ্বতত চম্পক ফুল থকাৰ উল্লেখ আছে।

তথৈব চম্পাকাশোকাণ্ কৈতকান্ বকুলাস্তথা।

অশোক, কেতেকী, বকুল, দেৱদাৰু, শাল, তমাল, ডালিম, জামু, ডিমৰু, মদাৰ, কৰবী আদি বিভিন্ন ফুল-ফলৰ বাহিৰেও গন্ধমাদন পৰ্বতৰ হাবিত চম্পাফুল পোৱা গৈছিল। খৃঃ পূঃ ১৫০ৰ গ্ৰন্থ পাতঞ্জলিৰ মহাভাস্যতো চম্পক আৰু মল্লিকা ফুলৰ বিৱৰণ পোৱা যায়। সুশ্ৰুত সংহিতাত আছে—

চম্পক ৰক্তপিতঘ্নং শীতোষ্ণং কফনাশনম্।

খৃষ্টীয় ৫০০ শতিকাৰ বৰাহ মিহিৰ প্ৰণীত বৃহৎ সংহিতাত গন্ধযুক্তি অধ্যায়নত (৭৭ অধ্যায়) 'চম্পক গন্ধ তৈল', 'চম্পকামোদ গন্ধ'ৰ উল্লেখ আছে।

মঞ্জিষ্ঠয়া ব্যাঘ্ৰনখেন শুক্ত্যা
ত্বচা সকুষ্ঠেন ৰসেন চূৰ্ণঃ।
তৈলেন যুক্তোঽৰ্কময়ূখতপ্তঃ
কৰোতি তচ্চম্পক গন্ধিতৈলম্॥

অমৰ কোষত চম্পক আৰু ইয়াৰ কলিক 'গন্ধফলো' বুলিছে। খৃঃ ৬৩০ শতিকাৰ বানভট্ট প্ৰণীত কাদম্বৰীত চম্পক গছৰ উল্লেখ আছে--'চম্পকদলমালিকা'। খৃষ্টীয় ১২০০—১৬০০ শতিকাৰ ভিতৰত লিখা গঙ্গাধৰৰ গন্ধশাস্ত্ৰত চম্পক ফুলৰপৰা বিধে বিধে গন্ধতেল আৰু সুগন্ধি দ্ৰব্য উলিওৱাৰ কথা ড° পৰশুৰাম কৃষ্ণ গোডেই তেখেতৰ গ্ৰন্থ Studies in Indian Cultural History-ত বিতংভাৱে আলোচনা কৰিছে। মানসোল্লাসত নৃপতিসকলে চম্পক ফুলৰ মালা পিন্ধি সৌৰভ বিলাইছিল।

অসমৰ আই-নামত চম্পাফুলৰ উল্লেখ মন কৰিবলগীয়া। আইক ফুলৰ লগত তুলনা কৰা মানসিক সৌন্দৰ্য্যবোধৰ পৰিচায়ক বুলি

কব পাৰি। নামনি অসমত প্ৰচলিত আইনামত আছে—

হাত দুখন দেখোঁ আইৰ চম্পাফুলৰ কলি।

আৰু আছে—

আসনৰ চৌপাশে এ' চম্পা নাগেশ্বৰ,
মলমলি গোন্ধাই আছে গোঁসানীসকল।
আসনৰ চৌপাশে চম্পাই মেলে কলি,
আই তোক বঁটা দিছে জুৰি জুৰি কৰি।
শীতেলী আই তিলেনী আই
আহিবৰ বাতৰি পাই
ফুলিছে চম্পাফুল জকাই-মকাই।
আসনৰ চৌপাশে চম্পা নাগেশ্বৰ
পূজা নিদি আই মাতৃক লগাইছে জগৰ।

বিয়ানামত আছে—

সেউতীৰ এচাকী মালতীৰ এচাকী
আৰু চম্পাফুলৰ চাকী, অ' লীলা···
লগৰ সমনীয়াই আইদেউক সজাইছে,
একোৰে থোৱা নাই বাকী
অ' লীলা ক'ত কালি ৰ'লা (জাত)

বিয়ানামত হোমৰ গুৰিলৈ ৰাতি টোপনিত লালকাল দিয়া কইনাক আনিবৰ সময়ত এই নাম সাধাৰণতে গোৱা হয়—

প্ৰথম প্ৰহৰ ৰাত্ৰি ফুলি আছে চম্পা,
উঠা ৰাধা গুণৱতী তুলি বান্ধা খোপা।
দ্বিতীয় প্ৰহৰ ৰাত্ৰি ফুলি আছে লং,
উঠা ৰাধা গুণৱতী নকৰিবা খং।
তৃতীয় প্ৰহৰ ৰাত্ৰি ফুলি আছে তগৰ,
উঠা ৰাধা গুণৱতী নধৰিবা জগৰ।
চতুৰ্থ প্ৰহৰ ৰাত্ৰি ফুলি আছে জৱা,
উঠা ৰাধা গুণৱতী স্বামীক কৰা সেৱা।

কথিত আছে দেৱাদিদেৱ মহাদেৱৰ কোপাগ্নিত মদন ভস্মীভূত হবলৈ উপক্রম কৰোতে তেওঁৰ হাতত থকা ফুলধনু মাটিত পৰি পাঁচ টুকুৰা হৈ ভাগি যায়। প্ৰতি ডোখৰৰপৰা চম্পক, মালতী, বকুল, মল্লিকা আৰু কেতেকী প্ৰভৃতি পাঁচ জোপা ফুল গছৰ জন্ম হয়। দিব্য সৌৰভযুক্ত চম্পাফুলক সিংহবাহিনী দেৱীয়ে বিবিধ সুগন্ধি ফুলেৰে জাতিষ্কাৰ হৈ থকা বিশাল পুষ্পবনৰপৰা পৰম আগ্ৰহেৰে বুটলি কৰণিত ভৰাইছিল। মনসা কাব্যত আছে—

লবঙ্গ মালতী লতা চম্পা নাগেশ্বৰ
অশোক বাসকা কৰবিৰ যে ধস্তুৰ।

উৰ্মিলাৰ বৰ্ণনাত আছে—

চম্পাৰ পাকবি যেন আঙ্গুলিৰ পান্তি।

মাধৱ কন্দলিৰ ৰামায়ণত ৰামচন্দ্ৰই অকলে বনবাসলৈ যাবলৈ ওলালত সীতা দেৱীয়ে আক্ষেপৰ সুৰত কৈছিল—

চম্পক কলিকা যেন মোৰ কলেবৰ।
লুণ্ডি ঘুণ্ডি আছিলাহা যেহেন ভ্ৰমৰ॥
যেৱে আসি বিকশিত হৈল ফুলফল।
উপভোগ এৰি কেনে কৰাহা নিষ্ফল॥

ওপৰত উদ্ধৃত পদসমূহৰপৰা অসমীয়া সমাজত, অসমীয়া কবিৰ হৃদয়ত চম্পাফুলে কিমান দ'কৈ সাঁচ বহুৱাইছিল স্পষ্ট বুজা যায়।

প্ৰাকৃতিক সৌন্দৰ্য্যৰ দেশ অসম, অপূৰ্ব সৌন্দৰ্য্যৰ জকমকীয়া হাবি-বননি, ফুলে-ফলে অসমীয়া জীৱন প্ৰাচুৰ্য্যৰে ওপচাই পেলাইছে। সুগন্ধিৰ সৌৰভ বিলোৱা ৰং-বেৰঙৰ ফুলে উদং পথাৰত বিহু মৰা ডেকা-গাভৰুৰ মনত প্ৰেমৰ সোঁত বোৱাইছিল—

চম্পা গুৱামালী বকুল বন্দুলী
গোন্ধতে মলয়া বলে।
আমাৰে নাচনী সোণ বৰণীয়া
যৌৱন বাগৰি পৰে॥
চম্পাফুল ফুলোতে পিন্ধোতা নহলে
ঔফল পিন্ধিব কোনে।

গাভৰু কালতে নিওঁতা নহলে
বুঢ়ী হলে নিবহি কোনে ॥

চম্পাফুলৰ চিনাকি গোন্ধত নাচনীৰ মন ছাটিফুটি কৰে, বসন্ত কালৰ কেতেকী, তগৰ, নাহৰ, চম্পাফুলৰ মল্‌মলীয়া গোন্ধে মন শীতল কৰে—

চম্পাফুল এপাহি খোপাতে গুজি লৈ
হিয়া মোৰ কৰিলা শাঁত।

সেইদৰে ঝুমুৰ গীত গাওঁতে চাহ বাগিছাৰ বনুৱা ডেকাই ভাল-পোৱা গাভৰুজনীক ফুলৰ নামেৰে মাতে—

ঝিঙ্গা ফুলেৰ সঙ্গে হাসিব খেলিব
চম্পা ফুলেৰ সঙ্গে যাব ভাই সাজনী।
ধনীকে বাৰীমে ফুটে চম্পা ফুলৰে
ফুল দেখিবে ধনীক লাগিল আশ্
কালাৰে ভউৰা লিলেন বাস।
চম্পাফুল উটি গেল, আশা মোৰ লাগি গেল
কবেৰে আৱতো অভাগিনী সাজিয়া।

কৰম পূজাৰ গীতত আছে—

অন্য দিনে দেখি কানাই কাণে চম্পাফুল গো
আজ কেন দেখি কানাই হাসিৰ বদন মলিন গো।

এইবোৰ উদাহৰণৰপৰা বুজিব পাৰি যে চম্পাফুলৰ আদৰ আমাৰ দেশত কিমান বিস্তীৰ্ণ আছিল। তিল আৰু চম্পাফুলৰ ৰস মিহলাই খুন্দি আয়ুৰ্বেদ প্ৰথামতে সুগন্ধি তেল প্ৰস্তুত কৰি অবক্ষয়ৰ বাবে ব্যৱহাৰ কৰাৰ কথা চাৰক সংহিতাত উল্লেখ আছে। ইয়াৰপৰা অনুমান কৰিব পাৰি যে ঔষধীয় তেল প্ৰস্তুত কৰা প্ৰণালী ওলোৱাৰ লগে লগে সুগন্ধি তেলৰ সমাদৰ আমাৰ সমাজত বিয়পি পৰে।

## ধৰ্মীয় দিশত ফুলৰ স্থান

সুগন্ধি আৰু প্ৰসাধন চৰ্চাই ভগবানৰ পূজাত অপাৰ আনন্দ দিয়ে বুলি আমাৰ গভীৰ বিশ্বাস আছে। সুগন্ধিৰ ইংৰাজী শব্দ 'Perfume',

লেটিন 'Perfumum'ৰ পৰা আহিছে। ইয়াৰ অৰ্থ 'Through smoke', ধোঁৱাৰে আবৃত থকা। প্ৰাচীন যুগৰেপৰা ধূপ-ধূনা জ্বলাই ধোঁৱাৰে আবৃত এক বাতাবৰণ সৃষ্টি কৰি পূজা অৰ্চনা, যাগ-যজ্ঞ কৰাৰ প্ৰথা আমাৰ ধৰ্মীয় অনুষ্ঠানত সোমাই আছে। পৱিত্ৰ সুগন্ধিযুক্ত বাতাবৰণে ভক্তৰ মনত অপাৰ আনন্দ দিয়ে, মনৰ কলুষতা দূৰ কৰে। সুগন্ধিৰ যোগেদি মনুষ্য জীৱনৰ তিনিটা মহৎ উদ্দেশ্য যথাক্ৰমে—ধৰ্ম, অৰ্থ, কাম সিদ্ধি হয় বুলি জনশ্ৰুতি আছে। ভাৰত-বৰ্ষৰ সংস্কৃতি আৰু জীৱনধাৰাত সেই বাবে সুগন্ধিৰ প্ৰভাৱ অত্যন্ত প্ৰয়োজনীয়। এই প্ৰভাৱৰ ওপৰত ভিত্তি কৰি নানাবিধ আখ্যান, উপাখ্যান, যোজনা, পটন্তৰ, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, লোক-বিশ্বাস গঢ়ি উঠিছে।

ভাৰতবৰ্ষ আৰু ইয়াৰ ওচৰে-পাজৰে অৱস্থিত দেশসমূহত প্ৰসাধন শিল্প প্ৰধানকৈ পুৰোহিত বা ধৰ্মগুৰুসকলৰ মাজতে আগৰ দিনত সীমাবদ্ধ আছিল। মঠ-মন্দিৰৰ পূজা-অৰ্চনাত সুগন্ধিযুক্ত দ্ৰব্যসমূহৰ প্ৰায়ে ব্যৱহাৰ হৈছিল বাবে এইবোৰ কেনেকৈ প্ৰস্তুত কৰিব লাগে, পুৰোহিতসকলে চৰ্চা কৰিব লগাত পৰিছিল। সঙ্গীত, নৃত্যকলা আদিৰ দৰে সুগন্ধি আৰু প্ৰসাধন চৰ্চা আমাৰ মঠ-মন্দিৰৰ প্ৰয়োজনীয় বিষয় হৈ পৰিছিল। কাঠৰ টেমা, আইনাৰ বটল, হাতীদাঁতৰ পাত্ৰ, শিলৰ কলহ, বাতি প্ৰভৃতিত এই সুগন্ধি দ্ৰব্যসমূহ সযত্নেৰে থৈ দিয়া হৈছিল। এই পাত্ৰবোৰৰ গঢ় দেখিবলৈ বিভিন্ন আকৃতিৰ। কিছুমান পাত্ৰত চৰাইৰ, কিছুমান মাছৰ, কিছুমান ঘঁৰিয়াল প্ৰভৃতি জন্তুৰ সুন্দৰ প্ৰতিকৃতি খোদিত কৰা। আমাৰ দেশৰ অনেক যাদুঘৰত এইবোৰ সংৰক্ষণ কৰি ৰখা হৈছে। মহেঞ্জদাৰো, হৰপ্পাৰ খননকাৰ্য্যত এইবোৰ সামগ্ৰীৰ বহুতো বস্তু উদ্ধাৰ হৈছে।

মঠ-মন্দিৰৰ দেৱ-দেৱীৰ মাহাত্ম্য বৰ্ণনা প্ৰাচীন ভাৰতীয় সংস্কৃতিৰ এক উল্লেখযোগ্য অধ্যায়। সুগন্ধি আৰু প্ৰসাধনৰ যোগেদি দেৱ-দেৱীক সহজে আকৃষ্ট কৰিব পাৰি বুলি আমাৰ এক চিৰন্তন বিশ্বাস আছে। ধৰ্মীয় আখ্যান, উপাখ্যানক কেন্দ্ৰ কৰি বহুতো গীত ৰচিত হৈছে, যিবোৰত সুগন্ধি আৰু অঙ্গৰাগৰ বহুতো দৃষ্টান্ত পোৱা যায়।

পদ্মা পুৰাণক ভিত্তি কৰি ৰচিত হোৱা গোৱালপৰীয়া লোকগীত-বোৰত পুৰণি অসমৰ সামাজিক আচাৰ-ব্যৱহাৰ, বেহা-বেপাৰ, সাজ-পোছাক, খোপা-অলঙ্কাৰ, অঙ্গৰাগ আদিৰ আভাস আছে।

উদাহৰণস্বৰূপে—

চাৰি গোটা পাটৰ খোপা মাণিক পোৱাল।
খোপাৰ গোৰে লাগি আছে মাণিক মিশাল ।।
চাৰি খোপা দিয়া খোপা বান্ধিল সুন্দৰী।
মধুমাসে দেখি যেন কাম টঙ্কি পৰী ।।
সুৰঙ্গ সিন্দুৰ দিয়া সজাইল শিখইতি।
নাসাৰ অগ্রত পৰই সজমতি ।।
হৃদয়ৰ দুই কুচ চন্দনে লিপিলা।
কনক শিখাৰে যেন মেঘে দেখা দিলা ।।
কনক কেয়ুৰ পিন্ধে মাণিকৰ হাৰ।
তাৰ উপৰে শাখা পিন্ধিলা সুচাৰ ।।
বিচিত্র কাচুলি দিয়া ঢাকিলা পয়োধৰ।
সংসাৰ লিখন আছে তাহাৰ ওপৰ ।।

পদ্মাৱতীয়ে সুগন্ধি ফুল নাপালে পূজা গ্ৰহণ নকৰিছিল—

ফুল দেও মাইলেনী সইফুল দেও হাতে।
এক মাল ফুল দেও পদ্মাৱতীৰ নামে ।।

এই পদ্মা পুৰাণৰ গীতবোৰ বিশেষকৈ কামৰূপ, দৰং আৰু গোৱালপাৰা অঞ্চলত বেছি প্ৰচলিত আৰু ইয়াৰ জনপ্ৰিয়তা সৰ্বজন বিদিত। মনকৰ আৰু দুৰ্গাবৰৰ ৰচনাতো অসমীয়া সমাজৰ এক উজ্জ্বল প্ৰতিচ্ছবি প্ৰকাশ পাইছে। শিৱ-পাৰ্বতীৰ বিয়াৰ সন্দৰ্ভত আয়তীসকলৰ কেশৰাগ, সুগন্ধিযুক্ত ফল-ফুল, দ্ৰব্য ব্যঞ্জন, অলঙ্কাৰ, সাজ-সজ্জা, গুৱাপাণ দি অভ্যৰ্থনা কৰা আদি বিৱৰণ সুন্দৰভাৱে প্ৰকাশ পাইছে। মনকৰৰ ৰসাল বৰ্ণনাত বেলি, বকুল, নাগেশ্বৰ, যুথি, তগৰ, শিৰীষ, শেৱালি, মালতী, গুটিমালী, জাতি, অপৰাজিতা, জবা, জয়ন্তী আদি অসমীয়া মানুহে ভাল পোৱা ফুলৰ পৰিপূৰ্ণ ফুলনিবাৰী এখনৰ মনোমোহা বৰ্ণনা পোৱা যায়।

শুটিমালি জঁাই বেলি আৰু তিপুমালি,
ওড় তগড় তোলে শেৱালি নেৱালি।

অঙ্গৰাগৰ বিষয়ে—

চৈত্ৰ বৈশাখ ৰৌদ্ৰে যে এ ঘামে আগলি।
সেন্দুৰ কাজল মানে সবে গৈল গলি ॥

হিন্দু ধৰ্মৰ এটা উল্লেখযোগ্য আচাৰ হ'ল পূজা। জীৱন্ত ব্যক্তিক দিয়াৰ দৰে দেৱ-দেৱীক বতৰৰ ফুল-ফল প্ৰদান কৰা, ধূপ-ধূনা, চন্দন, অগৰু, সেন্দুৰাদি প্ৰভৃতিৰে অৰ্চনা কৰা, সাজ-পোছাক, অলঙ্কাৰ-পাতিৰে সুশোভিত কৰাৰ আমাৰ এক প্ৰাচীন লোকাচাৰ। 'পূজা প্ৰাক্ আৰ্য্য, খুব সম্ভৱ দ্ৰাবিড় আচাৰ। আকৌ হোম হ'ল আৰ্য্য আচাৰ। সমগ্ৰ আদি বৈদিক সাহিত্যত প্ৰতিমূৰ্তি বা প্ৰতীকক ফুল, পাত, ফল, পানী প্ৰভৃতি প্ৰদান কৰাৰ উল্লেখ পোৱা নাযায়। 'পূজ' ধাতুৰপৰা হ'ল 'পূজা'। পূজা প্ৰথাটো যেনেকৈ দ্ৰাৱিড়ীয়, এই শব্দটোও তেনেকৈ দ্ৰাৱিড়ৰপৰা অহা।' (বৈদিক যুগ, অসমীয়া সংস্কৰণ, অসম একাডেমী ফৰ্ কালচাৰেল ৰিলেচনছ, গুৱাহাটী)। 'বৈদিক আচাৰত হোম বেদীৰ ওপৰত কাঠ খৰিৰ অগ্নি প্ৰজ্বলিত কৰি যৱধান গুড়িৰ পিঠা, দুগ্ধ, মাখন, মাংস, চৰ্বি প্ৰভৃতি আহাৰ আৰু সোম ৰস দেৱতাৰ উদ্দেশ্যে অৰ্পণ কৰা হয়। এইবোৰত দেৱ-দেৱীৰ প্ৰতীক বা প্ৰতিমূৰ্তি নাথাকে। দেৱ-দেৱীসকল থাকে আকাশত আৰু অগ্নিৰ যোগেদি এই নৈবেদ্য গ্ৰহণ কৰে বুলি বিশ্বাস কৰা হয়। বৈদিক যুগৰ বুৰঞ্জীৰপৰা গম পোৱা যায় যে পূজাক অনুমোদন কৰাৰ সচেতন প্ৰচেষ্টা ভাৰতীয় চিন্তাধাৰাৰ মহান গ্ৰন্থ—মহাভাৰতৰ 'ভাগৱত গীতা'তেই প্ৰথম প্ৰকাশ পাইছে। 'গীতা'ৰ নৱম অধ্যায়ৰ ২৬ শ্লোকত আছে—

পত্ৰং পুষ্পং ফলং তোয়ং
যো মে ভক্ত্যা প্ৰযচ্ছতি।
তদহং ভক্ত্য পহৃতমশ্নামি
প্ৰযতাত্মানঃ ॥

"যদি কোনোৱে মোলৈ পত্ৰ, পুষ্প, ফল, পানী ভক্তিভাৱে উছৰ্গা কৰে, মই সেই শুদ্ধচিত্ত ভক্তৰ ভক্তিপূৰ্বক প্ৰদত্ত উৎসৰ্গ গ্ৰহণ কৰোঁ।" এই অৰ্থৰপৰা এইটো বোধগম্য হয় যে বৈদিক অগ্নি বন্দনাৰ বিৰোধী অবৈদিক পূজা আচাৰক হিন্দু সমাজে সাদৰেৰে গ্ৰহণ কৰি ব্ৰাহ্মণ্য ধৰ্মৰ মাজত সুপ্ৰতিষ্ঠা কৰিলে। হিন্দু ধৰ্মৰ ক্ৰিয়া-কলাপত সেইবাবে ফুলৰ প্ৰয়োজন অত্যন্ত অৰ্থপূৰ্ণ।

পুষ্পে পুষ্পে মহাপুষ্পে,
সুপুষ্পে পুষ্প সম্ভৱে।

পঞ্চোপচাৰ, দশোপচাৰ, ষোড়শোপচাৰ, অষ্টাদশোপচাৰ সকলোতে ফুল নহ'লে পূজা নচলে। ফুলৰ লগতে গন্ধ, ধূপ, দীপ, নৈবেদ্য, পাদ্য, অৰ্ঘ্য, আচমনীয়, স্নানীয়, মধুপৰ্ক প্ৰভৃতি পূজাৰ বিশিষ্ট অঙ্গ। কালিকা পুৰাণত প্ৰাচীন কামৰূপৰ বিষয়ে বহুতো আখ্যান পাব পাৰি। পুৰণি ঐতিহ্যৰ ফালৰপৰা এই গ্ৰন্থ বিশেষ উপযোগী। পৌৰাণিক আখ্যানৰ যোগেদি কালিকা পুৰাণে বহুতো উপাদেয় বিৱৰণ দাঙি ধৰিছে। কালিকা পুৰাণত আছে যে, এই চৰাচৰৰ সকলো পুষ্প ৰস বুলি অভিহিত। পৰম জ্যোতি স্বৰূপ পৰমাত্মাই পুষ্পত বাস কৰে আৰু পুষ্পৰ দ্বাৰা প্ৰসন্ন হয়। পুষ্প ত্ৰিবৰ্গৰ সাধন আৰু ই তুষ্টি, পুষ্টি আৰু প্ৰমোদদায়ক। পুষ্পৰ মূলত ব্ৰহ্মা, মধ্যত কেশৱ আৰু অগ্ৰভাগত মহাদেৱ বাস কৰে। সেই বাবে মানুহে ভক্তিযুক্ত হৈ পুষ্পৰ দ্বাৰা দেৱ-দেৱীক পূজা কৰে।

গন্ধৈঃ পুষ্পৈ স্তথা ধূপৈ দীপৈশ্চ সুমনোহৰৈঃ
বাসোভি ভূষণৈ শ্চৈব ভবানী সাধকো জগেৎ ॥

নানাবিধ নৈবেদ্য, পেয়, অনেক প্ৰকাৰৰ পিষ্টক, মোদক, কুষ্মাণ্ড, নাৰিকল, খেজুৰ, আম, ডালিম, কৰ্কন্ধু, দ্ৰাক্ষাদি, বিবিধ ফল, সকলো প্ৰকাৰৰ ভক্ষ্য আৰু ভোজ্য, মদ্য, মাংস, ওদনৰ লগতে গন্ধ, পুষ্প, মনোৰঞ্জনকাৰী ধূপ-দীপ, বসন-ভূষণ, নেত্ৰৰঞ্জন প্ৰভৃতি উপচাৰৰ দ্বাৰা সাধকে দেৱী পূজা কৰিব পাৰে। (কালিকা পুৰাণ, উনষষ্ঠীতম অধ্যায়)

কালিকা পুৰাণত আছে---

পুষ্প গ্ৰহণ কৰিলে আঙুলিৰ অগ্ৰভাগ বিশুদ্ধ হয়, মৰ্দনৰ দ্বাৰা তলুৱা আৰু নিমন্থনৰ দ্বাৰা হাতৰ পৃষ্ঠভাগ শুদ্ধ হয়। ঘ্ৰাণৰ দ্বাৰা নাকৰ অগ্ৰভাগ পৱিত্ৰ হয়। পুষ্পদানৰ যোগেদি সংস্কাৰ জন্মে। ফুলৰ দ্বাৰা দেৱত্ব উৎপন্ন হয় আৰু দেৱত্ব সৃষ্টি হ'লে শুদ্ধতাৰ জন্ম হয়। সেইবাবে ফুলক শুদ্ধতাৰ প্ৰতীক বুলি বিশ্বাস কৰা হয়। সেইদৰে ফুলৰ মালাও মঙ্গলৰ চিন বুলি গণ্য কৰা হয়। কালিকা পুৰাণত আছে, যি ব্যক্তিয়ে ভক্তিযুক্ত হৈ সহস্ৰ ৰক্তপদ্মৰ দ্বাৰা মালা নিৰ্মাণ কৰি মহাদেৱীক অৰ্পণ কৰে সেই ব্যক্তি দেৱীৰ অধিক প্ৰীতি-ভাজন হয়। দেৱী স্পৰ্শ ফুলৰ মালা পৰিধান কৰিলে সকলো বিঘ্ন আঁতৰ হয় বুলি প্ৰবাদ আছে।

কালী পুজাৰ নামত আছে—

কলিতে কালিকা পূজা জবা পুষ্পৰ মালা
ৰক্তচন্দন বিল্বপত্ৰে কালিকে পূজিবা।

বিয়ানামত ফুলৰ মালাৰ বিষয়ে আছে—

যোৱা আইদেউ যোৱাগৈ
হোমৰ গুৰি পোৱাগৈ
তগৰ ফুলৰ মালা ধৰি
ৰামৰ মুৰত দিয়াগৈ।

হোমৰ গুৰিত গায়—

গছ ৰঙা পাতো ৰঙা, ৰঙা গোলাপ ফুল,
ওচৰ চাপি বহাঁ আইদেউ নাযায় জাতি কুল।
শৰাই ভৰি সাজে কাপোৰ মাথা ভৰি ফুল,
মুখে ভৰি চুমা দিব নাযায় জাতি কুল।

দৰাঘৰৰ আয়তীসকলে হোমৰ গুৰিলৈ কইনা অনাত পলম হলে বিয়ানাম গায়—

ফুলজোপা ফুলিছে, কদম জোপা হালিছে,
চোৱাহে চোৱা বোপাই ঘড়ীত কিমান বাজিছে।

প্ৰাচীন ভাৰতত সাজ-পোছাকৰ দৰে মানুহে ফুলৰ মালা পিন্ধি ফুৰিবলৈ গৈছিল। আলহীক সোধ-পোছ কৰোঁতে অন্যান্য বস্তুৰ লগতে

ফুলৰ মালাও উপহাৰ দিয়া হৈছিল। এই প্ৰথা আজিকালিও নোহোৱা নহয়। মেলে-মিটিঙে, সভাই-সমিতিয়ে, তিথিয়ে-পাৰ্বণে, বিয়াই-সবাহে ফুলৰ মালা অপৰিহাৰ্য্য। বিশিষ্ট অতিথিক ফুলৰ মালা পিন্ধাই সম্বৰ্দ্ধনা জনোৱা হয়। সৌন্দৰ্য্য সাধনা কৰা অসমীয়া গাভৰুৱে খোপাত ফুলৰ মালা পিন্ধে।

ফুলৰ প্ৰতি অসমীয়া মানুহৰ আগ্ৰহ বাপতিসাহোন। কীৰ্তনৰ 'হৰমোহন'ত অসমীয়া মানুহে ভালপোৱা ফুলৰ বৰ্ণনা অনুপম---

শিৰীষ সেউতী তমাল মালতী
লবঙ্গ বাগি গুলাল,
কৰবীৰ বক কাঞ্চন চম্পক
ফুল ভৰে ভাঙে ডাল।
শেৱালি নেৱালি পলাশ পাৰলি
পাৰিজাত যূতি জাঁই
বকুল বন্দুলি আছে ফুলি ফুলি
তাৰে সীমা সংখ্যা নাই।

প্ৰকৃতিৰ লগত অসমীয়া মানুহৰ সম্বন্ধ অত্যন্ত গভীৰ আৰু সুস্পষ্ট। অসমৰ লোকগীতবোৰত সেইবাবে ফুলৰ প্ৰাচুৰ্য্য বিশেষ মনকৰিবলগীয়া। গোৱালপাৰা অঞ্চলৰ প্ৰখ্যাত উৎসৱ 'বাঁশ পূজা'ত ফুলক বৰ্ণাই গোৱা অনেক গীত প্ৰচলিত আছে। মদন দেৱতাৰ উদ্দেশ্যে অনুষ্ঠিত এই পূজাৰ গীতত আছে---

উপজিল মদন ঠাকুৰ, হাতে সুন্দিফুল,
হাতে পদ্ম, পায়ে পদ্ম, পদ্ম নভস্থল।

ফুলৰ জন্মৰ বিষয়ে গীত---

যদিৰে ছাৱাল কানাই ৰঙ্গত থাকে মন।
গোকুল নগৰে কৰ ফুল বৃন্দাবন॥
এমন শুনি ছাৱাল কানাই নাথাকিল বৈয়া।
বাসুৱা বলদক আনিল জুৰিয়া॥
এক চাষ কৰে ভুঁই, দুই পাট মৈ।
বাছিয়া বাছিয়া তুলে কেল্লা দুবাৰ বৈ॥

কেঙ্গা-দুবা তুলিয়া গোসাঁই ফেলাই বহুদূৰ।
নাৰদে বান্ধে আলি গোসাঁই গাৰে ফুল ॥
গাৰিল ফুল চাম্পা নাগেশ্বৰ বড় গুলাপেৰ গাছ।
কেৱা কেৱতী ধুতি মালতী গাৰিল চাৰি পাশ ॥
মূল পদ্ম উত্তম ফুল গাৰিল জলে স্থলে।
লাউ কুমৰা ঝিঙা তৰৈ চালে যে ফুল ফুটে ॥
ফুল গাৰিয়া হুৱাল কানাই নাপায় আৰ দিশা।
সৰেসত্তী পূজিতে ফুল গাৰিল কাঞ্চিলা ॥
ফুল গাৰিয়া ছাৱাল কানাই গুপ্তভাৱে ৰয়,
হৰিৰ নামে ফুল ফুইটাছে যেন জোনালীময় ॥
ফুলেৰ বাসে আসিয়াছে ভোমৰাই কৰে ৰণ,
ফুলেৰ বাসে আসিয়াছে স্বৰ্গেৰ দেৱগণ ॥

প্ৰকৃতিৰ অপূৰ্ব দান ফুলৰ প্ৰতি থকা অসমীয়া মানুহৰ আদৰ এই লোকগীতত সুন্দৰভাৱে প্ৰকাশ পাইছে। অসমৰ লোক-সংস্কৃতিৰ অপৰূপ নিদৰ্শন থকা বিহুগীতসমূহত সুগন্ধি ফুলৰ তীব্ৰ গোন্ধে ডেকা-গাভৰুক আকৰ্ষণ কৰা উদাহৰণ শত-সহস্ৰ দেখিবলৈ পোৱা যায়। লুইতৰ পাৰৰ বহল চাপৰিত যৌৱনে পৰশা ডেকা-গাভৰুৰ মন সুগন্ধি ফুলৰ সৌৰভে ছাটিফুটি কৰে---

নাহৰ ফুল ফুলিবৰ বতৰ
নাহৰ ফুলৰ গোন্ধ পাই লাহৰীৰ তত নাই
গৰকি ভাঙি যায় যঁতৰ।

কোনোৱে আকৌ নাহৰৰ মলমলীয়া চিনাকি গোন্ধ নাপাই ৰং-ৰহইচৰ ক্ৰীড়াভূমি মুকলি পথাৰলৈ বিহু মাৰিবলৈকে যোৱা নাই—

ন পানী বঢ়া নাই নাহৰ ফুল ফুলা নাই
বিহু বিহু লগা নাই গাত,
গাৱঁৰ ডেকা ল'ৰাই কড়ি খেল পতা নাই
গোন্ধ তেল লোৱা নাই গাত।

যৌন উত্তেজনা বঢ়োৱা সুগন্ধি ফুলৰ আকৰ্ষণত ডেকা ল'ৰাৰ গা ৰাইজাই কৰে—

নেঘেৰী খোপাতে কপৌফুল এপাহি
সোণতে সুৰগা চৰে
তোমাৰ মুখলৈ চাবকে নোৱাৰি
দেহা মোৰ কেনেবা কৰে ।
সেউতী এপাহি মালতী এপাহি
কেতেকী ফুলৰে পাহি
তোমাৰ দেহাটি পদুমৰ পাহি যেন
মাণিকী মধুৰী হাঁহি ।
তোমাৰ বাৰীত ফুলিলে ইন্দ্ৰজিৎ মালতী
মোৰ বাৰীত পৰিলে ছাঁ
দিনৰ দিনটো তোমালৈ ধাউতি
ৰাতি পুৰি মাৰে গা ।

নাইবা---

বৰচ'ৰাৰ মুখতে বকুল ফুল ফুলিছে
নিতৌ তিনি পাহি সৰে ।
মইনাৰ চকুলৈ চাবকে নোৱাৰি
হীৰা কি মুকুতা জ্বলে ।

আৰু আছে---

মইনাৰ গালতে চুমা পিচলিলে
হাতত পিচলিলে কাঁহী
এই পাহি ফুলকে মইনাক দিয়ে যাবা
পেলাব মিচিকাই হাঁহি ।

অসমীয়া মানুহৰ ফুলৰ প্ৰতি থকা হেঁপাহ এই গীতবোৰত প্ৰকাশ পাইছে । আইনাম, বিয়ানাম, বিহুনাম, যোজনা, পটন্তৰ, তন্ত্ৰ-মন্ত্ৰ সকলোতে ফুলৰ সুগন্ধিয়ে অসমৰ লোক-সংস্কৃতি সজীৱ কৰি ৰাখিছে । অসমৰ লোক-সংস্কৃতিৰ বিষয়ে আলোচনা কৰোঁতে ড° বিৰিঞ্চিকুমাৰ বৰুৱাই উল্লেখ কৰিছে যে "সুন্দৰী নাৰীৰ আলিঙ্গন স্পৰ্শত পুষ্প বিকশিত হোৱা কল্পনা সংস্কৃত সাহিত্যত আৰ্য্য-পূৰ্ব সংস্কৃতিৰপৰা গ্ৰহণ কৰা হৈছে বুলি কোনো কোনোৱে বিশ্বাস কৰে । এই কল্পনাৰ

লগত অসমীয়া মানুহৰো যে ঘনিষ্ঠ পৰিচয় ঘটিছিল তাৰ আভাস প্ৰাচীন গীত-মাতত পাব পাৰি।" ফুলৰ বিষয়ে ড° বিৰিঞ্চিকুমাৰ বৰুৱাৰ 'অসমীয়া ভাষা আৰু সংস্কৃতি', 'অসমৰ লোক সংস্কৃতি'ত বিশেষভাৱে আলোচনা কৰা হৈছে।

ফুলৰ বাতৰি পালোঁ মই আইটি
ভৰিতে মাৰিলোঁ টিপা,
বাৰ বছৰীয়া নুফুলা ফুলেও
আপুনি ধৰিলে শিপা।
ফুলৰ বাতৰি পালোঁ মই মইনা
চৌপাশে মেলিলোঁ হাত,
সেউতী, মালতী, তগৰ, গুৱামালী
সবেও মেলিলে পাত।
ফুলৰ বাতৰি পালো মই মইনা
মিচিকাই মাৰিলো হাঁহি,
সেউতী, মালতী, তগৰ, গুৱামালী
সবেও মেলিলে পাহি।

মনৰ সেউজীয়া আশা-আকাংক্ষা সুগন্ধিৰ সংযোগত উথলি উঠে। সুগন্ধি ফুলৰ স্পৰ্শত অসমীয়া মানুহৰ মন ৰমণীয় হৈ উঠে।

প্ৰকৃতিৰ অপূৰ্ব দান ফুলৰ সুগন্ধিত কিয় ইমান আত্মীয়তা সোমাই আছে সেই বিষয়ে গৱেষকসকলে অনেক পৰীক্ষা-নিৰীক্ষা চলাইছে। ফুলৰ গোন্ধ উৎপন্ন হয় ইয়াৰ সৰ্বশৰীৰত। ফুলৰ পাহি, পাত, ঠাৰি পাপৰি প্ৰভৃতি সকলোতে এবিধ উদ্ভিদ ৰস উৎপন্ন হৈ ফুলৰ জীৱন ধাৰণত সহায় কৰে। গোলাপ ফুল, পদুম ফুল, তগৰ ফুল, কেতেকী ফুল, চম্পাফুল প্ৰভৃতিৰ বেণু আৰু পাহিত বিশেষকৈ এই উদ্ভিদ ৰসে মধুগ্ৰন্থিৰ সৃষ্টি কৰি ফুলৰ গোন্ধ তীব্ৰ কৰে আৰু আকৰ্ষণ বৃদ্ধি কৰে। আন এবিধ উগ্ৰ গোন্ধৰ ফুল হ'ল মালতী। এই ফুলত তৈলজ দ্ৰব্য গ্লুকছ ( Glucose ) ৰূপে সংগৃহীত হৈ সুগন্ধি বিস্তাৰত সহায় কৰে। এই তৈলজ দ্ৰব্যই হৈছে ফুলৰ উদ্বায়ী তৈলজ সম্পদ ( Essential oil )। ইয়াৰপৰাই মধু-গ্ৰন্থি ( Nectar ) উৎপন্ন

হয়। এই উদ্বায়ী তৈলত থকা সুৰাসাৰ ( Alcohols ), হাইড্ৰোকাৰ্বন এচিদ, এলডিহাইড্ ( Aldehydes ), কিটন ( Ketones ) আৰু এষ্টাৰ ( Esters ) থকাৰ বাবে সুগন্ধিৰ বিবৰ্তন বিশেষভাৱে সহজ আৰু আকৰ্ষণীয় হৈ পৰে। সুগন্ধিযুক্ত উদ্ভিদৰস প্ৰথমতে ফুলগছ এজোপাৰ কুমলীয়া অঙ্গতহে উৎপন্ন হয় বুলি ঠাৱৰাব পাৰি আৰু ব্যাপন পদ্ধতিৰ ( Process of diffusion ) দ্বাৰা এই ৰস পাতৰপৰা ঠাৰিলৈ আৰু ঠাৰিৰপৰা ফুললৈ সম্প্ৰসাৰণ হয়। ফুল ফুলিবৰ বতৰত এই উদ্বায়ী তৈলজ সম্পদে ফুলৰ কলিৰপৰা এক পূৰ্ণ প্ৰস্ফুটিত পুষ্পলৈ ৰূপান্তৰিত কৰে। তেতিয়া ফুলৰ সমগ্ৰ অঙ্গতে সৌৰভ বিয়পি পৰে আৰু ইয়াৰ সুগন্ধিয়ে সকলোকে আকৃষ্ট কৰে। ফুলৰ সুগন্ধিৰ গুণাগুণ বিচাৰ কৰোঁতে বিশেষজ্ঞসকলে ফুলগছ উৎপন্ন হোৱা মাটি, জলবায়ু আৰু ফুল ৰোৱাৰ পদ্ধতিৰ ওপৰত গুৰুত্ব দিয়ে। একেবিধ ফুলৰে বেলেগ বেলেগ সুগন্ধি, বেলেগ বেলেগ অঞ্চল বিশেষত উৎপন্ন হোৱাৰ প্ৰধান কাৰণ খেতিৰ মাটি, জলবায়ু আৰু খেতিৰ পদ্ধতিৰ প্ৰাকৃতিক তাৰতম্য। সুগন্ধি দ্ৰব্য প্ৰস্তুতকাৰীসকলে গবেষণা কৰি এই তাৰতম্য আঁতৰ কৰিবলৈ নানাবিধ সুগন্ধিযুক্ত দ্ৰব্যৰ একত্ৰীকৰণৰ ব্যৱস্থা কৰিছে। প্ৰাচীন ভাৰতত শোধন, পাচন বোধ, ভেদ, ধূপন, বাচন, ভাৱনা প্ৰভৃতি উপায়েৰে সুগন্ধি প্ৰস্তুত কৰাৰ উল্লেখ পাব পাৰি—

শোধনং বাচনং চৈব তথৈবচ বিৰেচনম্।
ভাবনা চৈব পাকশ্চ বোধনং ধূপনং তথা ॥

—বিষ্ণুধৰ্মোত্তৰ পুৰাণ ঃ ভেঙ্কটেশ্বৰ প্ৰেছ, বম্বে।

অনুমানিক নৱম শতিকাত ৰচিত হোৱা অগ্নি পুৰাণত আঠ প্ৰকাৰৰ সুগন্ধি প্ৰস্তুত কৰা প্ৰণালীৰ উল্লেখ আছে। যেনে—(১) শৌচ (২) আচমন (৩) বিৰেচন (৪) ভাবন (৫) পাক (৬) বোধন (৭) ধূপন (৮) বাচন।

শৌচমাচমনং ৰাম তথৈব চ বিৰেচনম্
ভাবনং চৈব পাকশ্চ বোধনং ধূপনং তথা।

বিভিন্ন সুগন্ধি আৰু প্ৰসাধন সামগ্ৰী তৈয়াৰ কৰাৰ উপায় বা পদ্ধতিক প্ৰাচীন কালত 'গন্ধযুক্তি' বোলা হৈছিল। বাৎস্যায়নৰ

কামশাস্ত্ৰত এক লাখ চৌসত্তৰ হাজাৰ সাত শ একুৰি বিধ উপায়েৰে সুগন্ধি দ্ৰব্য তৈয়াৰ হৈছিল বুলি উল্লেখ আছে। বৰাহ-মিহিৰে বৃহৎ সংহিতাৰ ৭৭ খণ্ডত সুগন্ধিৰ বিষয়ে বিশদ আলোচনা কৰিছে। এইবোৰ সূত্ৰৰপৰা প্ৰাচীন ভাৰতৰ মানুহে অঙ্গৰাগৰ বাবে কিমান যত্ন লৈছিল বঢ়িয়াকৈ জানিব পাৰি। অঙ্গৰাগৰ মুখ্য উদ্দেশ্য লাহ-বিলাহত নিজকে বিলাই দিয়া কেতিয়াও নহয়। শৰীৰৰ সকলো অঙ্গ-প্ৰত্যঙ্গ পৰিষ্কাৰ-পৰিচ্ছন্ন কৰি নিমজকৈ ৰখা, শৰীৰৰ তেজ চলাচলৰ বাবে নিতৌ ব্যায়াম বা পৰিশ্ৰম কৰা, মন প্ৰফুল্লিত, আনন্দিত ৰাখিবলৈ কৰ্তব্যপৰায়ণ হোৱা প্ৰভৃতিৰ লগত সম্বন্ধ ৰাখি অঙ্গৰাগক বিশেষভাৱে আদৰ কৰা হৈছিল। ৰামায়ণৰ 'অৰণ্য কাণ্ড'ত আছে যে অত্ৰি মুনিৰ ভাৰ্য্যা অনুসূয়াই সীতাদেৱীক সুগন্ধিযুক্ত অক্ষয় প্ৰসাধন সামগ্ৰী উপহাৰ দিছিল।



# প্ৰাচীন অসমৰ সুগন্ধি আৰু প্ৰসাধন সামগ্ৰী

অসমৰ প্ৰাচীন দিনলৈ লক্ষ্য কৰিলে সুগন্ধি আৰু প্ৰসাধন দ্ৰব্যৰ ব্যৱহাৰৰ কথা গম পাব পাৰি। সাগৰ সদৃশ্য সুগন্ধি আৰু প্ৰসাধনৰ বহুৰঙী ছিটিকনি বাহিৰৰপৰা আহি অসমত পৰিলহি নে অনেক সামগ্ৰী অসমতে প্ৰস্তুত হৈছিল--গৱেষণাৰ বিষয়। অসমীয়া মানুহৰ সৰহ সংখ্যক লোকে সৰল, সহজ আৰু সাধাৰণ জীৱন অতিবাহিত কৰিছিল। লাহ-বিলাসত কোনোদিনে গভীৰভাৱে জড়িত হোৱা নাছিল। তথাপিও সৌন্দৰ্য্যপ্ৰিয় অসমীয়া মানুহে প্ৰকৃতিয়ে দান কৰা ৰূপ-মাধুৰ্য্য অতি যত্নেৰে ৰক্ষা কৰিবলৈ প্ৰাচীন কালৰেপৰা হাবিয়াস কৰিছিল। সামাজিক ৰুচিবোধৰ খতিয়ান ৰূপে পৰিষ্কাৰ পৰিচ্ছন্নতাৰ লগতে ৰূপচৰ্চাকো অসমীয়াই আদৰ কৰিছিল। প্ৰাক্ আহোম যুগৰ অসমীয়া সংস্কৃতিৰ কোনো কোনো পুথি আৰু প্ৰাচীন লিপিৰ পৰা সেই সময়ত প্ৰচলিত অনেক সুগন্ধি দ্ৰব্যৰ কথা জানিব পাৰি। ড° প্ৰতাপচন্দ্ৰ চৌধুৰীয়ে তেখেতৰ গৱেষণা গ্ৰন্থ ইংৰাজী পুথি—'The History of Civilisation of the People of Assam'ত উল্লেখ কৰিছে যে আমাৰ প্ৰাচীন সাহিত্য আৰু ফলিত প্ৰচুৰ অগৰু, চন্দন কাঠ, কস্তুৰী মৃগ, গোশীৰ্ষ আৰু বিভিন্ন সুগন্ধিজাত দ্ৰব্যৰ বিৱৰণী আছে। অৰ্থশাস্ত্ৰ, কালিকা পুৰাণ, যোগিনীতন্ত্ৰ, হৰ্ষচৰিত প্ৰভৃতিত প্ৰাচীন অসমত সমাদৰ লাভ কৰা বহুতো সুগন্ধি আৰু প্ৰসাধন সামগ্ৰীৰ বিষয়ে গম পাব পাৰি। অৰ্থশাস্ত্ৰত থকা জোঙ্গ, ডোঙ্গ, গ্ৰামেৰুক, সুবৰ্ণকুণ্ড্য, পূৰ্ণদ্বীপক, পাৰলৌহিত্যক, আন্তৰবাত্য কালকেয় নামৰ সুগন্ধিৰ বাবে অসম সু-প্ৰসিদ্ধ আছিল। কালিকা পুৰাণত চূৰ্ণীকৃত (পাউদাৰ), ঘৃত (পোষ্ট), দাহাকৰ্ষিত (ছাই),

সম্মৰ্দজ ৰস ( ৰসজাতীয় ) প্ৰাণ্যঙ্গোদ্ভৱ ( জন্তুৰ সুগন্ধি ) আদি সুগন্ধি-জাত দ্ৰব্যৰ উল্লেখ আছে। কালিকা পুৰাণত আছে—

চূৰ্ণীকৃতো বা ঘৃষ্টো বা দাহাকৰ্ষিত এব বা,
ৰসঃ সম্মৰ্দ্দজো বা পি প্ৰাণ্যঙ্গোদ্ভৱ এব বা ॥
গন্ধঃ পঞ্চবিধ প্ৰোক্তো দেবানাং প্ৰীতিদায়কঃ ।

কালিকা পুৰাণ ঃ

গন্ধঃচূৰ্ণ গন্ধপত্ৰং চূৰ্ণং সুমনসস্তথা ।
প্ৰশস্ত গন্ধযুক্তানং পত্ৰচূৰ্ণানি যানিতু
তানি গন্ধ ৰহানিস্যুঃ সুগন্ধঃ প্ৰথমঃ স্মৃতঃ ॥৪০

ঘৃষ্টো-মলয়জো গন্ধঃ সচূৰ্ণীকৃত মেকণা ।
অগুৰু প্ৰভৃতিশ্চাপি যশ্য পত্তকঃ প্ৰদীয়তে ।
গন্ধো দৃষ্টা মঘৃষ্টোহয়ং দ্বিতীয় পৰিকীৰ্তিতঃ ॥

অসমৰ হাবিত পোৱা বিভিন্ন ধৰণৰ গন্ধজাত গছ-বনৰপৰা গন্ধচূৰ্ণ তৈয়াৰ হৈছিল বুলি গম পাব পাৰি। অগৰু চন্দন, সৰল প্ৰভৃতি কাঠ পিহি ঘৃষ্ট বা পেষ্ট জাতীয়' সুগন্ধি, দেবদাৰু, অগৰু, পদুম, চন্দন আদিৰপৰা ৰস আহৰণ কৰি দাহজ গন্ধ, সুগন্ধিজাত কৰবীৰ বিল্ব গন্ধিনী, তিল, হালধি, মাহ প্ৰভৃতি নিষ্পীড়ণ কৰি সম্মৰ্দজ ৰস, মৃগনাভি বা মৃগকোষৰপৰা শোধন কৰি প্ৰাণ্যঙ্গজগন্ধ প্ৰস্তুত কৰা প্ৰণালী আমি পাওহঁক। কালিকা পুৰাণত আছে যে প্ৰাণ্যঙ্গজগন্ধ দেৱ-দেৱীসকলৰ অত্যন্ত প্ৰিয় সুগন্ধি। মৃগনাভি ঘৃষ্ট বা চূৰ্ণ কৰি ব্যৱহাৰ কৰা প্ৰথা কালিকা পুৰাণ আৰু যোগিনীতন্ত্ৰত উল্লেখ আছে। এইখিনিতে উল্লেখ কৰিব পাৰি যে অসমীয়া মানুহে সৰ্পভয় নিবাৰণ কৰিবলৈ আৰু নানা ধৰণৰ বেমাৰৰপৰা ৰক্ষা পাবলৈ লগত প্ৰায়ে কস্তুৰী ( Musk ) ৰাখিছিল। জন্তুৰপৰা আহৰণ কৰা কস্তুৰী এবিধ অতি মূল্যবান সুগন্ধি। প্ৰখ্যাত সংস্কৃত অভিধান শব্দকল্পদ্ৰুমত আছে, মৃগস্য নাভৌজাত সুগন্ধি দ্ৰব্যম্। ইয়াৰ অন্য নাম মৃগনাভি, মৃগমদ, গন্ধকেলিকা ইত্যাদি। কপিলা, পিঙ্গলা, কৃষ্ণ-কস্তুৰী এই তিনিবিধ কস্তুৰীৰ নাম প্ৰাচীন গ্ৰন্থত উল্লেখ আছে। কস্তুৰীৰ বাবে অসম আছিল সুপ্ৰসিদ্ধ। অসমৰ ৰজা ভাস্কৰ বৰ্মাই

হৰ্ষবৰ্দ্ধনলৈ পঠোৱা উপহাৰৰ তালিকাত সুগন্ধি কস্তুৰীৰ মোনাও আছিল বুলি উল্লেখ আছে। শ্ৰীহৰ্ষচৰিতত আছে যে প্ৰাগজ্যোতিষ-পুৰৰ ৰজা কুমাৰ ভাস্কৰ বৰ্মাৰ অতি অন্তৰঙ্গ দূত হংসবেগৰ যোগেদি অসংখ্য উপহাৰ হৰ্ষবৰ্দ্ধনে লাভ কৰিছিল। 'আভোগ' নামৰ বৰুণৰ ছাতি এটাৰ লগতে বিবিধ মণিমুক্তা, বহুৰঙী বেতৰ জপাৰ মাজত জাপি ৰখা পবিত্ৰ আৰু উজ্জ্বল মুগা, পাটৰ সাজপাৰ, নিপুণ কাৰিকৰে তৈয়াৰ কৰা শংখ, হাতীৰ দাঁত, পানী খোৱা বিবিধ পাত্ৰ, কাপোৰৰ মোনাত ভৰোৱা সোণৰ পাতেৰে কাৰুকাৰ্য্য কৰা মনোমোহা গন্ধ-সাৰ, পদুৰ তেল ভৰোৱা পাত্ৰ, ধুনীয়া সোণ আৰু ৰূপৰ শৰাই, বেত আৰু বাঁহৰ নানাবিধ সামগ্ৰী উপহাৰস্বৰূপে হংসবেগে লৈ আহিছিল। ড° মোতীচন্দ্ৰৰ মতে অসম, নেপাল আৰু মধ্য এছিয়াত কস্তুৰী পোৱা গৈছিল। চীন দেশৰ সৰ্বোৎকৃষ্ট কস্তুৰীৰ পিছত অসমৰ কস্তুৰীয়ে মূল্যবান সুগন্ধি ৰূপে স্বীকৃতি পাইছিল।

> কামৰূপোদ্ভৱা শ্ৰেষ্ঠা নৈপালী মধ্যমা ভবেৎ।
> কাশ্মীৰ দেশ সম্ভূতা কস্তুৰী মধ্যমা স্মৃতা ॥
> ইতি ৰাজ নিৰ্ঘণ্টঃ।

প্ৰশান্ত মহাসাগৰৰ দ্বীপপুঞ্জৰপৰাও অসমলৈ কস্তুৰী আমদানি হৈছিল বুলি কোনো কোনো সূত্ৰই উল্লেখ কৰিছে। অধ্যাপক ছিলভান লেবীৰ মতে পূৰ্বৰ দ্বীপপুঞ্জ অন্তৰ্গত তিমোৰ দ্বীপকে গোশীৰ্ষ বোলা হৈছিল। গোশীৰ্ষ চন্দন সম্ভৱত সেই নামৰ দ্বীপৰপৰা অসমলৈ আহিছিল। (অসমীয়া ভাষা আৰু সংস্কৃতি, ড° বিৰিঞ্চিকুমাৰ বৰুৱা) অতীজৰেপৰা কস্তুৰীক মহামূল্যবান সুগন্ধিৰূপে ব্যৱহাৰ কৰাৰ কথা আমি গম পাওঁ। বিশেষকৈ অসমত ইয়াৰ প্ৰচলন অত্যন্ত প্ৰাচীন।

**কস্তুৰী** : কস্তুৰী মৃগ (Musk Deer) হিমালয়ৰ পাদদেশত প্ৰধানকৈ পোৱা গৈছিল। অসমৰ উত্তৰ সীমান্তৰ বাহিৰেও বাৰমাহে বৰফে ঢকা পৰ্বতমালাৰ সৰল আৰু ৰোডোডেনড্ৰন গছৰ মাজে মাজে, পৰ্বতীয়া মালভূমিৰ লুংলুঙীয়া হাবিয়ে বননিয়ে কস্তুৰীমৃগই অক্ষয় সুগন্ধিৰ আধাৰ লৈ ঘূৰি ফুৰে। কস্তুৰী বহন কৰে মতা পহুৱে। ই শক্তিবান

হ'লেও সদায় বিপদগ্ৰস্ত, ধুনীয়া যদিও অকলশৰীয়া। এফালে চিকাৰীৰ হাতত মৃত্যুৰ ভয় আনফালে সুগন্ধি নিজৰাৰ তীব্ৰতাত ভীতিগ্ৰস্ত। আন পহুৰ দৰে ই দলত ঘূৰি নুফুৰে। কেতিয়াবাহে মাইকী পহুৰ সঙ্গলাভ ঘটে। গৰম দিনত সমতল ভূমিৰপৰা প্ৰায় ৮০০০ ফুট ওপৰৰ পৰ্বতীয়া ঠাইলৈ আঁতৰি যায়গৈ। কস্তুৰী মৃগৰ শ্ৰৱণ শক্তি অত্যন্ত সুস্পষ্ট, প্ৰখৰ। সেই বাবে চিকাৰ কৰা মানুহে সহজে ইয়াক ধৰিব নোৱাৰে। পহুজাল পেলাই নাইবা পহুগড় পাতি অনেক কৌশলেৰে ইয়াক নধৰিলে উপায় নাই। যি ঠাইত পহু ওলোৱাৰ সম্ভাৱনা, সেই ঠাইলৈ বাটকুৰি বাই অসমৰ পহু ধৰা মানুহে অটব্য হাবি ভ্ৰমি ফুৰিছিল। পহু ওলোৱা বাটত পহু চিকাৰীয়ে বাঁহী বজাই সুৱদী সুৰ তুলিছিল। অটব্য হাবিত এই সুৰীয়া মিঠা বাঁহীৰ মাত শুনি কস্তুৰী পহু স্তম্ভিত হৈছিল আৰু আপোনভোলা হৈ বাঁহীৰ সুৰ ভাহি অহা ফালে আগবাঢ়িছিল। ওচৰ চপাৰ লগে লগে চিকাৰীয়ে কেতিয়াবা বিষযুক্ত ধেনু-কাঁড়েৰে, কেতিয়াবা যাঠিৰে পহুটো মাৰি তাৰ গাৰপৰা কস্তুৰী উলিয়াই আনিছিল। অনেক সময়ত জালত নোসোমোৱা পহুক ধৰিবলৈ অসমত পহুগড় তৈয়াৰ কৰা হৈছিল। এই গড় সাধাৰণতে V আখৰটোৰ দৰে চাৰিওফালে এন হাবিৰে ঢাক খাই থকা। দূৰৈৰপৰা পহু খেদা মানুহে চক্ৰাকাৰ হৈ চিঞৰ-বাখৰ কৰি পহু খেদি আনি গড়ৰ ভিতৰলৈ খেদি পঠিয়ায়। পহু গড়ত পৰিলেই গড়ৰ মুখখন এখন ভাল শকত জালেৰে বন্ধ কৰি দি হাতত যাঠি, জোং লৈ পহৰা দিয়া হয়। পিছত গড়ৰ ভিতৰত আবদ্ধ হৈ থকা পহুটোক ধৰি মৰিয়াই মাৰি পেলায়। প্ৰায় দহ বছৰীয়া মতা কস্তুৰী মৃগৰপৰা যি কস্তুৰী সংগ্ৰহ কৰা হয় সেইখিনি আচল সুগন্ধি বুলি কব পাৰি। এনে বিধৰ পহুৰপৰা আহৰণ কৰা কস্তুৰী একোটাত দুই আউন্স পৰ্য্যন্ত পাব পাৰি বুলি অভিজ্ঞ লোকে কয়। কস্তুৰীৰ লোভত অনেক সময়ত কস্তুৰী নথকা আন আন বহুতো সৰু ডাঙৰ পহু চিকাৰীৰ হাতত মৰা পৰে। কস্তুৰী থকা পহুটো মাৰি পেলোৱাৰ পিছত সুগন্ধি নাড়ীডাল সম্পূৰ্ণৰূপে গুচাই পেলোৱা হয়। এই মৃগকোষ আকৃতিত একোটা হাঁহকণীৰ দৰে। তলপেটৰ জননেন্দ্ৰিয়ৰ ওচৰত অৱস্থিত। প্ৰথমে সুগন্ধিখিনি চেকুৰা বন্ধা তেজৰ

দৰে জমা হৈ থাকে। তেতিয়া ইয়াৰ গোন্ধ নাথাকে। মৃগকোষ পৰিষ্কাৰ কৰিবলৈ লাগি থকা চুলি আৰু ছাল গুচাই ৰ'দত শুকাই-মেলি কিছুদিন থৈ দিয়া হয়। পিছত পানী বা তেলত জুবুৰিয়াই থৈ দিয়া নিয়ম। এনে কৰিলে মৃগকোষ স্বাভাৱিকতে কোমল হৈ পৰে আৰু পুৰণি হোৱাৰ লগে লগে সুগন্ধি ওলাবলৈ আৰম্ভ কৰে। কেঁচা অৱস্থাত মৃগকোষৰ গোন্ধ 'এমপিয়াৰ' দৰে। কিন্তু ক্ৰমাৎ ইয়াৰ গোন্ধ সলনি হৈ উৎকৃষ্ট গোন্ধত পৰিণত হৈ পৰে। যদিও আজিকালি অনেক কৃত্ৰিম কস্তুৰী ওলাইছে, তথাপিও খাঁটি কস্তুৰীৰ মূল্য সুগন্ধি প্ৰস্তুত-কাৰীৰ ওচৰত অলপো কমা নাই। অকণমান খাঁটি কস্তুৰীৰ গোন্ধে ইয়াৰ গুৰুত্ব হ্ৰাস নকৰাকৈ শ শ মাইল জুৰি আমোল-মোলাব পাৰে। মধ্য আৰু সুদূৰ প্ৰাচ্যৰ দেশসমূহলৈ অসমৰপৰা এসময়ত কস্তুৰী চালান হৈ বেহা-বেপাৰৰ প্ৰসাৰণ বৃদ্ধি পাইছিল। আৰব দেশৰ মানুহে কস্তুৰীক যথেষ্ট আদৰ কৰে। প্ৰবাদ আছে যে আৰব দেশৰ কটাউৰাচ আৰু কাৰাআমেদত থকা বিখ্যাত মছজিদ দুটাৰ ইটাৰ গাঁথনিত প্ৰচুৰ কস্তুৰী মিহলোৱা আছে। সূৰ্য্যৰ পোহৰ ইয়াৰ গাত পৰাৰ লগে লগে চাৰিওফালে ইয়াৰ সুবাস বিয়পি পৰে।

ফৰাচী ভ্ৰমণকাৰী টেভাৰ্নিয়েৰৰ টোকাৰপৰা জনা যায় যে অসমৰ বনাঞ্চলত প্ৰচুৰ পৰিমাণে কস্তুৰী মৃগ পোৱা গৈছিল আৰু এইবোৰৰপৰা পোৱা সুগন্ধি দূৰ দেশলৈ পঠোৱা হৈছিল। টেভা-ৰ্নিয়েৰে ভ্ৰমণ শেষ কৰি উভতি যাওঁতে লগত ৭৬৭৩ টা কস্তুৰী মোনা লগত নিছিল আৰু ইয়াৰ ওজন আছিল ২৫৫৭$\frac{1}{2}$ আউন্স। সীমান্তৰ অধিবাসীসকলে আহোম ৰজাসকলৰ লগত মিত্ৰতা পাতোঁতে আন আন সামগ্ৰীৰ লগতে কস্তুৰীও উপহাৰ দিছিল। অনেকে আকৌ কস্তুৰী দি জাংফ্ৰাই নিবলৈ ভৈয়ামৰ হাটলৈ আহিছিল। ঔষধতো কস্তুৰীৰ প্ৰয়োজন বুলি গম পাব পাৰি। কফ, বাতবিষ, পানীলগা প্ৰভৃতিত ই মহৌষধ বুলি আয়ুৰ্বেদ শাস্ত্ৰত উল্লেখ আছে। ৰজা সোমেশ্বৰে লিখা 'মানসোল্লাস'ৰ অন্তৰ্গত 'তাম্বুলভোগ' অধ্যায়ত সুগন্ধি পাণ-মচলাৰ লগত কস্তুৰীকো তালিকাভুক্ত কৰিছে। কস্তুৰীৰ বাহিৰেও এমবাৰ গ্ৰীচ, চিভেট আৰু কেষ্টৰ নামেৰে আন তিনিবিধ

অন্তৰপৰা প্ৰস্তুত কৰা সুগন্ধি আছে। অসমত এইবোৰৰ সিমান প্ৰচলন নাছিল।

**অগৰু ঃ** অগৰুৰ ( aloe wood, aloes wood oil ) বাবে অসম অতীজৰেপৰা জনাজাত। অসমৰ হাবিত প্ৰচুৰ পৰিমাণৰ আগৰ কাঠ পোৱা গৈছিল বুলি প্ৰাচীন ফলিত উল্লেখ আছে। এই আগৰ গছক সাঁচি গছ বুলিও কোৱা হয়। ই দীঘলে প্ৰায় ৬০।৭০ ফুট ওখ আৰু গা-গছৰ ঘেৰ ১০।১২ ফুট পৰ্য্যন্তলৈ ডাঙৰ হয়। ধৰ্মীয়, সামাজিক আৰু ঘৰুৱা প্ৰয়োজনীয়তাত অগৰুৰ ব্যৱহাৰ অত্যন্ত তাৎপৰ্য্যপূৰ্ণ। মহাভাৰতৰ সভাপৰ্বত আছে যে ভীমে প্ৰাগজ্যোতিষ জয় কৰাৰ পিছত কামৰূপৰ ৰজাৰপৰা চন্দন কাঠ আৰু অগৰু লৈছিল। পাণ্ডৱসকলে ৰাজসূয় যজ্ঞ কৰোতে প্ৰাগজ্যোতিষৰপৰা মূল্যবান মণি-মুক্তা, সোণ-ৰূপৰ লগতে অগৰু প্ৰভৃতি অনেক সুগন্ধি দ্ৰব্য লাভ কৰিছিল। কৌটিল্যয়ো কিছুমান উৎকৃষ্ট ধৰণৰ আগৰ গছৰ কথা অসমৰ ক্ষেত্ৰত বৰ্ণনা কৰিছে। অৰ্থশাস্ত্ৰৰ টীকাকাৰ ভট্টস্বামীৰ টোকা মতে পাৰসমুদ্ৰক নামৰ এবিধ উৎকৃষ্ট সুগন্ধিযুক্ত আগৰ কাঠ অসমৰ হাবিত পোৱা গৈছিল। তেজপুৰত পোৱা বনমালা ফলিতো অগৰুৰ ব্যৱহাৰৰ কথা গম পাব পাৰি। ভাস্কৰবৰ্মাই শ্ৰীহৰ্ষলৈ উপহাৰস্বৰূপে কাৰুকাৰ্য্যৰে সুশোভিত বাঁহৰ চুঙাত কৃষ্ণ অগৰু তেল পঠাইছিল। আহোম ৰাজত্বৰ কালতো অসমৰ অগৰুৱে চাৰিওফালে সমাদৰ লাভ কৰিবলৈ সমৰ্থ হৈছিল। সম্প্ৰীতিৰ আদান-প্ৰদানত অগৰু আছিল আকৰ্ষণীয় উপহাৰ সামগ্ৰী। বঙ্গদেশ, ভুটান, চীনদেশ, পাৰস্য প্ৰভৃতি দেশলৈ আগৰ কাঠ ৰপ্তানি হৈছিল। সেই সময়ৰ অসমৰ বেহা-বেপাৰৰ প্ৰসাৰতাত আৰু সাংস্কৃতিক বিনিময়ত ই উল্লেখযোগ্য বৰঙণি আগবঢ়াইছিল। মোগল সম্ৰাটসকলে অসমৰপৰা যি উপহাৰ পাইছিল সেইবোৰৰ ভিতৰত আগৰ কাঠো অন্যতম। আইন-ই-আকবৰীত আছে যে আৰবসকলে কামৰূপক কামেৰুণ (Kamerun) বুলিছিল। কামেৰুণ পৰ্বতমালাত প্ৰচুৰ আগৰ গছ পোৱা গৈছিল। বৰষুণৰ বতৰ শেষ হোৱাৰ লগে লগে ইয়াৰ মানুহে আগৰ গছ কাটি অগৰু উলিয়ায়। ইয়াৰ নামো গুণবিশেষে অনেক আছে (আইন-ই-আকবৰী ২য় খণ্ড—১২৫ পৃষ্ঠাত)। অসমৰ বনজ সম্পদৰ

স্বকীয় বৈশিষ্ট্য বহন কৰা আগৰ গছৰপৰা বহু কষ্টৰে আহৰণ কৰা অগৰু তেল (অনেকে 'আগৰ আতৰ' বুলিও কয়) আজিকোপতি প্ৰাধান্য লাভ কৰি আছে। এমবাৰগ্ৰীচ আৰু চন্দন তেলৰ দৰেই ই সুগন্ধি আৰু প্ৰসাধনৰ আকৰ্ষণীয় সামগ্ৰী। চিৰসেউজীয়া আগৰ গছ অসমৰ উত্তৰ-পূব অঞ্চলত বিশেষকৈ পোৱা যায়। যদিও সৰ্বমুঠ কিমান আগৰ গছ অসমত আছে সঠিক সংখ্যা পোৱা নাযায়, তথাপি শিৱসাগৰ, শদিয়া, নগাঁও, দৰং, গোৱালপাৰা, কাছাৰ, গাৰো-পাহাৰত আগৰ গছ আছে বুলি গম পোৱা যায় (Techno Economic Survey of Assam)। চীনাসকলে সুগন্ধি থকা আগৰ গছক 'Fragrance Sinking under water' বুলি নামকৰণ কৰিছিল। কিয়নো উৎকৃষ্ট আগৰ কাঠ আনতকৈ গধুৰ আৰু পানীত ডুব যায়। ইয়াৰ লেটিন নাম হৈছে Aquilaria Agallocha। সাধাৰণতে প্ৰায় ৫০ বছৰীয়া পুৰণি মতা আগৰ গছতে অগৰু পোৱা যায়। তেল থকা গছজোপা বাছি উলিওৱা বৰ সহজ নহয়। কোনো বেমাৰ লাগি গছজোপাৰ গা-গছত কিছুমান ক'লা দাগ ওলায় আৰু গছজোপা লাহে লাহে শেঁতা পৰি আহে। অগৰু থকা ভিতৰৰ সাৰত ভেঁকুৰ ধৰি ক'লা ৰঞ্জন জাতীয় এবিধ সুগন্ধি উৎপন্ন হয়। এই সাৰখিনি কাটি আনি পানীত ডুবাই অগৰু আছেনে নাই পৰীক্ষা কৰি চোৱা উপায় আছে। আগৰ দিনত আমাৰ দেশত বহুত কষ্ট কৰি ক'লা সাৰখিনিৰপৰা অগৰু তেল উলিওৱা হৈছিল। এই পদ্ধতি ব্যয়বহুল আৰু অশেষ ধৈৰ্য্যৰ প্ৰয়োজন। তথাপিও এইবোৰৰ মাজেদি অসমীয়া বেপাৰীসকলে সেই দিনতে কঠোৰ পৰিশ্ৰমেৰে আগৰ গছৰ পৰা সাৰখিনি কাটি সৰু সৰু টুকুৰা কৰি গৰম পানীত উতলাই চামনি পেলাই অগৰু তেল কাঢ়িছিল। আজিকালি অৱশ্যে শোধনৰ বাবে সহজ উপায় ওলাইছে আৰু সমূলি নষ্ট নোহোৱাকৈ তেল উলিওৱা যন্ত্ৰ-পাতি স্থাপন হৈছে। আগতে শ্ৰীহট্টৰ লোকসকলে অগৰু তেল উলিওৱা প্ৰণালীৰ সকলোবোৰ কিটিপ জানিছিল। শ্ৰীহট্ট আজিকালি বাংলা দেশৰ অধীনত থকাৰ বাবে অসমৰ এই মূল্যবান কাঠৰপৰা তেল প্ৰস্তুত কৰা কাৰ্য্যত কিছু অসুবিধাই দেখা দিছে। অসমৰ বন বিভাগে বৰ্ত্তমান এই বিষয়ত কিছু আশাপ্ৰদ

কাম হাতত লোৱা দেখা গৈছে। আগৰ কাঠৰ টুকুৰাবোৰ গুড়ি কৰি পাউদাৰ জাতীয় দ্ৰব্য প্ৰস্তুত কৰা হয়। বহুত ধৰণৰ সুগন্ধি ধূপ প্ৰস্তুত কৰোঁতে এই চূৰ্ণৰ প্ৰয়োজন। The Bower manuscript ত উল্লেখ আছে যে পঞ্চম শতিকাৰেপৰা ঔষধৰ বাবে আগৰ কাঠ ব্যৱহাৰ হৈ আহিছে। ছাৰ জৰ্জৱাটৰ গ্ৰন্থত ( Commercial Products of India ) অসমৰ অগৰুৰ বিষয়ে উল্লেখ কৰোঁতে কোৱা হৈছে যে, অসমৰ এই সুগন্ধি দ্ৰব্য গোলাপজলৰ দৰেই সু-প্ৰসিদ্ধ আৰু জনপ্ৰিয়। চিলেটত আগৰেপৰা আগৰ কাঠৰপৰা সুগন্ধি তেল প্ৰস্তুত কৰা প্ৰণালী সেই অঞ্চলৰ মানুহে বঢ়িয়াকৈ জানিছিল। হেনৰী টমাছ কোলব্ৰুক নামৰ চাহাব এজনে অসমৰ উৎকৃষ্ট আগৰ গছৰ কথা বৰ্ণনা কৰি ‘এটা তথ্যপূৰ্ণ প্ৰবন্ধ ৰয়েল এছিয়াটিক ছচাইটিৰ ( RASI ) আলোচনীত প্ৰকাশ কৰিছিল। এসময়ত অসমত প্ৰাচীন নথি-পত্ৰ আৰু কৃষি বিভাগৰ দায়িত্ব থকা অসম বন্ধু এডোৱাৰ্ড গেইট চাহাবে তেখেতৰ অসম বুৰঞ্জীত সাঁচি গছৰ বৰ্ণনা কৰিছে। কেনেকৈ অসমীয়া মানুহে হাতে-লিখা পুথিৰ বাবে সাঁচি বা আগৰ গছৰ ছাল ব্যৱহাৰ কৰিছিল বিশদ বৰ্ণনা গেইট চাহাবে দাঙি ধৰিছে। শ্ৰীহট্টৰ পৰা প্ৰচুৰ পৰিমাণৰ অগৰু ধূপ আহোম ৰজাসকলৰ ভঁৰাললৈ আহি-ছিল আৰু এইবোৰ নানান অনুষ্ঠানত, মঠ-মন্দিৰত ব্যৱহাৰ হৈছিল বুলি তেখেতে ব্যক্ত কৰিছে।

**চন্দন** ঃ দুহেজাৰ বছৰৰো অধিক কাল জুৰি চন্দন গছে ভাৰতবৰ্ষৰ সাংস্কৃতিক জীৱনত প্ৰভাৱ বিস্তাৰ কৰি আহিছে। পাৰস্য দেশত গোলাপ ফুলৰ যেনে আদৰ, ভাৰততো চন্দনৰ তেনে আদৰ বুলি কোৱা হয়। ভাৰতৰ পণ্য তালিকাত চন্দন কাঠ আৰু চন্দন তেল সু-প্ৰসিদ্ধ। প্ৰাচীন গ্ৰন্থসমূহত চন্দনৰ উল্লেখ পোৱা যায়। ৰামায়ণত থকা চন্দন, হৰিচন্দন আদি গন্ধজাত বৃক্ষ তাম্ৰপৰ্ণিৰ নদীৰ দ্বীপমালাত পোৱা গৈছিল বুলি গম পাব পাৰি। মহাভাৰতৰ দ্ৰোণ-পৰ্ব আৰু কৰ্ণপৰ্বতো চন্দনৰ কথা উনুকিওৱা হৈছে। যুধিষ্ঠিৰে বোলে চন্দনৰ গোন্ধেৰে আমোল-মোলাই থকা সুগন্ধি পানীত স্নান কৰি গাত চন্দনৰ গুড়ি ছটিয়াই পূজা-অৰ্চনাত বহিছিল। কালিদাসে

তেওঁৰ বিখ্যাত গ্ৰন্থ ৰঘুবংশত (৪ৰ্থ খণ্ড) দক্ষিণ ভাৰতৰ শ্বেত চন্দনৰ কথা উল্লেখ কৰিছে। পঞ্চতন্ত্ৰত মলয় পৰ্বতত থকা চন্দনৰ বৰ্ণনাৰ উল্লেখ আছে। ৰাজশিখৰাও (খৃঃ ৮৮০-৯২০) কাব্য মীমাংসাত মলয় পৰ্বতৰ উৎকৃষ্ট বগা চন্দনৰ কথা দাঙি ধৰিছে। ছাৰ মৰিচ উইলিয়ামছে হিতোপদেশৰ উদ্ধৃতি দি কৈছে যে ভাৰতীয় জীৱনত চন্দনৰ প্ৰভাৱ অত্যন্ত গভীৰ। উৎকৃষ্ট গোন্ধৰ বাবে ইয়াৰ ওপৰত উপদ্ৰৱ বেছি।

মূলং ভুজঙ্গৈঃ শিখৰং বিহঙ্গৈঃ
শাখাঃ প্লবঙ্গৈ কুসুমণি ভৃঙ্গৈঃ
নাস্ত্যেব তচ্চন্দনপাদপস্য
যন্নাশ্ৰিতং সত্ত্বভৱৈঃ সমন্তাৎ ॥

"চন্দন গছৰ এনে কোনো স্থান নাই য'ত প্ৰাণীসকলে আশ্ৰয় লোৱা নাই। ইয়াৰ গুৰিত সাপে, আগত চৰায়ে, ডালত বান্দৰে আৰু ফুলৰ কলিত ভোমোৰাই সদায় আশ্ৰয় লয়।" জৈন আৰু বুদ্ধ ধৰ্মৰ ফলিতো চন্দনৰ ব্যৱহাৰৰ উল্লেখ আছে। পাহাৰপুৰ তামৰ ফলিত (৪৯৮-৯ খৃষ্টীয়) উল্লেখ আছে যে চন্দন কাঠৰ ধূপ জৈনসকলে অতীজৰে পৰা ব্যৱহাৰ কৰিছিল। খৃঃ পূঃ সপ্তম শতিকাৰ জাতকমালাত চন্দনেৰে প্ৰস্তুত কৰা সুগন্ধি দ্ৰব্যৰ বিষয়ে গম পোৱা যায়। কবি বানভট্টৰ হৰ্ষচৰিতত আছে যে কুমাৰ হৰ্ষবৰ্দ্ধনে দিগ্‌বিজয় যাত্ৰা আৰম্ভ কৰাৰ আগতে বিচিত্ৰ বাঘৰ ছালৰ ওপৰত বহি বগা চন্দনেৰে সৰ্বশৰীৰ বিভূষিত কৰিছিল। বৰাহ মিহিৰৰ বৃহৎ সংহিতাৰ ৭৮ অধ্যায়ৰ 'গন্ধযুক্তি'ত চন্দনৰ ব্যৱহাৰ আলোচনা কৰা হৈছে। কৰ্পূৰ, তাম্বুল, পাগফল, কক্কোল প্ৰভৃতিৰ দৰে চন্দনো এবিধ সুগন্ধি দ্ৰব্য।

ভাৰতীয় কবিয়ে চন্দনক 'জনতাচিত্তানন্দনশ্চন্দনদ্ৰুম' বুলি বৰ্ণনা কৰিছে। আকৌ কৈছে, 'সংসাৰস্য দ্ৰুতমপণয়ত্যাত্মদেহব্যয়েন' অৰ্থাৎ নিজৰ শৰীৰ ক্ষয় কৰিও সংসাৰৰ নানা ৰোগ সন্তাপ অতিশীঘ্ৰে আঁতৰ কৰিবলৈ চন্দনৰ মহান শক্তি আছে। শব্দকল্পদ্ৰুমত চন্দনক স্বনামখ্যাত বৃক্ষ বুলি কোৱা হৈছে। ৰাজ নিঘণ্টত ইয়াক "শৰীৰ কান্তি বৃদ্ধি কৰিতং, লেপনে কামবৃদ্ধি কৰিতং অতি সৌৰভ্য দন্ত্বঞ্চ"

বুলি বৰ্ণনা কৰিছে। কাশ্যপ সংহিতাৰ মতে চন্দন কাঠৰপৰা ৪০ প্ৰকাৰৰ বিভিন্ন ধূপ প্ৰস্তুত কৰিব পাৰি। কৌমাৰ ধূপ, মাহেশ্বৰ ধূপ, আগ্নেয় ধূপ, ৰাক্ষস ধূপ, উত্তম ধূপ, মহা ধূপ, গন্ধ ধূপ, পুণ্য ধূপ, স্বস্তিকা ধূপ, বৰুণ ধূপ, কেতুৰতী ধূপ, নন্দক ধূপ প্ৰভৃতি উল্লেখ-যোগ্য। ধ্ৰুপকল্পতৰুৰ আখ্যান মতে ৰাক্ষসক খেদিবৰ বাবে ধূপৰ সৃষ্টি হ'ল। ঋষিসকলে ৰাক্ষসৰ উৎপাতত তপস্যা কৰিব নোৱাৰি অগ্নিৰ কাষ চাপে। অগ্নিয়ে তেওঁলোকৰ স্তুতিত সন্তুষ্ট হৈ ৰাক্ষসক খেদিবৰ বাবে 'ধূপ' প্ৰদান কৰে। তেতিয়াৰপৰা পৃথিৱীত ধূপৰ প্ৰচলন আৰম্ভ হ'ল।

আয়ুৰ্বেদ শাস্ত্ৰত চন্দনৰ বহুল ব্যৱহাৰ সম্পৰ্কে গম পোৱা যায়। চন্দনৰ গোন্ধ মলমলীয়া, সোৱাদ তিতা (স্বাদেতিক্তং কষে পীতং, ছেদে ৰক্তংতনৌশিতম্) পিত্তবৃদ্ধি, শ্বাস, হৃদযন্ত্ৰৰ অসুখত চন্দন উপকাৰী বুলি কোৱা হয়। মূৰ কামোৰা, খৰ, খহু, ছালৰ নানা ধৰণৰ বেমাৰ চন্দনে আৰোগ্য কৰে। মহে কামুৰিলে, গাত ফোঁহা উঠিলে, আই-সকলে দেখা দিলে চন্দনৰ প্ৰলেপ ললে ৰোগৰ উপশম ঘটে। চকু উঠা বেমাৰত ই পীড়ানাশক। অনেক কবিৰাজী তেলত চন্দন মিহলি থাকে। চাৰক সংহিতাত (ভেলা সংস্কৰণ—আশুতোষ মুখাৰ্জী সম্পা-দিত, ১৯২১ চন) উল্লেখ আছে যে ৰাস্না তৈল, মহাপদ্মতৈল, মূলক তৈল প্ৰভৃতি বিখ্যাত তৈলপনিক প্ৰস্তুত কৰোতে চন্দন তেলৰ প্ৰয়োজন অধিক।

আমাৰ কালিকা পুৰাণ, যোগিনীতন্ত্ৰ প্ৰভৃতি গ্ৰন্থত চন্দনৰ ব্যৱহাৰ বিশদভাৱে বৰ্ণনা কৰা হৈছে। কালিকা পুৰাণত কোৱা হৈছে যে সকলো প্ৰকাৰৰ গন্ধৰ ভিতৰত 'মলয়োদ্ভৱ' অত্যন্ত প্ৰশস্ত। কৃষ্ণ অগৰু, কৰ্পূৰ আৰু চন্দন মিহলাই যি সুগন্ধি প্ৰস্তুত কৰা হয় তাৰে অৰ্চনা কৰিলে বৈষ্ণৱী দেৱী আৰু কামাখ্যাৰ প্ৰীতি লাভ কৰিব পাৰি। চন্দনৰ লেটিন নাম Santalum album। ই এবিধ চিৰ-সেউজীয়া সৰু গছ। জন স্কটৰ (ৰয়েল বটানিক গাৰ্ডেনছ, কলিকতা ১৮৭১) এটা প্ৰবন্ধৰ যোগে অনেক গছৰ দ্বাৰা সমৃদ্ধ হোৱা চন্দন গছ এবিধ ৰঘুমলা শিপা (Roof Parasite)। ভাল মাটিত চন্দন গছৰ

গছ ভাল হয় যদিও ইয়াৰ কাঠত ভাল সুগন্ধি উৎপত্তি হবলৈ ৰঙচুৰা বা টান মাটিৰহে প্ৰয়োজন। ভাৰতবৰ্ষৰ দক্ষিণ অঞ্চলত ( মহীশূৰ, মহাৰাষ্ট্ৰ, কৰ্ণাটক, তামিলনাডু আদিত ) উৎকৃষ্ট বিধৰ চন্দন ( বগা ) পোৱা যায়। চন্দন কেইবা প্ৰকাৰৰো আছে। শ্বেত চন্দন ( Santalum album ) আৰু ৰক্ত চন্দন ( Pterocarpus Santalina ) বিশেষভাৱে প্ৰসিদ্ধ।

## কৌটিল্যৰ অৰ্থশাস্ত্ৰত

আগতে অসমৰ মাটিত বগা চন্দন আছিল নে নাই সেই বিষয়ে কোনো সবিশেষ তথ্য আমাৰ চকুত পৰা নাই। সাধাৰণতে দক্ষিণ ভাৰতৰপৰাই চন্দন কাঠ অসমলৈ আহিছিল বুলি ঠাৱৰাব পাৰি। অনেকে চন্দনৰ গছ আনি বাৰীত ৰুইছিল। কৌটিল্যৰ প্ৰসিদ্ধ গ্ৰন্থ অৰ্থশাস্ত্ৰত ( খৃঃ পূঃ ৩২০ আৰু খৃঃ ৩০০ৰ ভিতৰত ) ৰাজভঁৰাললৈ সংগ্ৰহ কৰা বিভিন্ন দ্ৰব্যসমূহৰ ভিতৰত অসমৰ চন্দনৰ কথা উল্লেখ কৰিছে। এই গ্ৰন্থত ১৫ বিধ চন্দনৰ নাম, ৰং আৰু গোন্ধৰ বৰ্ণনা পোৱা যায়।

গোশীৰ্ষকম্ কালতাম্ৰম্ মৎসগন্ধিঃ
হৰিচন্দনম্ শুকপত্ৰবৰ্ণমাম্ৰগন্ধিঃ
তাৰ্ণসমৃচ
গ্ৰামেৰুকম্ ৰক্তম্ ৰক্তকালম্ বা বস্তমূত্ৰগন্ধি
দৈৱসভেয়ম্ ৰক্তম্ পদ্মগন্ধিঃ জাপকম্ চ
জোঙ্গকম্ ৰক্তম্ ৰক্তকালম্ বা স্নিগ্ধম্
তৌৰূপম্ চ
মালেয়কম পাণ্ডুৰক্তম্
কুচন্দনম্ কালৰূক্ সম শুক্ৰকালম্ ৰক্তম ৰক্তকালম্ বা
কালপৰ্বত কমনৱদ্যবৰ্ণম বা
কোশাকাৰ পৰ্বতক কালম্ কালচিত্ৰম বা
শীতোদকীয়ম্ পদ্মাভম্ কালস্নিগ্ধম বা
নাগপৰ্বতকম্ ৰূক্সম্ শৈৱলবৰ্ণম বা
শাকলম্ কপিলমিতি।

গোশীৰ্ষক ডাঠ ৰঙা আৰু মৎস্যগন্ধি ; হৰিচন্দন আৰু তাৰ্ণসৰ ৰং ভাটৌৰ পাখিৰ দৰে, তেতেলি বা আমৰ দৰে ইয়াৰ সুবাস ; গ্ৰামেৰুক ৰঙা নাইবা ডাঠ ৰঙা আৰু ইয়াৰ গোন্ধ ছাগলীৰ মূতৰ দৰে ; দৈৱসভেয় আৰু জাপক ৰক্তবৰ্ণ, পদ্মগন্ধি ; জোঙ্গক আৰু তৌৰূপ ৰঙা নাইবা ডাঠ ৰঙা আৰু কোমল সিদ্ধগন্ধি ; মালয়েক পাণ্ডুৰং ঈষৎ হালধীয়া ; কু-চন্দন দেখিবলৈ অগৰুৰ দৰে ক'লা, নাইবা ৰঙা অথবা গাঢ় ৰঙা আৰু বৰ খহটা ; কালপৰ্বতকৰ ৰং মনোহৰ বা অন্দিনীয় ; কোশাকাৰপৰ্বতক ক'লা, নাইবা চিৎফুটুকা ; শীতোদকীয় চন্দন দেখিবলৈ ক'লা স্নিগ্ধ আৰু পদ্মগন্ধি ; নাগপৰ্বতক খহটা আৰু শেলুৰৈ ৰঙৰ আৰু শাকল কপিলা ৰঙৰ।

এইবোৰৰ ভিতৰত জাপ, জোঙ্গক আৰু তৌৰূপ বিধৰ চন্দন কামৰূপত উৎপন্ন হৈছিল বুলি অৰ্থশাস্ত্ৰত উল্লেখ আছে। এই চন্দনসমূহ পাতল, স্নিগ্ধ, সদায় সেমেকা, ঘিউৰ দৰে তেলেতীয়া ছালৰ বাবে উপযোগী ; গৰম শীতল কৰে, শৰীৰ ঠাণ্ডা কৰে, গোন্ধৰ সুৰভিয়ে আনন্দ দিয়ে। কৌটিল্যৰ বিশদ বিৱৰণীত শ্বেত চন্দনৰ উল্লেখ নথকাটো মন কৰিবলগীয়া কথা। ৰঙা, ডাঠ ৰঙা, ক'লা প্ৰভৃতি চন্দনৰ বিষয়ে অৰ্থশাস্ত্ৰত আলোচনা কৰিছে। শুদ্ধ বগা চন্দনৰ উল্লেখ নাই।

**শাল :** অসমত উৎপন্ন হোৱা আগৰ কাঠৰ দৰে শাল গছো এবিধ উল্লেখযোগ্য বনজ সম্পদ। অসমৰ ৰপ্তানি বাণিজ্যত পুৰণি কালৰে-পৰা শাল গছে উল্লেখযোগ্য বৰঙণি যোগাই আহিছে। চাবোন প্ৰস্তুত কৰোঁতে শাল গছৰ তেলৰ প্ৰয়োজন। শাল গছৰ গুটিৰপৰা তেল আহৰণ কৰা কথা আমি সকলোৱে জানো। অসমৰ শাল গছৰ কাঠ কিনিবলৈ বিদেশী বেপাৰী সঘনাই অসমলৈ আহিছিল। দেশজ তৈল সামগ্ৰীৰ কেঁচামাল হিচাপে শাল গছৰ গুটি আছিল প্ৰখ্যাত। বৰ্তমান হিন্দুস্থান লিভাৰ কোম্পানীয়ে চাবোন প্ৰস্তুত কৰোঁতে অধিক পৰিমাণৰ শাল গছৰ গুটি ব্যৱহাৰ কৰাৰ ওপৰত জোৰ দিছে। এই সূত্ৰৰপৰা জনা যায় যে ভাৰতবৰ্ষৰ প্ৰায় ১০০ বিধমান প্ৰাকৃতিক গছ আছে যিবোৰৰ গুটিৰপৰা উৎকৃষ্ট বনস্পতি তেল আহৰণ কৰিব

পাৰি। ইয়াৰ ভিতৰত শাল, নিম, চম্পা, মহুৱা, কৰজিয়া আদি উল্লেখযোগ্য। অসমৰ শাল গছৰ গুটি ব্যৱসায়িক ভিত্তিত সংগ্ৰহ কৰিব পাৰিলে চাবোন, ৰং, বার্নিছ-শিল্প চহকী কৰিব পৰা যাব বুলি আশা কৰিব পাৰি। তেল উলিওৱাৰ পিছত চৰ্বিখিনি জীৱ-জন্তুৰ আহাৰৰূপে ব্যৱহাৰ কৰিব পাৰে বুলিও বিশেষজ্ঞসকলে অভিমত দাঙি ধৰিছে। শাল গছৰ ৰজনৰ ( Oleo Rasin ) পৰা আয়ুৰ্বেদীয় ঔষধ প্ৰস্তুত কৰা হৈছিল। অসমত শাল গছৰ উদ্যোগ গঢ়ি তোলাৰ সম্ভাৱনা প্ৰচুৰ। আৱহমান কালৰেপৰা আদৰ পাই অহা শাল গছে অসমৰ বনজ সম্পদ চহকী কৰাৰ লগে লগে চাবোন জাতীয় প্ৰসাধন সামগ্ৰীকো প্ৰচুৰ সহায় কৰাৰ থল আছে।



# জেতুকা

মোহিনী জেতুকা পাত
বাহিৰে সেউজী ভিতৰে ৰাঙলী
এবুকু মৰম তাত ।

অসমৰ লোক-সংস্কৃতিৰ এক উল্লেখযোগ্য অধ্যায় আমাৰ বিহু উৎসব। বিহু অসমীয়া মানুহৰ প্ৰাণৰ, হেঁপাহৰ আৰু সংস্কৃতিৰ উৎস। এই বিহুক উপলক্ষ্য কৰি পুৰুষ-নাৰী উভয়ে জেতুকাৰে হাত-ভৰি বোলাই, ৰূপৰ ৰহণ চৰাই এক আবেগ ভৰা প্ৰাচুৰ্য্যলৈ চাপলি মেলে। সৌন্দৰ্য্যপ্ৰিয় অসমীয়া ডেকা-গাভৰুৱে স্বাভাৱিক আৰু মানসিক উৎসৱ পম খেদি নতুন আশাৰ সপোন আঁকে। উদং পথাৰত ডেকা-গাভৰুৰ নাচোনৰ ছেৱে ছেৱে মোহনীয় যৌৱনে লুকা-ভাকু খেলে, মন ইচাটি-বিচাটি কৰে। জেতুকাৰ যৌন উত্তেজনা বঢ়োৱা অঙ্গৰাগে ডেকা-গাভৰুৰ সেউজীয়া আশা আকাঙ্ক্ষাক সজীৱ কৰি তোলে, প্ৰাণে প্ৰাণে অনামী আনন্দই অমৃত বৰশি লৈ যায় দূৰ-দিগন্তলৈ। জেতুকা বোলৰ ৰঙীন আনন্দত যেতিয়া পাতল ঠেক ৰিহাখনি লৈ যৌৱনে আমনি কৰা নাচনী গাভৰু সাজি-কাচি নাচিবলৈ ওলাই আহে তেতিয়া গা ৰাইজাই কৰা বিহু মৰা পাহৱাল ডেকা ল'ৰাই গায় ঃ

হাততে জেতুকা ভৰিতে জেতুকা
কাণে লওঁ মুখে লওঁ কৰে,
নাচনীৰ মুখলৈ চাবকে নোৱাৰি
দেহা মোৰ কেনেবা লাগে।

বাৰীৰ ধাপত বিনা যত্নতে গজি উঠে জেতুকা গছ। এই জেতুকা গছজোপাই অসমীয়া লোক-সংস্কৃতিত আবহমান কালৰেপৰা কিমান প্ৰভাব বিস্তাৰ কৰি আছিছে ভাবিলে বিস্ময় মানিব লাগে। আজি আধুনিক যুগতো সৌন্দৰ্য্যপ্ৰিয় অসমীয়া গাভৰুৱে বহাগ বিহুত জেতু-কাৰে নখ, হাত-ভৰি ৰঙা কৰিবলৈ এৰা নাই। ওঁঠত তামোলৰ ৰঙচুৱা বোল, পাঁজিসেৰীয়া আঙুলিত জেতুকাৰ উজ্জ্বল ৰঙ, দীঘল চুলিটাৰিত গোন্ধতেলৰ আমোলমোল সুবাস, কপালত ডাঙৰকৈ জিলিকি থকা ৰঙা সেন্দুৰৰ ফোঁটটো লৈ যেতিয়া অসমীয়া গাভৰুৱে বিহুতলিত ভৰি দিয়েহি তেতিয়া ডেকা মনত এবুকু মৰম উপচি পৰে—প্ৰেম-পীৰিতি উথলি উঠে ঃ

কিনো হাত দুখনি কেনে ভৰি দুটি
কিনো তোমাৰ শুৱলা মাত,
ৰ'দ পাই জিলিকে মোহিনী জেতুকা
হাঁহিত জিলিকে দাঁত।

এই মোহিনী জেতুকাই প্ৰাক্-ঐতিহাসিক কালৰেপৰা ভাৰতীয় অঙ্গৰাগত প্ৰাধান্য বিস্তাৰ কৰি আছিছে। ভাৰতবৰ্ষৰ বাহিৰেও পশ্চিম এছিয়া আৰু সুদূৰ প্ৰাচ্যৰ দেশসমূহতো জেতুকাৰ ব্যৱহাৰ ব্যাপক আছিল। আঙুলি, নখ, হাতৰ তলুৱা, ভৰিৰ তলুৱা প্ৰভৃতিত জেতুকাৰ ৰং লগাই শোভা বৰ্দ্ধন কৰা হৈছিল আৰু অনেক বেমাৰৰ প্ৰতিষেধক ৰূপে ব্যৱহাৰ কৰা হৈছিল। আজিকালি ফেশ্যনৰ যুগত আধুনিকাই নানাবিধ nail polish লৈ অঙ্গৰ শোভা বঢ়াইছে। এদিন এনে এটা দিন আছিল যেতিয়া আজিৰ আধুনিক জগতৰ আগশাৰীৰ অনেক পশ্চিমীয়া দেশত চুলিৰ ৰং হিচাপে জেতুকাৰ ৰং ব্যৱহৃত হৈছিল।

জেতুকাৰ ইংৰাজী নাম Lowsonia inermis। খ্ৰঃ পূঃ ২০০০ বছৰৰ আগতেই মিছৰ দেশত জেতুকাৰ প্ৰচলন আছিল। এ. লুকাচ নামৰ এজন গৱেষকে তেখেতৰ 'Ancient Egyptian Materials and Industries' নামৰ গ্ৰন্থত গন্ধদ্ৰব্য, প্ৰসাধন সামগ্ৰী আৰু নানাবিধ ধূপ-ধূনাৰ বিষয়ে আলোচনা কৰোঁতে উল্লেখ কৰিছে যে সামগ্ৰীসমূহ প্ৰসাধন অলঙ্কাৰৰ দৰেই প্ৰাচীন।

প্ৰাচীন ৰোমান সম্ভ্ৰান্তীসকলে প্ৰচুৰ পৰিমাণে সুগন্ধি ব্যৱহাৰ কৰিছিল আৰু হাত, নখ, ভৰিত জেতুকা লগাইছিল। মিছৰীয় গছ Cyprinumৰ পৰা জেতুকা আৱিষ্কৃত হৈছিল বুলি অনেকে ধাৰণা কৰিছে। এই গছৰ ফুল সুগন্ধিযুক্ত। প্ৰাচীন মিছৰত জেতুকাৰ পাত পিহি মণ্ড কৰি হাতৰ তলুৱা, নখ আৰু চুলিত ৰং লগোৱা হৈছিল। কেশৰাগত জেতুকাৰ ব্যৱহাৰে বিশেষ সমাদৰ পাইছিল বুলি প্লিনিৰ টোকাত উল্লেখ আছে।

বুৰঞ্জীবিদ্ ইলিয়ট স্মিথে জনাইছে যে মিছৰীয় মামীৰ (খৃঃ পূঃ ১৫৮০--১৬৫০) চুলি জেতুকাৰে ৰঙীন কৰা হৈছিল। নেভিল নামৰ আন এজনে কৈছে যে একাদশ বংশীয় মামীৰ আঙুলিৰ নখ দেখিলে জেতুকাৰ ব্যৱহাৰ যে আছিল জানিব পাৰি।

আগৰ কালত মিছৰ দেশত জেতুকাৰ খেতিও হৈছিল। ফুলৰ মলমলীয়া উগ্ৰ গোন্ধৰ বাবে ৰজা-মহাৰজাৰ ফুলৰ বাগিছাত আৰু ৰঙ প্ৰস্তুত কৰাৰ বাবে পামত এই খেতি কৰা হৈছিল। পাত চেপি, খুন্দি, খেতেলাই মলমৰ দৰে কৰি হাত-ভৰি নখ-চুলি প্ৰভৃতিত ৰং লগোৱা হৈছিল। অনেকে আকৌ কাপোৰত ৰং দিবলৈকো জেতুকাৰ খেতি কৰিছিল।

মিছৰৰপৰা জেতুকাৰ গছ ভাৰতলৈ আহিছিল নে ভাৰতৰ মাটিতে এই গছ পোৱা গৈছিল সেইটো গৱেষণাৰ বিষয়। মাৰাঠী শব্দ-কোষত (ডাটে আৰু কাফে প্ৰণীত) উল্লেখ আছে যে জেতুকাৰ গছ মেন্দী (Mendhi) গছৰ অন্য নাম মাথোন। ইয়াৰ কুঁহিপাত খুন্দি মিহি কৰি পাণ, ডালিমৰ কুমলীয়া পাত আৰু চূণ মিহলাই হাত-ভৰিৰ তলুৱা, আঙুলি, নখ প্ৰভৃতিত মাইকী মানুহে ব্যৱহাৰ কৰে। আপ্টেৰ সংস্কৃত ইংৰাজী অভিধানত ইয়াক মেন্দীকা, মেন্দী বুলি কোৱা হৈছে। ইয়াৰ পাতৰপৰা ৰঙচুৱা ৰং ওলায়। পাৰস্য দেশতো ইয়াৰ ব্যৱহাৰ আছিল। সেই দেশৰ সুন্দৰী গাভৰুৱে আঙুলিৰ নখত জেতুকাৰ বোল লগাই আৰু ধুনীয়াজনী হৈ পৰিছিল। এই গছ দীঘলে প্ৰায় ১৮ ইঞ্চিমান হব। অঙ্গৰাগৰ বাবে এই গছ এক মূল্যবান সম্পদ। Shorter Oxford English Dictionaryৰ মতে

( Page 890 ) হেন্না ( Henna ) শব্দটো ইংৰাজী ভাষাত প্ৰায় ৩৫০ বছৰৰপৰা পৰিচিত। মিছৰীয় গছ Lawsonia inermis ৰ পৰা এই শব্দ আহিছে। গছৰ ডাল, পাতৰপৰা প্ৰাচ্যৰ কোনো কোনো দেশত ৰং প্ৰস্তুতিৰ বাবে এই গছ ব্যৱহৃত হয়। হেন্নাৰ ভাৰতীয় নাম মেন্দী বুলি জনাজাত। অসমত ইয়াৰ নাম হ'ল জেতুকা।

ভাৰতীয় পণ্ডিত ড° পি. কে. গোডেই হেন্না বা মেন্দী সম্পৰ্কে বিষদভাৱে গৱেষণা কৰি গৈছে আৰু অনেক উপাদেয় তথ্য দাঙি ধৰিছে।

আনুমানিক ১৫৫০ খৃঃৰ সময়তে ইউৰোপীয় ভাষাত হেন্না আৰু ইয়াৰপৰা তৈয়াৰ কৰা প্ৰসাধনৰ নানান দ্ৰব্যই স্থান লাভ কৰে।

নিত্যনাথ সিদ্ধ নামে এজন ভাৰতীয় ৰসবিদ্যাৰ পণ্ডিতে ৰসৰত্নাকৰ ( ed. by Rajavaidya J. K. Shastri Gondal 1940 ) পুথিত মেন্দীক মহিন্দী বুলি উল্লেখ কৰিছে।

মহিন্দীপত্ৰনিৰ্য্যাসৈৰেবং বাৰাণি ষোড়শ।
ৰস গন্ধ শিলা ভাসানক্ৰমবৃদ্ধ্যা বিবৰ্দ্ধয়েৎ ॥

এই ধাৰণা সত্য হ'লে ১৩শ শতিকাৰপৰাই ভাৰতীয় ৰসবিদ্যাত মেন্দীৰ নাম থকাটো প্ৰমাণিত হয়। প্ৰায় ৮৫০ বছৰৰ আগৰেপৰা মেন্দী শব্দটো আমাৰ ভাৰতীয় ভাষাত আছে বুলি কব পাৰি।

ভাৰতীয় আয়ুৰ্বেদ শাস্ত্ৰ, 'সুশ্ৰুত সংহিতা'ত মদয়ন্তিকা নামৰ এবিধ গছৰ উল্লেখ পোৱা যায়। এই গছৰ পাতৰপৰা যি অঙ্গৰাগ তৈয়াৰ হৈছিল সেই অঙ্গৰাগ ৰজাসকলৰ ব্যৱহাৰৰ যোগ্য বুলি সুশ্ৰুতে উল্লেখ কৰিছে।

মেদোমজ্জা সিক্থকং গোঘৃতংচ
দুগ্ধংক্বাথঃক্ষীৰিনাংচ দ্ৰুমানাম্।
এতৎ সৰ্ব্বং পক্বৈকন্যতস্তু
বজ্ৰাভ্যঙ্গে সপিকক্তং প্ৰধানম্ ॥

খৃঃ ১১০০ শতিকাৰ কাশ্মিৰী টীকাকাৰ ডালানাই কৈছিল যে সুশ্ৰুত সংহিতাত উল্লেখ থকা মদয়ন্তিকা মেন্দী গছৰ সৈতে একে। বিলাসযুক্তা মহিলাসকলে এই গছৰপৰা শুকাই প্ৰস্তুত কৰা গুড়ি আৰু পাতৰ ৰস নখৰ জেউতী বঢ়াবলৈ ব্যৱহাৰ কৰিছিল। ইয়াৰপৰা

এই কথা বিচাৰ কৰিব পাৰি যে খৃষ্টীয় যুগ আৰম্ভ হোৱাৰ কিছু বছৰৰ পিছতে মিছৰীয় গছ 'হেন্না' ভাৰতলৈ আহে—যি সময়ত সুশ্রুত সংহিতা ৰচিত হৈছিল।

১৮৬৭ চনত আয়ুৰ্বেদীয় পণ্ডিত বিষ্ণু বাসুদেৱ গোদ্‌ৱলীয়ে প্রণয়ন কৰা অমূল্য গ্রন্থ 'নিঘন্টৰত্নাকৰ'ত সুশ্রুত সংহিতাত উল্লেখ নথকা ৫০ বিধ বনৌষধৰ নাম সন্নিবিষ্ট কৰা হৈছে। আনাৰস, পেৰুকা ( মধুৰীআম ) তামাখু ( ধপাত ), চিতাফল, ( আপেল ) মেডিকা ( হেন্না ) আদি ইয়াৰ ভিতৰত অন্যতম।

সুশ্রুত সংহিতাৰ টীকাকাৰ ডালানাই মদয়ন্তিকাক আন এবিধ গছৰ লগত তুলনা কৰিছে। ইয়াৰ নাম হৈছে 'অশ্ববলা'। অশ্ববলা গছৰ লগত সুদূৰ তুৰস্ক দেশীয় গছ 'ইছপিষ্ট' অথবা অছপিষ্ট ( ইসিপত্য )ৰ সাদৃশ্য আছে। পাৰস্য শব্দ এই ইছপিষ্ট বা অছপিষ্ট এবিধ ঘোঁৰাৰ ঘাঁহ। ভাৰতবৰ্ষ, পাৰস্য আৰু তুৰ্কীদেশত ইয়াৰ ব্যৱহাৰ আছে। অধ্যাপক পি. ডি. গোদেৰ মতে খৃঃ ৬০০ৰ পৰাই ভাৰতবৰ্ষলৈ পাৰস্যদেশীয় বলিষ্ঠ ঘোঁৰা আমদানি হৈছিল। সম্ভৱত এই ঘোঁৰাৰ লগতে এইবিধ সৰুফুটীয়া গছ ভাৰতবৰ্ষলৈ অনা হয়।

মুছলমানসকলে ৭১০ খৃঃত সিন্ধু জয় কৰাৰ আগতে ভাৰত পাৰস্যৰ যি বাণিজ্যিক সম্বন্ধ গঢ়ি উঠিছিল সেই যোগসূত্রৰ ফলস্বৰূপে বহুতো শব্দ ভাৰতীয় ভাষাত সোমাই পৰিছিল। চাৰক সংহিতা, সুশ্রুত সংহিতাত উল্লেখ কৰা বহুতো ঔষধীয় গুণসম্পন্ন বনলতা তৃণ-তৰু বিদেশৰপৰা ভাৰতবৰ্ষলৈ আহি ঘৰুৱা হৈ পৰিছিল।

১৫৯০ খৃঃত আইন-ই-আকবৰীত আবুল ফজলে সুগন্ধি দ্রব্যসমূহৰ তালিকাত হেন্নাৰ নাম উল্লেখ কৰিছে। সেই সময়ত আগ্রা অঞ্চলত উৎকৃষ্ট জাতৰ হেন্না আছিল বুলি তেওঁ বাতৰি দিছে। খৃষ্টীয় অষ্টম বা নৱম শতিকাৰ গ্রন্থ ভাগভট্ট প্রণীত 'অষ্টাঙ্গ সংগ্রহ'ত অন্যান্য আয়ুৰ্বেদীয় ঔষধৰ লগতে 'মদয়ন্তিকা'ৰ উল্লেখ কৰিছে। যথা—

পটোল মালতী নিম্বচন্দনদ্বয় পদ্মকম্
ৰোধ্রী ব্রহ্মস্তন্দুলীয়ঃ কৃষ্ণাম্বুন্ মদয়ন্তিকা ॥

অমৰ কোষত অৱশ্যে মদয়ন্তিকাৰ উল্লেখ নাই। কিন্তু যূথিকাৰ উল্লেখ আছে। ১২৬০ চনতে মদয়ন্তিকাক যূথিকা বুলি হেমাদ্রি বোলা পণ্ডিত এজনে কৈ গৈছে। [সম্ভৱ এই যূথিকাৰপৰাই আমাৰ অসমত জেতুকা নাম হ'ল। এই বিষয়ে বিশদ আলোচনাৰ থল আছে। ]

কে. এম. বৈদ্যাই অষ্টাঙ্গ হৃদয় কোষত (ত্রিচুৰ ১৯৩৬ চন) মদয়ন্তিকাক 'নখৰঞ্জকো নাম বৃক্ষ বিশেষঃ' বুলি বৰ্ণনা কৰিছে।

যস্যাঃ পিষ্টৈঃ পত্রৈর্ণখানাং ৰাগংস্ত্রীয় উৎপাদয়ন্তি। আকৌ, তিমিৰঃ কোকদন্তাচ্ দ্বিবৃন্তো নখৰঞ্জকঃ। নখত অঙ্গৰাগ কৰা ই এবিধ সুগন্ধি গছ। মদয়ন্তিকাৰ আন নাম প্ৰসঙ্গত কোৱা হৈছে—মেহদী, মেন্দী, ময়িন্দিয়, পাৰ্চীয়ান—হেন্না, আৰবীত—য়োৰন্না, হিন্না অকান কামংলয়ুন। ফৰাচী—হেন্না, ইংৰাজী—হেন্না চেমফিৰ্, লেটিন—Lawsonia allea।

তিমিৰঃ কোকদন্তা চ দ্বিবৃন্তো নখৰঞ্জকঃ।
মঞ্জিষ্ঠা কুঙ্কুমংলাক্ষাখদিৰশ্বাসনং তথা।
ৰক্তবৰ্গস্তু দেবেশি—পীত বৰ্গমতঃ শৃণু।
কুসুম্ভং কিংশুকং ৰাত্রী পতঙ্গো মদয়ন্তিকা॥
নৈপালী জালিনী চৈৱ মদয়ন্তী মৃগাদনী।

ৰসাৰ্ণৱত (আচাৰ্য্য পি. চি. ৰয় আৰু পণ্ডিত হৰিশ্চন্দ্ৰ কাব্যৰত্ন সম্পাদিত।) মদয়ন্তিকাক পীতবৰ্গৰ অন্তৰ্গত দেখুৱা হৈছে। এইবিধ ভেষজৰপৰা হালধীয়া ৰং ওলায়। কিন্তু সুশ্ৰুত সংহিতাৰ টীকাকাৰ ডাল্লানাই মদয়ন্তি মেন্দিকো নখৰঞ্জনী আৰু মদয়ন্তিকা নখাদি ৰঞ্জনো মেহেন্দী ইতি প্ৰসিদ্ধা বুলি কৈছে। ওপৰৰ আলোচনা-বিলোচনাৰপৰা আমি পাওঁহক যে মদয়ন্তী বা

মদয়ন্তিকা=মেন্দিকা, মেহেন্দী
মদয়ন্তিকা=আয়ন্ত্রিকা (সুশ্রুত)
মোদয়ন্তী=মল্লিকা।

ডাল্লানাই মোদয়ন্তী আৰু মদয়ন্তী বা মদয়ন্তিকাৰ প্ৰভেদ দেখুৱাইছে। হেমাদ্রিৰে মদয়ন্তিকাক যূথিকা বুলিছে। ধনন্তৰী নিঘণ্টত

মদয়ন্তিক মল্লিকা বুলি বৰ্ণাইছে। সুশ্রুত সংহিতাত উল্লেখিত মদয়ন্তী অথবা মদয়ন্তিকাৰ অৰ্থ যিয়েই নহওক লাগিলে এইটো সুস্পষ্ট কথা যে খৃষ্টীয় ১১০০ৰ পৰাই ভাৰতবৰ্ষত নখ, হাত, ভৰি আদিত অলংকাৰ কৰিবলৈ মেন্দিকা অথবা মেন্দী ব্যৱহাৰ হৈছিল।

মহাৰাষ্ট্ৰত নাৰীসকলে মেন্দী ব্যৱহাৰ কৰে। হাতৰ তলুৱাত, ভৰিত, কপালত, আঙুলিৰ নখত শাওণ মাহৰ নাগপঞ্চমীৰ দিনা মেন্দী লগাই আনন্দ কৰে। সন্তান-প্ৰসৱা মাইকী মানুহে ৭।৮।৯ মাহত মেন্দী লগায়। কাশ্মীৰত বিয়াৰ দিনা দৰা-কইনাক জেতুকাৰ বোলেৰে সজোৱা হয়। গুজৰাট আৰু ৰাজপুতনাত মাইকী মানুহে উৎসৱ-পাৰ্বণত জেতুকা লগোৱা নিয়ম। ৰাজস্থানত জেতুকাৰ ওপৰত আদৰ অত্যন্ত বেছি। ৰাজস্থানী ছোৱালীবোৰে প্ৰসাধনৰূপে জেতুকা ব্যৱহাৰ কৰে। হাতৰ তলুৱা, ভৰিৰ তলুৱা, নখ প্ৰভৃতিত জেতুকাৰ ৰঙেৰে এওঁলোকে শোভাবৰ্দ্ধন কৰে। উত্তৰ প্ৰদেশ আৰু ৰাজস্থানত বিবাহিতা নাৰীসকলে শাওণ মাহত জেতুকাৰ বোলেৰে চিত্ৰ-বিচিত্ৰ কৰি আনন্দমুখৰ সমাবেশৰ সৃষ্টি কৰে। আমাৰ অসমত ঘাইকৈ গৰু-বিহুৰ দিনা জেতুকা লোৱা নিয়ম। জেতুকা ব্যৱহাৰ কৰিলে চৰ্মৰোগ, নখচুকীয়া প্ৰভৃতি বেমাৰ দূৰ হয় বুলি আমাৰ জন-বিশ্বাস আছে। ডালিমৰ কোঁহ, পাণ, বৰঠেঁকেৰা, বৰ্হমথুৰি, আঁচ-কাঠ প্ৰভৃতি মিহলাই জেতুকাৰ ৰং গাঢ় আৰু উজ্জ্বল কৰা হয়। এইদৰেই জেতুকাৰ আদৰে আমাৰ জীৱন আৰু সংস্কৃতিত বহুত পৰিমাণে প্ৰভাৱ বিস্তাৰ কৰি আহিছে।



# অঙ্গৰাগত গোলাপ ফুল

গোলাপ ফুলে দিয়ে নতুন আনন্দ, আবেগ ভৰা অপূৰ্ব শিহৰণ। গোলাপ কাব্যৰ উৎস, উদাস প্ৰেমৰ মূৰ্ত বিকাশ, বিৰহ-বেদনাৰ অব্যক্ত হা-হুতাশ, প্ৰেমৰ বিমল সৌৰভ, প্ৰেমিকৰ কীৰ্তিস্তম্ভ। আনন্দ আৰু সৌন্দৰ্য্যৰ প্ৰতীক গোলাপ ফুল। ইয়াতকৈ মধুৰ আৰু সুগন্ধি ফুল সম্ভৱ এতিয়ালৈকে ওলোৱা নাই। গোলাপ ফুলৰ ৰসিকে গোলাপৰ চৰ্চা কৰি আনন্দ পায়, উৎসাহ পায়, তৃপ্তি লাভ কৰে। সকলো ফুলৰ মাজত দীপলিপ ৰাণী গোলাপ ফুল। যিদিনাই মানুহে কৌতূহলবশতঃ স্বৰ্গীয় ধৰণীত ফুলি থকা গোলাপ ফুল এপাহ ছিঙি সুগন্ধি ঘ্ৰাণ অনুভৱ কৰিলে সেইদিন ধৰি গোলাপৰ প্ৰতি মানুহৰ আকৰ্ষণ বাঢ়িবলৈ ধৰিলে। মানুহৰ কল্পনা ৰাজ্যত গোলাপৰ সৌৰভে মধুৰ সাঁচ বহুৱালে।

প্ৰাচীন কালত গোলাপ ফুল সম্ভৱ য'তে ত'তে হৈছিল বনৰীয়া ফুল স্বৰূপে। বিশেষকৈ পৰ্বতীয়া অঞ্চলত গোলাপ ফুল বেছিকৈ হৈছিল। পাৰস্য দেশৰপৰা মোগলসকলে গোলাপ ফুলৰ সুগন্ধি ভাৰতবৰ্ষলৈ কঢ়িয়াই আনে। মোগল বাদছাহসকল মতলীয়া হৈ পৰিছিল গোলাপৰ সুমধুৰ সুগন্ধত। তেওঁলোক আছিল সৌন্দৰ্য্য-শিল্পী। সৌন্দৰ্য্য বিচাৰি তেওঁলোকে হাবাথুৰি খাইছিল। প্ৰেমিক ছাহজাহানৰ ভুৱন-বিজয়ী মৰ্মৰ তাজমহল সৌন্দৰ্য্যৰ প্ৰতীক। মোগলী বাদছাহসকলৰ হেৰেমত গোলাপ ফুলে দিলদৰিয়াত জোৱাৰ তুলিছিল। দিল্লীৰ বেগম নুৰজাহানৰ গোলাপ আছিল দিল-বাহাৰ।

গোলাপৰ চৰ্চা আজিৰ যুগত এটা ব্যস্ততাপূৰ্ণ হেঁপাহৰ কাম। বৈজ্ঞানিক পদ্ধতিৰে ইয়াক চৰ্চা কৰি বহুতো উৎকৃষ্ট সুগন্ধি আৰু

প্ৰসাধন তৈয়াৰ হৈছে। শতাব্দী ধৰি গৱেষণা কৰাৰ ফলত গোলাপ ফুলে বৰ্তমানৰ সজীৱতা লাভ কৰিছে। প্ৰাচীন কালত গোলাপৰ ৰং আছিল বগা বা হালধীয়া। পাঁচপতীয়া গোলাপৰপৰা বহুৰঙী গোলাপ ফুলে বাগিছা আমোলমোল কৰি পেলাইছে। প্ৰকৃত নীলা বা প্ৰকৃত ক'লা ৰঙৰ বাদে বাকী ৰঙেৰে জাতিষ্কাৰ হৈ গোলাপ ফুলে ভাৰতৰ ফুলনিবাৰীত শোভাবৰ্দ্ধন কৰিছে। সৰু গছৰপৰা ডাঙৰ গছলৈ, এটা ৰঙৰপৰা অন্য এটালৈ, এবিধ গোন্ধৰপৰা আন এবিধ সুগন্ধিলৈ ই ৰূপান্তৰিত হৈছে। পৃথিৱীৰ সকলো ঠাইতে গোলাপৰ আদৰ। গ্ৰেট বৃটেইনত প্ৰতি বছৰে দহলাখ গোলাপৰ ডাল লগোৱা হয়। আমেৰিকাত গোলাপৰ আদৰ অত্যন্ত বেছি। গোটেই মাকিন দেশত গোলাপৰ চাহিদা আছে। দুহেজাৰ একৰ জুৰি গোলাপৰ বাগান বিস্তৃত হৈ শোভাবৰ্দ্ধন কৰি আছে। গ্ৰেট বৃটেইনৰ National Rose Societyৰ সভ্য-সভ্যাৰ সংখ্যা এক লাখৰ ওচৰা-উচৰি। পেৰিছ চহৰৰ Bagatelle বাগিছা গোলাপ ফুলৰ বাবে জগতবিখ্যাত। মেৰী এন্টনিওৰ লগত বাজী মাৰি এজন যুৱকে ( Comte-de-Artos ) এটা অট্টালিকা নিৰ্মাণ কৰি তাৰ চাৰিওফালে গোলাপৰ বাগিছা পাতিলে। পেৰিছ চহৰক গোলাপৰ বাগিছাই ধুনীয়া কৰি তুলিছে। The Parela Grange জেনেভাৰ বিখ্যাত গোলাপৰ ফুলনি। এটি বিতোপন হ্ৰদৰ পাৰত এই মনোমোহা বাগিছা। ফুল ফুলাৰ বতৰত ইয়ালৈ আহে হেজাৰ-বিজাৰ দৰ্শক, গোলাপ প্ৰেমী। ৰাতি নিয়ন লাইটেৰে বিজুলীৰ চকামকা খেলে ৰং-বিৰঙৰ গোলাপৰ পাহিবোৰে। যেন সিহঁতে কথাহে কৈছে, উপকথাৰ ৰহঘৰা মেলিছে, সাধুকথাৰ মৌজাল পেলাইছে। গোলাপ ফুলৰ বাগিছাত বেলে ডান্স, অপেৰা, কনচাৰ্ট, ফেশ্যান-শ্বো অনুষ্ঠিত হৈ সজীৱ হৈ উঠিছে। ফুল আৰু মানুহ—দুয়ো যেন এক প্ৰাণৰ জীৱন বীণ।

ভাৰততো গোলাপ ফুলৰ বাগান অনেক আছে। নতুনদিল্লীৰ ওচৰৰ চক্ৰ্দাৰজঙত গোলাপৰ এখন জাতীয় বাগিছা ( National Rose Garden) স্থাপিত হৈছে। পৃথিৱীৰ বিভিন্ন ঠাইৰপৰা উৎকৃষ্ট সঁচ আনি আমাৰ দেশত লগোৱা হৈছে। অনেক জাতৰ গোলাপৰ বাবে পৰ্বতীয়া জলবায়ু প্ৰয়োজনীয়। ভৈয়ামৰ জলবায়ুৰ লগত বহুত গোলাপে

তিষ্ঠি থাকিব নোৱাৰি গা টঙাব পৰা নাই। ভাৰতৰ বহু গৱেষণা কেন্দ্ৰত গোলাপ ফুলৰ চৰ্চা হৈছে। বিশেষজ্ঞসকলৰ মতে ভাৰতীয় জলবায়ুৰ উপযোগী কৰি গোলাপ ফুলৰ খেতি কৰিব পাৰিলে গোটেই বছৰ ধৰি গোলাপ ফুল ফুলাই ৰাখিব পৰা যাব। পশ্চিম আৰু মধ্য ভাৰতৰ সমতলভূমিত উৎকৃষ্ট ধৰণৰ গোলাপ ফুল আশা কৰিব পাৰি। বিশেষকৈ জাৰকালি গোলাপ ফুল বেছিকৈ ফুলে। বৰষুণ বেছি হ'লে গোলাপ ফুল নষ্ট হয়।

গোলাপ ফুলৰ প্ৰাচীন ইতিহাস অতি বৈচিত্ৰ্যময়। মানুহৰ জন্মৰ আগৰেপৰা গোলাপ ফুলে এই বিনন্দীয়া ধৰণীত শোভা বিতৰণ কৰি আহিছে। অনেকৰ মতে তিনিশ হেজাৰ বছৰ জুৰি গোলাপৰ ইতিহাস ৰঞ্জিত হৈ আছে। প্ৰাচীন সাহিত্যত গোলাপ ফুলৰ উল্লেখ মন-কৰিবলগীয়া। সংস্কৃত সাহিত্যত উল্লেখিত তৰুণীপুষ্প, অতিমঞ্জুলা, চেমন্তিকা আদি গোলাপৰে নামবিশেষ। প্ৰাচীন উপকথা, আখ্যান আদিত গোলাপৰ বিভিন্ন উল্লেখ আছে। ভোজন কৌতুহল নামৰ সংস্কৃত পুথি এখন ১৭৭৩ শকত ৰঘুনাথ গণেশ নবহস্ত নামেৰে এজন পণ্ডিতে সম্পাদন কৰি তাত গুলাবোদক প্ৰকৰণৰ এটা অধ্যায় যুক্ত কৰিছে। গোলাপজলৰ বিভিন্ন ব্যৱহাৰৰ বিষয়ে ইয়াৰপৰা গম পোৱা যায় (AD 1851. Journal of Tonjore Mss Library)। ৰাজ ব্যৱহাৰিক কোষত (AD 1676) ৰঘুনাথ পণ্ডিতে ভোগ্যবৰ্গ প্ৰসঙ্গত আতৰক পুষ্পসাৰঃ বুলি বৰ্ণনা কৰিছে (অন্তৰঃ পুষ্পসাৰঃ)। ভাৰতীয় ঔষধ শাস্ত্ৰত গোলাপ ফুলৰ গুণাগুণ সম্পৰ্কে বৰ্ণনা বিৰল। গোলাপজলৰ ব্যৱহাৰ মোগলসকলৰ দিনৰেপৰা প্ৰচাৰ হবলৈ ধৰে। বাবৰৰ দিনৰেপৰা মোগল ৰাজ-দৰবাৰত গোলাপজলৰ আদৰ বৃদ্ধি পাইছিল। ১৮২৪ চনত হকীম ফৰাসিস নামে এজন পণ্ডিতে ১৩ অধ্যায়ত সম্পূৰ্ণ এখন পুথি লিখি উলিয়ায়। "শ্ৰীগণেশায় নমঃ শ্ৰীসৰ-স্বত্যেয়ে নমঃ ॥ অথ বেদশাস্ত্ৰ হকীম ফৰসিস নাম সুত বিৰচিতে ৰৰহদক হজুলপুৰাণে নামহ ॥ অথ ৰিতুবিচাৰ লিখ্যতে।" ইয়াত গোলাপৰ উল্লেখ আছে। আতৰ গুলাবীৰ বহুত বৰ্ণনা ইয়াত পোৱা যায়। ফৰাসিস হকীমৰ বিষয়ে বিৱৰণ আছে। এওঁ এজন চিকিৎসা শাস্ত্ৰত পণ্ডিত লোক আছিল বুলি জনা যায়। সম্ভৱ ১৮০০

খৃষ্টাব্দৰপৰাই ভাৰতত গোলাপজল, গোলাপী আতৰৰ ব্যৱহাৰ হৈছিল বুলি ঠাৱৰাব পাৰি। সঙ্গীত, সুকুমাৰ কলা, স্থাপত্য বিদ্যাত গোলাপৰ উল্লেখ মনকৰিবলগীয়া। প্ৰেম নিবেদনত, ভাস্কৰ্য্য কলা শিল্পত, অলঙ্কাৰ-পাতি, মাটিৰ বাচন-বৰ্তন, চিলাই কামত গোলাপ ফুলৰ নিদৰ্শন পোৱা যায়।

গোলাপ ফুল অতীজতে বগা ৰঙৰ আছিল। পিছত ই বিভিন্ন ৰঙলৈ ৰূপান্তৰিত হ'ল। প্ৰবাদ আছে যে, ইডেনৰ বাগিছাত গোলাপ ফুলে জকমকাই থাকোঁতে ইভে দেখি মোহিত হ'ল আৰু ফুলত চুমা আঁকি দিলে। চুমাৰ তীব্ৰ জ্বালাত গোলাপৰ মৰমলগা পাহিবোৰ ফাটি তেজ বৰলৈ ধৰিলে। তেতিয়াৰপৰাই গোলাপ ফুল ৰঙা হৈ পৰিল। আন এটা উপকথাত আছে যে, গ্ৰীচ দেশৰ ৰূপকুঁৱৰী ৰডেনদিক তেওঁৰ ডেকা প্ৰেমিকসকলে প্ৰেম নিবেদন কৰি ব্যতিব্যস্ত কৰি তুলিছিল। উপায় নেদেখি বেচেৰীয়ে পলাই ফুৰিবলৈ ধৰিলে। দুখৰ কথা শুনি 'আৰটেমিছ'ৰ মন্দিৰত থকা পৱিত্ৰতাৰ দেৱীয়ে ৰডেনদিক আশ্ৰয় দি অত্যাচাৰৰ পৰা হাত সাৰিবলৈ গোলাপ ফুলৰূপে জীৱন দান কৰিলে। প্ৰেমিকৰ প্ৰেম নিবেদনত তাইৰ ৰঙা পৰি যোৱা গাল দুখনৰ ৰঙা ৰং লাগি গোলাপ ফুল ৰঙীন হৈ পৰিল। গ্ৰীচ আৰু ৰোমৰ উপকথাত প্ৰেম আৰু সৌন্দৰ্য্যৰ লগত গোলাপ ফুলৰ তুলনা কৰা হৈছিল। 'ভেনাছৰ জন্ম' নামৰ বিখ্যাত চিত্ৰ এখনত নীল বৰণীয়া সাগৰৰ বুকুৰপৰা ভেনাছ দেৱীয়ে গোলাপ ফুল হাতত লৈ উঠি অহা দৃশ্য অঙ্কিত কৰা হৈছে। প্ৰেমৰ দেৱতা 'ইৰজ'ৰ লগত গোলাপৰ ৰিজনি অনুভূতি-প্ৰধান। প্ৰেম নিবেদনত গোলাপ ফুল আগবঢ়োৱা প্ৰথা প্ৰাচীন সাহিত্যত উল্লেখ আছে। প্ৰেমিক-প্ৰেমিকাৰ মধুৰ স্পৰ্শত গোলাপৰ পাহি মেল খায়, ইয়াৰ মাদকতাত প্ৰেমৰ তৃষ্ণা জুৰ পৰে। আন এটা উপকথাত আছে যে, সৌন্দৰ্য্যৰ ৰাণী ভেনাছৰ ভৰিত কাঁইটে বিন্ধাৰ ফলত এটোপাল তেজ মাটিত পৰি গোলাপ ফুলৰ জন্ম হয়। প্ৰাচীন মিছৰ দেশত গোলাপৰ মালাৰে দেৱ-দেৱীৰ পূজা নিবেদন কৰিলে ততালিকে ফল পোৱা গৈছিল বুলি লোকবিশ্বাস আছিল। আইছিছ দেৱীৰ পূজাৰ বাবে গোলাপ ফুল আছিল অপৰিহাৰ্য্য। বিখ্যাত

মিছৰীয় সাধু 'সোণালী গাধ' নামৰ কাহিনীত আছে যে, পাপকাৰ্য্যত ৰত হোৱাৰ বাবে লুচিয়াছ নামৰ বীৰ এজন গাধৰূপে ৰূপান্তৰিত হৈছিল। আইৰিছ দেৱীৰ মন্দিৰত নিজৰ অসৎ কাৰ্য্যৰ বাবে অনুশোচনা প্ৰকাশ কৰি ক্ষমা ভিক্ষা বিচৰাত দেৱীয়ে লুচিয়াছক সপোন দেখুৱালে যে, যদি দেৱীৰ আগন্তুক উৎসৱৰ দিনা ভক্তবৃন্দই অনা মালাৰ একাঁজলি গোলাপ ফুল গাধৰূপী লুচিয়াছে চোবাই খাব পাৰে তেতিয়াহলে তেওঁ পুনৰ মনুষ্যৰূপে জীৱন লাভ কৰিব পাৰিব। সপোনৰ কথামতে কাম কৰাত লুচিয়াছে দেৱীৰ আশীৰ্বাদ লাভ কৰি সুন্দৰ যুৱক ৰূপ ধাৰণ কৰিলে।

মৌনতাৰ প্ৰতীকস্বৰূপে গোলাপ ফুলক আখ্যা দিয়া হয়। গ্ৰীক উপকথাত আছে যে, প্ৰেমৰ দেৱতা 'ইৰজে' সৃষ্টিৰ প্ৰথম গোলাপ ফুলটি মৌনতাৰ দেৱতাক উপহাৰ দিছিল—যাতে মৌনতাৰ দেৱতাই ইৰজৰ মাকৰ গুপুত প্ৰেমৰ ঘটনাৱলী ক'তো ব্যক্ত কৰিব নোৱাৰে। তেতিয়াৰেপৰা গ্ৰীকসকলৰ মাজত গোলাপ ফুলক মৌনতাৰ প্ৰতীক স্বৰূপে স্বীকৃতি দিয়া হ'ল। আলোচনাৰ কোঠালীত টেবুলৰ ওপৰত এটি বগা বা ৰঙা গোলাপ, তলত দুটি কলি দেখনিয়াৰকৈ সজাই থলে বুজিব লাগিব যে আলোচনাৰ বিষয়বস্তু গোপন, সকলোৱে গোপনীয়তা ৰক্ষা কৰিব লাগে ( Sub : Rose, under the Rose )।

ৰোমান সম্ৰাট নিৰোৱে গোলাপ ফুল ইমান ভাল পাইছিল যে তেওঁ ৰাজপ্ৰাসাদৰ সকলোতে গোলাপ ফুল লগাইছিল। বিশিষ্ট আলহীক সোধ-পোচ কৰিবলৈ ৰাজ-কাৰেঙৰ মজিয়াত গোলাপৰ পাহিৰে চকুত লগা মণ্ডল অঙ্কিত কৰোৱা হৈছিল। গোলাপৰ গোন্ধেৰে গোটেই ৰাজপ্ৰাসাদ মলমলাই আছিল। ইজিপ্তৰ ৰাণী ক্লিওপেট্ৰাই গোলাপ ফুলক অতি আদৰ কৰিছিল। মাৰ্ক এন্টনিক অভ্যৰ্থনা জনাবলৈ ৰাণীৰ ৰাজ-অন্তেষপুৰত আঠুলৈকে সোমোৱা গোলাপ ফুল মজিয়াত সজাই থোৱা হৈছিল। প্ৰাচীন গ্ৰীক, ৰোমান, মিছৰীয়সকল স্থাপত্য-বিদ্যাত অতি উন্নত আছিল। তেওঁলোকৰ বিভিন্ন কাৰুকাৰ্য্যত গোলাপ ফুলৰ নিদৰ্শন প্ৰকাশ পাইছে। ক্ৰীটৰ ৰাজপ্ৰাসাদসমূহৰ বেৰ আৰু চালত গোলাপ ফুল খোদিত কৰা হৈছিল। প্ৰাচীন অলঙ্কাৰ-পাতি, বাচন-বৰ্তনত গোলাপৰ চিত্ৰ ৰূপাঙ্কন কৰা হৈছিল।

নেপোলিয়নৰ পত্নী জোচেফাইনে গোলাপ ফুলৰ বিভিন্ন ৰূপ অঙ্কিত কৰিবলৈ পেৰী জোচেফ ৰেডাউট নামৰ এজন বিখ্যাত চিত্ৰকৰ নিয়োগ কৰিছিল। ফেনটিনলেট্টৰ, এলফ্ৰেড পাৰ্চন্স আদি সুবিখ্যাত চিত্ৰকৰসকলে গোলাপ ফুলৰ চিত্ৰ অঙ্কন কৰি যুগমীয়া খ্যাতি অৰ্জন কৰি গৈছে। অনেক সম্ৰাটে গোলাপ ফুলক ৰাজ-মুকুট, সিংহাসন, ৰাজদণ্ড আদিত খোদিত কৰাই লৈছিল। ইংলেণ্ডত এসময়ত গোলাপ ফুল জাতীয় ফুলৰূপে পৰিগণিত হৈছিল। আমেৰিকাৰ কোনো কোনো ৰাজ্যই গোলাপ ফুলক ৰাজ্যৰ প্ৰতীকৰূপে ব্যৱহাৰ কৰা দেখা যায়। আমাৰ চুবুৰীয়া ৰাজ্য মেঘালয়ৰ এটা ৰাজনৈতিক দলৰ ই প্ৰতীক। Hill State আন্দোলনৰ প্ৰতীক স্বৰূপে গোলাপ ফুল নিশ্চয় সৌভাগ্যবান। গোলাপ ফুলৰ প্ৰচাৰৰ বাবে আৰু সমাদৰৰ অৰ্থে অনেক দেশে ডাক-টিকট উলিয়াইছে।

পাৰস্য দেশত গোলাপ ফুলৰ আদৰ আছিল অতুলনীয়। এই দেশৰ প্ৰাচীন সাহিত্যত গোলাপ ফুলে এক গৌৰৱময় স্থান অধিকাৰ কৰিছে। বিখ্যাত কবি চাকিৰ অমৰ লিখনি গুলিস্তানত ( Gulistan ) গোলাপৰ সৌন্দৰ্য্য অতি মনোৰমকৈ বৰ্ণনা কৰা হৈছে। বোচৰাক আগৰ কালত বিদেশীসকলে চিটি অব্ থাউজেণ্ড এণ্ড ৱান্ স্মেল্ বুলি অভিনন্দন জনাইছিল আলহী আহিলে আৰৱসকলে গোলাপ ফুল আগবঢ়াই অভ্যৰ্থনা জনাইছিল ( আইহলেন্ আইহলেন ৰফিক-ৰফিক্ )। আৰৱসকলে গোলাপ ফুল কলিতে ছিঙি আনি এটা মাটিৰ ভুৰুকাত ভৰাই মুখখন ভালকৈ বন্ধ কৰি মাটিত পুতি থৈ দিয়ে। যেতিয়া গোলাপ ফুলৰ নাটনি হয় তেতিয়া মাটিৰ তলৰপৰা ভুৰুকাটো খান্দি উলিয়াই আনে আৰু গোলাপৰ কলিবোৰ বাহিৰ কৰি অলপ পানীত জুবুৰিয়াই ৰাখে আৰু পিছত ৰ'দত মেলি দিয়ে। ৰ'দ-বতাহ লাগি ফুলৰ পাহিবোৰ মেল খাই জকমকাই উঠে। এজন চুলতানে বোলে গোলাপ ফুলৰ প্ৰতি ইমান আকৃষ্ট হৈছিল যে, তেওঁ সদায় গোলাপ ফুল লৈ ফুৰিছিল, সাজ-পোছাকতো গোলাপৰ চিত্ৰৰে বুটা বছাই পিন্ধিছিল। তেওঁৰ বাহিৰে যাতে কোনেও গোলাপ ফুল ক্ৰয় নোৱাৰে তাৰ হুকুম দিছিল। কাইবোৰ বাট-পথত গোলাপ ফুল বিক্ৰী কৰা লোকে খৰিদ্দাৰ দেখিলেই কৈ উঠে, 'পয়গম্বৰ হজৰত

মহম্মদৰ পবিত্র ঘামৰপৰা ওলোৱা কাঁইটৰ ফুল গোলাপ লৈ সৌভাগ্য-বান হোৱা।' হজৰত মহম্মদে কৈছিল, "যেতিয়া মোক স্বৰ্গলৈ লৈ যোৱা হৈছিল, তেতিয়া মোৰ গাৰ ঘাম মাটিত পৰিছিল। সেই ঘামৰ পৰা এজোপা কাঁইটীয়া গছ মৰুভূমিত গজি উঠে। ইয়াৰপৰাই গোলাপ ফুল ফুটিছে। ইয়াৰ গোন্ধত মোৰ গোন্ধ সোমাই আছে। তুমি এই ফুলৰ ঘ্ৰাণ লোৱা।"

ভাৰতবৰ্ষত পূজাৰ বাবে গোলাপ ফুলৰ আদৰ বেছি। গোলাপৰ মালাৰে দেৱ-দেৱীক পূজা জনোৱা হয়। মৃত ব্যক্তিৰ সমাধিত গোলাপৰ মালা প্ৰদান কৰি সন্মান দেখুওৱা হয়। ফুল সজোৱাত গোলাপ ফুলৰ ব্যৱহাৰ মন কৰিবলগীয়া। জাপানীসকলে গোলাপ ফুলক দুডাল বাঁহৰ আগ নাইবা সৰল গছৰ ডালিৰে ফুলদানীত সজাই ৰূপকথাৰ চিনাকি দিয়ে। বাঁহ বা সৰল গছৰ ডাল—বীৰ যোদ্ধাৰ প্ৰতীক, গোলাপ ফুল বন্দী কৰি অনা সুন্দৰী গাভৰু। বিভিন্ন খোলা পাত্ৰত গোলাপ ফুল সজাব পাৰি। কোটৰ বুটামত এটি ৰঙা গোলাপ গুজি ললে বয়সৰ পাৰ্থক্য নাথাকে, বুঢ়াও ডেকা হয়। খোপাত লোৱা গোলাপ ফুলে নাৰীৰ শিল্পীসুলভ মনৰ পৰিচয় দিয়ে। আমাৰ অসমত গোলাপ ফুলৰ বিষয়ে বিহুগীতত উল্লেখ পোৱা যায়।

তিতিকি তিতা ফুল
যোৰহাটৰ গোলাপ ফুল।
চেনিমৰা বাগিছাৰ চিঠি।

চিঠিৰে ভিতৰত
কথা দি পঠিয়াম
আমালৈ নিদিবা পিঠি।

তিতিকি তিতাফুল
ফুলনিৰ গোলাপ ফুল
বিহিয়াটিং বাগিছাৰ চিঠি।

তোমালৈ যেতিয়া
মনত মোৰ পৰিব
ঘামে বৰষুণত তিতি।

কোনোবা ডেকাৰ কিৰিলি শুনি চেনায়ে গায়---

অ' মইনা গোলাপ ফুল
পাৰি আনা কপৌফুল
তোমাৰ লগত চিনাকি হওঁ।

০ ০ ০

বাৰীৰ মাজে মাজে
গোলাপ ফুল ফুলিলে
তিতাফুল ফুলিলে চাপত
তোমাৰে আমাৰে জোৰা নেপাতিলে
কোনোবা জনমৰ পাপত।

ফকৰা-যোজনাত আছে---

যদিও মদাৰ ফুল
ৰঙে মতলীয়া
নহয় গোলাপৰ জোৰ।

গোলাপ ফুলৰপৰা তৈয়াৰ কৰা গোলাপজল আৰু গোলাপী আতৰ সৰ্বজন বিদিত। ফুলৰপৰা তেল উলিয়াই সুগন্ধি দ্ৰব্য তৈয়াৰ কৰা প্ৰথা পাৰস্য, মিছৰ, ভাৰতবৰ্ষ আৰু চীন দেশত প্ৰাচীন কালৰেপৰা প্ৰচলিত আছিল।

উপাদেয় পানীয় আৰু বিভিন্ন ঔষধৰ বাবে গোলাপজল ভাৰতবৰ্ষত ব্যৱহৃত হৈছিল। আজিকালিও চকুৰ অসুখ হ'লে গোলাপজল ব্যৱহাৰ কৰা হয়। বিয়া-সবাহ, তিথি-পাৰ্বণ, উৎসৱ-মেলাত সম্ভাষণ জনাবলৈ গোলাপজল ছটিওৱা হয়। আগতে তামৰ পাত্ৰ এটাত এগুণ গোলাপ ফুলত দুগুণ পানী দি গৰম কৰি আৰক উলিয়াই তাৰপৰা বহু কষ্টেৰে গোলাপজল উলিওৱা হৈছিল। আজিকালি অৱশ্যে গেছৰ শোধন যন্ত্ৰত গোলাপজল উলিওৱা হয়। জুই বা গেছৰ সহায়ত গোলাপ আতৰ পোনপটীয়াভাৱে উলিয়াব নোৱাৰি। গোলাপজল উলিয়াই এটা বহল পাত্ৰত ( মাটিৰ বা ধাতুৰ ) পানীখিনি ৰাতি বাহিৰত উলিয়াই থব লাগে। ধূলি-মাকতি নপৰিবলৈ পাত্ৰৰ মুখখন এখন পাতল কাপোৰেৰে বান্ধি থব লাগে। ৰাতিপুৱা গোলাপজলৰ ওপৰত মাখনৰ দৰে এখন চামনি পৰিব। এটা পাখিৰে বা পাতল

খোলা জাতীয় হেতাৰে চামনিখন কাঢ়ি আইনাৰ বটলত ভৰাব লাগে। উত্তাপ বঢ়াৰ লগে লগে এই চামনিৰপৰা সংগ্ৰহ কৰা বস্তুখিনি তেলেতীয়া হৈ পৰিব। ইয়াকে গোলাপী আতৰ (Otto of Roses) বোলা হয়। ইয়াত চন্দনৰ গোন্ধো মিহলাব পাৰি। উচ্চ ধৰণৰ আতৰৰ বাবে উৎকৃষ্ট গোলাপৰ প্ৰয়োজন। নিচেই টল পুৱাতে ফুল ছিঙিব লাগে। ৰ'দ ওলোৱাৰ পিছত গোলাপ ফুল ছিঙা উচিত নহয়।

গোলাপী আতৰ আৱিষ্কাৰৰ বাবে মোগল সম্ৰাজ্ঞী নূৰজাহানৰ নাম যাউতিযুগীয়া হৈ থাকিব। নূৰজাহানে সদায় সুগন্ধি ব্যৱহাৰ কৰিছিল। তেওঁ স্নান কৰা পুখুৰীত সদায় গোলাপ ফুল ওপচাই ৰখা হৈছিল। এদিন স্নান কৰি থাকোঁতে তেওঁ পানীত তেলজাতীয় বস্তু ওপঙি থকা দেখি কৌতূহল জন্মিল আৰু হাতেৰে আলফুলকৈ চামনিখন আনি পৰীক্ষা কৰি দেখিলে যে, সেই তেল জাতীয় বস্তুখিনি গোলাপৰপৰা ওলোৱা এবিধ সুগন্ধি মাথোন। এই তেলজাতীয় বস্তুখিনিয়ে পিছত আতৰ-ই-জেহাঙ্গীৰী (Attar-i-Jehangiri) নামে জগতবিখ্যাত হৈ পৰিল। মোগল ৰজাসকলৰ দিনত উত্তৰ প্ৰদেশৰ কনৌজ, জোনপুৰ, গাজীপুৰ আদিত গোলাপৰ খেতি হৈছিল আৰু গোলাপজল, গোলাপী আতৰ তৈয়াৰ হৈছিল।

আইন-ই-আকবৰীত (খৃঃ ১৫৯০, ১ম খণ্ড) গোলাপজল আৰু গোলাপী আতৰৰ বহুতো উল্লেখ আছে। আবুল ফজলে বিভিন্ন সুগন্ধিৰ তালিকা এখন প্ৰস্তুত কৰি বহুতো উপাদেয় তথ্য দাঙি ধৰিছিল। মোগল সম্ৰাটসকলৰ দৰবাৰত, বিয়া-সবাহত প্ৰথমতে আলহীৰ গাত গোলাপজল ছটিয়াব লাগে, তাৰ পিছত প্ৰত্যেককে গোলাপী আতৰ দান কৰি পাণ-বটা আগবঢ়াব লাগে। মোগল বাদছাহসকলে সদায় গোলাপজল, গোলাপী আতৰ ব্যৱহাৰ কৰিছিল বুলি আইন-ই-আকবৰীত উল্লেখ আছে।

বৈজ্ঞানিক আহিলা-পাতিৰ অভাৱত গোলাপজল, গোলাপী আতৰৰ চৰ্চা আমাৰ দেশত কমি আহিল। আগ্ৰহ থাকিলেও আধুনিক সা-সৰঞ্জামৰ অসুবিধাত আতৰ ব্যৱসায়ীসকল আগবাঢ়িব নোৱাৰিছিল।

বুলগেৰীয়া, ফ্ৰান্স আদি দেশত গোলাপজল, গোলাপী আতৰ তৈয়াৰ হৈ আমাৰ দেশলৈ আমদানি হয়। আধুনিক পদ্ধতিৰে বিধে বিধে গোলাপৰ সুগন্ধি তেল আজিকালি বজাৰত ওলাইছে।

ভাৰতবৰ্ষৰ আলিগড় জিলাৰ বাৰমানা অঞ্চলত গোলাপজলৰ বাবে খেতি হয়। এইবিধ গোলাপৰ নাম এডোৱাৰ্ড। কনৌজ, গাজীপুৰ, কানপুৰ, চিকেন্দাৰপুৰ, চাহৰাণপুৰ আদি ঠাইত গোলপাৰ বাগিচা আছে। এইবোৰ অঞ্চলৰপৰা গোলাপ ফুল অনেক ঠাইলৈ ৰপ্তানি হয়। গোলাপ ফুলৰ দাম কম নহয়। দিল্লী, আগ্ৰা, লক্ষ্ণৌ, কানপুৰ, বেনাৰস, কলিকতা, মাদ্ৰাজ, বম্বে আদি চহৰত গোলাপ ফুল বেছ বিক্ৰী হয়। প্ৰত্যেক কিলোগ্ৰাম গোলাপফুলৰ মূল্য কোনো কোনো ঠাইত ৩০।৪০-টকালৈকে উঠে। ইয়াৰ বাবে কিনা মানুহৰ অভাৱ নাই। অনেকে মালাৰ বাবে, পূজাৰ বাবে, সজাবৰ বাবে, উপহাৰৰ বাবে গোলাপ ফুল কিনে। ই. জি. হিল্, টি. ৰোজ, এডভোকেট, লেডী হিলিংডন, মাৰ্ছেল নেল, বি. আৰ. কেল্ট, পিকচাৰ আদি ভিন ভিন নামেৰে গোলাপ ফুল বিক্ৰী হয়।



# তিলক পৰিধান

তিলক হৈছে কপাল প্ৰভৃতিত ধাৰণীয় চন্দনাদি ৰচিত চিহ্ন বিশেষ। সাধাৰণ কথাত ফোঁট। তিলক পৰিধান ভাৰতীয় ধাৰ্মিক আৰু সামাজিক বিশ্বাসৰ ওপৰত প্ৰতিষ্ঠিত। ইয়াত প্ৰতিফলিত হৈছে ব্যক্তিগত স্বাস্থ্যৰক্ষা, পৰিষ্কাৰ-পৰিচ্ছন্নতা সম্পৰ্কীয় জ্ঞান। পবিত্ৰতাৰ প্ৰতীকৰূপে তিলক পৰিধান হিন্দু সমাজৰ এক বিচিত্ৰ পৰম্পৰাগত লোকাচাৰ। আনহাতে লোকবিশ্বাসত তিলক পিন্ধোৱা এক মাঙ্গলিক উৎসৱ। অসমীয়া প্ৰবচনত আছে, 'কপালৰ সেন্দূৰ অক্ষয় হওক'। হিন্দু নাৰীৰ ক্ষেত্ৰত কপালৰ আৰু শিৰৰ সেন্দূৰ সধৱাৰ চিন। স্বামীৰ অকাল বিয়োগত যাতে বিধৱা হব নালাগে সেই অৰ্থ কামনা কৰি এই আশীৰ্বাদ দিয়া হয়। নৰ-নাৰীৰ সম্পৰ্ক গভীৰ হয় বিবাহৰ বান্ধোনেৰে। বিবাহ-উৎসৱৰ যোগেদি দৰা-কইনাৰ দাম্পত্য জীৱন মধুময় হোৱাটো কামনা কৰা হয়। বিয়াৰ উপলক্ষে আমাৰ জোৰোণ পিন্ধোৱা যি প্ৰথা আছে তাত সেন্দূৰৰ স্থান অত্যন্ত গুৰুত্বপূৰ্ণ। দৰাঘৰৰ জোৰোণ পিন্ধোৱা গৰাকীয়ে জোৰোণৰ আঙঠিৰে গোন্ধতেল তিনিবাৰ কইনাৰ মূৰত দি সেই আঙঠিৰেই গলোৱা সেন্দূৰ কইনাৰ শিৰত পিন্ধাই ভাগ্যৱতী স্বামীপৰায়ণা হবলৈ আশীৰ্বাদ, দিয়ে। কইনা সজোৱা নামত আছে—

শিৰত সেন্দূৰ দিবা সুগন্ধি চন্দন।
গাৱে আনি পিন্ধাই দিয়া পাটৰ বসন ॥

ওখ কৰি খোপা বান্ধা পুষ্প কৰি কেশ।
সেন্দূৰ চন্দন দিয়া কপালে বিশেষ ॥

সেন্দূৰে দগমগ কাজলৰে ৰেখা ।
বিজুলী চমকে আহি কৃষ্ণই দিলে দেখা ।।

*　　　　*

খাৰু লোৱা মণি লোৱা কুণ্ডল সাতেসৰী ।
তেল সেন্দূৰ ফণি ফালি লোৱা শৰাই ভৰি ।।

দৰা আদৰা নামত আছে---

'কপালতে চন্দন দিবা মাথাত দিবা ফুল ।
মুখ ভৰি চুমা দিবা নেযায় জাতি-কুল ।।

বঙালীত আছে---

সীঁথেৰে সিন্দুঁৰ মৰায়েৰ ধান,
ভৰ-যুবতী এই বৰ চান ।।

শিৰত সেন্দূৰ থাকিলে ভঁৰালত ধানৰ অভাৱ নহয়, সেইবাবে ভৰ-যুবতীয়ে ইয়াকে কামনা কৰে ।

কন্যাৰ শিৰত সেন্দূৰ দিয়া প্ৰথাটো totemistic origin বুলি কব পাৰি । বংশৰ উৎপত্তিৰ কাৰণ বা প্ৰাভাৱিক বস্তুৰ প্ৰতি আদৰ ইয়াত প্ৰতিফলিত হৈছে । সেন্দূৰ দিয়া প্ৰথাৰ মাজেদি বংশ ৰক্ষাৰ প্ৰতিশ্ৰুতি প্ৰদান কৰা হয় । ই এক চুক্তি, সংস্কাৰ বা প্ৰতিজ্ঞাৰ নিদৰ্শন মাথোন । ফাকুৱাত ৰঙা ৰং ছটিওৱাতো এই প্ৰভাৱ বিচাৰি পাব পাৰি । সেইদৰে, দৰা কলগুৰিত থিয় হওঁতে কইনা ঘৰৰ যি সুৱাগুৰি তোলা নিয়ম তাৰ পিছতে দৰা আদৰোতে কইনাৰ মাকে বিচনীৰ বা দি আমসাৰ চাকিসাৰ আগবঢ়াই বিষ্ণুস্বৰূপ দৰাক চন্দনৰ ফোঁট পিন্ধাব লাগে । এইবোৰ আচাৰ আমাৰ সমাজত দিনৰ পিছত দিন ধৰি চলি আহিছে । সামাজিক অনুশাসন মানি চলা আমাৰ সমাজে কপালৰ ফোঁটটোৰ ওপৰত গভীৰ বিশ্বাস কৰি ইয়াৰ বৈচিত্ৰ্য অটুট ৰাখিছে । আনকি, ফোঁটৰ অৱলম্বনত দেৱতা-অপদেৱতা, বিপদ-আপদ, বেমাৰ-আজাৰ, শত্ৰুভয়, মাৰী-ভয়, ৰাজভয় প্ৰভৃতিৰো হাত সাৰিবলৈ আমাৰ আগ্ৰহৰ সীমা নাই । কেঁচুৱাক মুখলগাৰপৰা ৰক্ষা কৰিবলৈ কেঁচুৱাৰ কপালত ডাঙৰকৈ ফোঁট আঁকিব লাগে । কেঁচুৱাৰ কপালত কেচুমাটিৰ ফোঁট দিয়া, ক'লা ফোঁট অঁকা প্ৰভৃতি

লোকাচাৰ আমাৰ সমাজত প্ৰাচীন দিনৰেপৰা চলি আহিছে। কেঁচুৱাই খাব-বব নোৱাৰা হ'লে, শুকাই-খীণাই গ'লে দুই-এফাঁকি বেজালি মন্ত্ৰ মতাই কপালত ফোঁট দি অমঙ্গল দূৰ কৰা প্ৰথা প্ৰচলিত আছে।

এইখিনিতে উল্লেখ কৰিব পাৰি যে ক'লা ৰঙলৈ ভূত-প্ৰেতে ভয় কৰে বুলি বিশ্বাস কৰা হয়। খেতি-পথাৰ বা শাকনিবাৰীত ক'লা ৰং আঁকি কোনো ভঙা পাত্ৰ আঁৰি থোৱা প্ৰথা এই বিশ্বাসৰ ওপৰত প্ৰতিষ্ঠিত। চকুত ক'লা ৰং আঁকা, কপালত ক'লা ফোঁট লোৱা আদি নিয়ম এনে ধৰণেৰে আমাৰ সমাজত সোমাই পৰিছে। ক'লা জীৱ-জন্তু বলি দিয়া, উচ্ছৰ্গা কৰা কাৰ্য্যৰ মাজেদি ভূত-প্ৰেত, পিশাচ, যখ, যখিনীৰ কুদৃষ্টি আঁতৰ কৰা লোকবিশ্বাস সোমাই আছে। কোনো কোনোৱে মুখ নালাগিবলৈ খোৱাবস্তুত ক'লা এঙাৰ এডোখৰ পেলাই দিয়ে; অনেকে আকৌ অমঙ্গল আঁতৰ কৰিবলৈ দুৱাৰ-দলিত এডোখৰ এঙাৰ পুতি থয়। বেয়া গ্ৰহৰ কোপদৃষ্টি আঁতৰ কৰিবলৈ ফোঁট লোৱা প্ৰথাৰ লগত বিশ্বাসযোগ্য ধাৰণা নথকা নহয় বুলি Sir James George Frazer ৰে তেখেতৰ 'The Golden Bough' গ্ৰন্থত উল্লেখ কৰিছে। ফ্ৰেজাৰৰ মতে আৰ্য্য আৰু দ্ৰাৱিড়ীয় দুয়ো জাতিয়ে শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গ ৰং-বেৰঙেৰে অঙ্কিত কৰিবলৈ ভাল পাইছিল। বিশেষকৈ জনজাতিৰ ক্ষেত্ৰত এই আগ্ৰহ প্ৰত্যক্ষভাৱে পৰিলক্ষিত হৈছিল। অনেক জনজাতীয় মহিলাই এতিয়াও শৰীৰৰ বিভিন্ন অঙ্গত বিশেষকৈ কপাল, মুখ, হাত, ভৰি, বুকুত নানা চিহ্নৰে অঙ্কিত কৰা আমি দেখিবলৈ পাওঁহক। এইবোৰ প্ৰথাৰ লগত প্ৰকৃততে কোনো ধৰ্মীয় উৎসৱ জড়িত নাই। কিন্তু এনে ধৰণেৰে ৰং বেৰং আঁকি ভাল পায় তাকো তেওঁলোকে ভালকৈ নাজানে। পৰম্পৰাগতভাৱে এইবোৰ অঙ্কন কৰা প্ৰথা তেওঁলোকৰ মাজত প্ৰাচীন দিনৰেপৰা চলি আহিছে।

নৃতত্ত্ববিদসকলে অৱশ্যে এইবোৰ চালি-জাৰি চাইছে আৰু কিছুমান ধাৰণাও আমাক দিছে। ডেলটন চাহাবে তেখেতৰ প্ৰখ্যাত গ্ৰন্থ Descriptive Ethnology ত উত্তৰ-পূব অঞ্চলত বসবাস কৰা

বিভিন্ন জনগোষ্ঠীৰ সামাজিক প্ৰথাসমূহ দাঙি ধৰোঁতে তিলক অঙ্কনৰ কিছু আভাস দিছে। তেওঁৰ বিৱৰণীত উল্লেখ আছে যে জুৱাং মহিলাই নাকৰ ওপৰত তিনিডাল সমান্তৰাল ৰেখা অঙ্কন কৰে। খাৰিয়া মহিলাই নাকৰপৰা কপাললৈকে ৰেখা অঙ্কন কৰে। হো' মহিলাই আকৌ কাঁড়পাটৰ দৰে ৰেখা কপালত আঁকে। বিৰহৰ মহিলাই কিন্তু মুখত একো নাআঁকে। তেওঁলোকে বুকু, বাউসী, ভৰিত মাত্ৰ চিহ্ন অঙ্কিত কৰে। ওৰাণ মাইকী মানুহে চেলাউৰিৰ ওপৰত দুয়োকাষে তিনিটা ফোঁট আৰু মুৰৰ কুমত দুটাকৈ ফোঁট লয়। এওঁলোকৰ ভেকা ল'ৰাই বাউসীত ফোঁট আঁকি শক্তিৰ পৰিচয় দিয়ে। গাভৰু হোৱাৰ লগে লগে বহুতো জনজাতি মহিলাই দেও-ভূতৰপৰা ৰক্ষা পাবলৈ নাইবা কুদৃষ্টিৰপৰা হাত সাৰিবলৈ বাহুত, পিঠিত আৰু মুখত চিত্ৰ-বিচিত্ৰ নক্সা আঁকে। এইবোৰ পৰিধান কৰোঁতে কোনো উৎসৱ পতা নহয়। কোনো ধৰা-বন্ধা চিত্ৰৰো নীতি-নিয়ম নাই। গাভৰুজনীয়ে ভালপোৱা যি কোনো প্ৰাকৃতিক বস্তুৰ চিহ্ন অঙ্কিত কৰিবলৈ দিয়া হয়। ঘাছীয়া গাভৰুৱে বুকুত, বাউসীত, কৰঙনত আৰু ভৰিত নিজে নিজেই ছবি আঁকে। তেওঁলোকে বিশ্বাস কৰে যে যেতিয়া মাইকী মানুহজনী মৰিব, তেতিয়া তাইৰ গাত অঙ্কিত চিহ্ন নাথাকিলে সৰগৰ দেৱতাৰ খং উঠিব আৰু তাইক সৰগলৈ যাবলৈ নিদি কাঁইটীয়া হাবিলৈ খেদি পঠিয়াব। চমৰসকলেও এই কথা বিশ্বাস কৰে আৰু শৰীৰ অঙ্কন কৰাত গুৰুত্ব দিয়ে। পৃথিৱীত যে বাস কৰিছিল তাৰ প্ৰমাণস্বৰূপে চিহ্নসমূহ শৰীৰত থাকিব লাগে বুলি তেওঁলোকে বিশ্বাস কৰে। এইবোৰ নাথাকিলে পিছৰ জনমত ভূতুনী, প্ৰেতিনী, ৰাক্ষসীৰূপে জীৱন যাপন কৰিব লাগিব বুলি তেওঁ-লোকৰ বিশ্বাস আছে। কাণ ফুটুৱা প্ৰথাৰ দৰেই পুষ্পিতা হোৱা পাট-গাভৰুক চিত্ৰৰে অঙ্কিত কৰা নিয়ম আদিবাসী অনেকৰ মাজত এতিয়াও বহুলভাৱে প্ৰচলন হৈ আছে। কাৰ্বি গাভৰুৰ কপালৰ পৰা নাকৰ ওপৰেদি থুতৰিলৈকে 'ছিবু' নামৰ গছৰ পাতৰ ৰস ঘঁহি ক'লা ৰেখা এডাল অঙ্কন কৰা নিয়ম আছে। (দুক) এই ৰেখাডাল পবিত্ৰতাৰ চিন বুলি কাৰ্বি সমাজত লোকবিশ্বাস আছে। মৃত্যুৰ সময়ত এই ক'লা দাগ নথকা গাভৰুক এওঁৰেৰে হ'লেও আঁকি শঙ্টো

পবিত্র কৰি লোৱা প্রাচীন নিয়ম আছে। আজিকালি অৱশ্যে কাৰ্ৱি ছোৱালীয়ে এই প্রথাৰ বিৰুদ্ধে প্রতিবাদ কৰিছে। উত্তৰ ভাৰতৰ কোনো কোনো সম্প্রদায়ৰ ভিতৰত কপালত ফোঁট নথকা মানুহক সমজুৱা ভোজত ৰন্ধা-বঢ়া কৰিবলৈ দিয়া নহয়। অনেকে আকৌ কপালত ফোঁট নথকা মানুহৰ হাতেদি পানী গ্রহণ নকৰে। অনেকে ভাবে যে বিবাহৰ সময়ত কইনাক তিলক চন্দনেৰে বিভূষিত নকৰিলে অমঙ্গল হয় আৰু পিছৰ জন্মত মাক-বাপেকৰ লগত কাজিয়া লাগে। ব্রাহ্মণ্য উপকথাত আছে, লক্ষ্মীয়ে স্বামী বিষ্ণুৰ ওচৰত আপত্তি জনাইছিল যে যেতিয়াই বিষ্ণু বাহিৰলৈ যায় বা কোনো ভক্তৰ কাম পায়গৈ তেতিয়া তেওঁ অকলশৰে থাকিব লাগে। এই অৱস্থাটো তেওঁৰ বাবে বৰ ভীতিদায়ক। এই কথা শুনি বিষ্ণুৱে তেওঁৰ শংখ-চক্র-গদা আৰু পদ্ম লক্ষ্মী দেৱীৰ শৰীৰত অঙ্কিত কৰি দিলে আৰু ক'লে যে এই পৱিত্র চিহ্ন কেইটাই সকলো সময়তে লক্ষ্মীদেৱীক ৰক্ষা কৰিব আৰু ভয়-ভ্রান্তি আঁতৰ কৰিব। প্রাচীন কালৰ এই উপকথাৰ ওপৰত বিশ্বাস ৰাখি হিন্দু মহিলা অনেকে শৰীৰত বিশেষকৈ কপাল, বুকু, বাউসীত বিষ্ণুৰ পৱিত্র চিহ্ন শংখ, চক্র, গদা, পদ্ম অঙ্কিত কৰি অমঙ্গল দূৰ কৰা বাসনা প্রদর্শন কৰে। কানিংহাম চাহাবৰ টোকাত গম পাব পাৰি যে আগৰ দিনত কিছুমান ব্যৱসায়ীয়ে বাকচত বিভিন্ন চিত্রৰ নক্সা বা সাঁচ লৈ ঘৰে ঘৰে গৈ ধর্মপ্রাণা মহিলাৰ শৰীৰত পবিত্র চিহ্ন অঙ্কন কৰি ফুৰিছিল। এওঁলোকৰ বাকচত ম'ৰা চৰাই, ঘোঁৰা, সাপ, ঘৰিয়াল, কাছ, জেঠী আৰু নানা ধৰণৰ ফুল-ফল, পাত-লতা আদিৰো সাঁচ আছিল। মূল্য বিশেষে এইবোৰ সাঁচ শৰীৰত বহুৱাই চিত্র অঙ্কিত কৰিছিল। এইবোৰ নক্সাই যুগ বাগৰি যোৱাৰ লগে লগে অলঙ্কাৰলৈ ৰূপান্তৰিত হ'ল। ধাতুৰ খাৰু, মণি, খুৰীয়া প্রভৃতি মানুহে ব্যৱহাৰ কৰি শৰীৰৰ শোভা বর্ধন কৰাত আগ্রহ দেখুৱালে। অলঙ্কাৰ-পাতি ধাৰণ কৰাটো সভ্যতাৰ এক বলিষ্ঠ পদক্ষেপ বুলি থেৰে-চিয়ানসকলৰ বর্ণনাত হিৰোডটাছে কৈছিল। মাৰ্কোপলোৰ বিৱৰণীত প্রকাশ যে উত্তৰ ভাৰতৰ মানুহে শৰীৰত চিহ্ন স্থায়ীভাৱে অঙ্কিত কৰিবলৈ (tattoo) চীনদেশৰপৰা পাকৈত চিত্রকৰ নিমন্ত্রণ কৰিছিল। মধ্য প্রদেশৰ কোনো কোনো আদিবাসীয়ে কৰঙনৰ পাছফালে

আৰু ভৰিত মʼৰা চৰাই, কৃষ্ণসাৰ, তৰোৱাল প্ৰভৃতি চিত্ৰ অঙ্কিত কৰিছিল। তেওঁলোকে বিশ্বাস কৰিছিল যে এইবোৰ অঙ্কিত চিহ্নৰ বাবে যি ৰাসায়নিক বস্তু ব্যৱহাৰ কৰা হয় সেইবোৰে শৰীৰৰ অনেক বেমাৰ ভাল কৰে। বিশেষকৈ গৰলীয়া ৰোগ (ভিভি উখহা বেমাৰ) ইয়াৰে আৰোগ্য হয় বুলি তেওঁলোকৰ বিশ্বাস আছে। এইবোৰ লোকবিশ্বাস অত্যন্ত ৰহস্যময়। আদিম যুগৰপৰা আজিলৈকে আমাৰ জাতীয় জীৱন আৰু ইতিহাসত আঁত নলগাকৈ এইবোৰে প্ৰভাৱ বিস্তাৰ কৰি আহিছে আৰু জনকথা গৱেষণাত অজস্ৰ উপাদান আগবঢ়াইছে।

হিন্দুৰ ধৰ্মমূলক আৰু সামাজিক তিথি-পাৰ্বণত চন্দনৰ ধৃন্ট ব্যৱহাৰ কৰা প্ৰয়োজনীয় অঙ্গৰাগ। কামাখ্যা দেৱীৰ পূজাত দেৱীৰ অঙ্গ-প্ৰত্যঙ্গ অঙ্কিত কৰাৰ উদ্দেশ্যে সেন্দুৰ, চন্দন, অগৰু, কুমকুম প্ৰভৃতি গন্ধদ্ৰব্য ব্যৱহাৰ কৰা নিৰ্দেশ কালিকা পুৰাণত পোৱা যায়। ব্যক্তিবিশেষৰ শাৰীৰিক আৰু মানসিক শুদ্ধতাৰ ওপৰত গুৰুত্ব দিওঁতে তিলক পৰিধানৰ এক সঙ্গ উদ্দেশ্য আছে। সকলো অপৱিত্ৰতা আঁতৰ কৰি স্নানাদিকৃত্য সমাপন কৰি কপালত উজ্জ্বল ফোঁটটিৰে প্ৰফুল্ল চিত্তেৰে নিজৰ কৰ্তব্যত আগবাঢ়ি অহাটো ইয়াৰ অন্যতম অৰ্থ। ই এক মঙ্গলসূচক চিহ্ন। হিন্দু সমাজৰ কোনো এক বিশেষ জাতি বা সম্প্ৰদায়ৰ বাবে এই তিলক পৰিধান সীমাবদ্ধ নহয়। 'ভাইফোঁটা' বুলি যি উৎসৱ আছে তাতো বঙালী আৰু নেপালীসকলে বিশেষকৈ, শুদ্ধ চিত্তেৰে তিলক অঙ্কন কৰি মঙ্গল কামনা কৰে।

কাতি মাহত অনুষ্ঠিত ভাতৃ-দ্বিতীয়া তিথিত বায়েকে ভায়েকৰ, ভনীয়েকে ককায়েকৰ কপালত যি ফোঁট অঙ্কন কৰে তাৰ দ্বাৰা ককায়েক-বায়েক ভায়েক-ভনীয়েকৰ মাজত থকা মিলা-প্ৰীতি, আদৰ-সাদৰ জনোৱা হয় আৰু মঙ্গল কামনা কৰা হয়। বঙালীত আছে—

ভায়েৰ কপালে দিলাম ফোঁটা।
যমেৰ দুয়াৰে পড়লো কাঁটা॥

ভাইৰ কপালত জিলিকি থকা ফোঁটটো দেখি যম ৰজাই বোলে কাৰকে নাচাপে।

হিন্দু সম্প্ৰদায়ৰ প্ৰতীকৰূপে ফোঁটটোৰ অৰ্থ যিসকলে ব্যাখ্যা কৰিছে সেইসকলৰ মতে বৈষ্ণৱ, শৈৱ, শাক্ত প্ৰভৃতি সম্প্ৰদায়ৰ নিজ নিজ তিলক চিহ্নৰ পিছত ধৰ্মীয় ভাবধাৰা নিহিত আছে। ইংৰাজী U আখৰটোৰ দৰে ফোঁট লোৱাজনক বিষ্ণুভক্ত, অৰ্ধচন্দ্ৰৰ দৰে ফোঁট লোৱাজনক শিৱভক্ত, গোলাকাৰ ডাঙৰ আকাৰৰ ৰঙা ফোঁট লোৱা-জনক দেৱীভক্ত বুলি সাধাৰণতে আখ্যা দিয়া হয়। অৱশ্যে এই ধৰণৰ সাম্প্ৰদায়িক চিহ্ন ধাৰণ প্ৰথাৰ উৎপত্তি আৰু প্ৰাচীনত্ব সম্পৰ্কে আমি বিশেষ প্ৰমাণযুক্ত তথ্য গম নাপাওঁ। বৈদিক যজ্ঞ অনুষ্ঠানত কপালত ভস্মৰ ফোঁট লোৱাটো প্ৰাচীন কালৰেপৰা ভাৰতবৰ্ষত প্ৰচলিত আছে। খ্ৰীষ্টীয় ৭ম শতিকাৰ বাণভট্ট বিৰচিত কাদম্বৰী উপাখ্যানত তপস্বী দৃঢ়দস্যু আৰু জাবালি মুনিৰ কথা-প্ৰসঙ্গত কপালত ভস্মৰ দ্বাৰা 'ত্ৰিপুণ্ড্ৰ' অঙ্কনৰ কথা গম পাব পাৰি। এই ত্ৰিপুণ্ড্ৰ পৰৱৰ্তী কালত শৈৱ উপাসকসকলৰ তিনিডাল সমান্তৰাল ৰেখাৰ সমাহাৰত গঠিত কপালৰ যে তিলকবিশেষ, তাত সন্দেহ নাই। হিন্দু দেৱদেৱীৰ মূৰ্তি বা বিগ্ৰহত অঙ্কিত কোনো বিশেষ চিহ্নই সাম্প্ৰদায়িক তিলক পৰিধানৰ লগত অনেক সময়ত সংগতি ৰক্ষা কৰা আমাৰ চকুত পৰে। দক্ষিণ ভাৰতৰ প্ৰখ্যাত বিষ্ণুমন্দিৰ 'তিৰোপতি তিৰোমল্লা দেৱস্থানম'ত যি ভেঙ্কটেশ্বৰৰ মূৰ্তি আছে, সেই মূৰ্তিৰ বিশেষ চিহ্নকে অনুকৰণ কৰি ভক্তসকলে নিজ নিজ কপালত তিনিডাল উৰ্ধৰেখাৰ সমাবেশত 'তিৰো-নামম্' বা 'শ্ৰীনামম্' তিলক পৰিধান কৰি বৈষ্ণৱ সম্প্ৰদায়ৰ পৰিচয় দিয়ে। শৈৱসকলে ত্ৰিপুণ্ড্ৰ চিহ্ন ধাৰণৰ দ্বাৰা শিৱলিঙ্গ পূজা, দেৱীভক্ত সকলে সেইদৰে দেৱীৰ ললাট মধ্যস্থ ত্ৰিনয়নৰ তলত থকা ৰক্তবৰ্ণ বিন্দু চিহ্ন কপালত ধাৰণ কৰি শক্তি পূজাৰ চিনাকি দিয়ে। ৰাধা-বল্লভ সম্প্ৰদায়ে কপালত যি গোলাকাৰ ফোঁট লয় সেই ফোঁটৰ মধ্যখণ্ড খালী দেখুৱাবলৈ আৰু এটা সৰু বৃত্ত অঙ্কন কৰে।

ললাট দক্ষিণে ব্ৰহ্মা বসেদ্বামে মহেশ্বৰঃ।
মধ্যে বিষ্ণুৰ্বসেন্নিত্যং তস্মান্মধ্যংনলেপয়েৎ ॥

শ্ৰীহৰিভক্তি বিলাসত আছে যে ললাটৰ দক্ষিণ ভাগত ব্ৰহ্মাৰ আৰু বাঁও ভাগত মহেশ্বৰৰ অৱস্থান ; মাজ ভাগত বিষ্ণুৰ স্থিতি। সেয়ে মাজভাগত লেপন কৰিব নালাগে। ৰামানুজ পন্থীসকলে মধ্যত

হালধীয়া ৰেখা এডাল চিহ্নিত কৰে আৰু শ্ৰীৰামৰ উপাসকসকলে ভ্ৰূযুগলৰ মধ্যত এক বিন্দুসদৃশ ফোঁট ধাৰণ কৰে। হৰিৰ সকলো অৱতাৰৰ উপাসকসকলে তিলক পৰিধান কৰাটো এক ধৰ্মীয় আচাৰ ৰূপে গ্ৰহণ কৰি ইয়াৰ মহিমা প্ৰচাৰত সহায় কৰিলে। ইষ্টদেৱতাৰ পবিত্ৰ চিহ্নৰ অনুকৰণতে যে সাম্প্ৰদায়িক তিলক চিহ্ন প্ৰৱৰ্তন হৈছিল সেই বিষয়ে সন্দেহ কৰাৰ থল নাই। দশম আৰু একাদশ শতিকাৰ চৰ্য্যাগীতত উল্লেখ থকা (লুইপাদ ৰচিত) 'বাণচিহ্ন' শব্দবন্ধৰ বিষয়ে ড° সুনীতিকুমাৰ চট্টোপাধ্যায়ে কৈছিল যে এই 'বাণচিহ্ন' সাম্প্ৰদায়িক তিলক চিহ্নৰে ভাষান্তৰ মাথোন। এই ধাৰণা সত্য হলে দক্ষিণ ভাৰতত তিলক চিহ্নক তিৰুনামম্ বুলি বৰ্ণনা কৰাৰ দৰে উত্তৰ ভাৰতত, সম্ভৱ মধ্যযুগত সাম্প্ৰদায়িক তিলক চিহ্নক বাণচিহ্ন (বৰ্ণচিহ্ন) বুলি আখ্যা দিয়া যুক্তি গ্ৰহণযোগ্য যেন লাগে। সেইবাবে খ্ৰীষ্টীয় দশম আৰু একাদশ শতিকাৰ পিছতে যে বিভিন্ন সাম্প্ৰদায়িক ভক্ত-সকলৰ মাজত তিলক চিহ্ন পৰিধান প্ৰথাৰ ক্ৰম প্ৰচলন হয় তাক নুই কৰিব নোৱাৰি।

এইখিনিতে এটা কথা উল্লেখ কৰিব খুজিছোঁ। ইংৰাজ লিখকে লিখা কোনো কোনো গ্ৰন্থত সম্প্ৰদায় বিশেষে জাতিগত অথবা সামাজিক ব্যৱধানৰ ভিত্তিত তিলক অঙ্কিত কৰা হৈছিল বুলি উল্লেখ আছে। (যেনে, নদীয়াল মানুহে কপালত মাছৰ চিহ্ন, হৰিজনসকলৰ কপালত ঝাৰুৰ চিহ্ন অঙ্কিত) এইবোৰৰ অৰ্থ যিয়েই নহওক লাগিলে এটা কথা ঠিক যে আমাৰ ধৰ্মীয় বিশ্বাসত নিষ্ঠাবান হিন্দু মাত্ৰেই নিত্য-নৈমিত্তিক আৰু কাম্য—এই ত্ৰিবিধ কৰ্ম আৰু পৈত্ৰাদি কৰ্ম সমাপন কৰাৰ আগতে তিলক পৰিধান কৰাৰ পদ্ধতি সোমাই আছে।

চন্দন, কৃষ্ণাগুৰু, গঙ্গামৃত্তিকা, হালধিৰ গুড়ি, হোমৰ ভস্ম, আবিৰ, কুমকুম, কৰ্পূৰ প্ৰভৃতিৰে তিলক অঙ্কিত কৰা হয়। কোনো কোনো পুথিত গছলতাৰ পাতেৰেও তিলক ধাৰণ কৰাৰ বৰ্ণনা আছে।

পদ্ম পুৰাণৰ পাতাল খণ্ডত তিলকৰ উপাদানৰ বিষয়ে এক বিস্তৃত তালিকা দাঙি ধৰা হৈছে। এইবোৰৰ ভিতৰত তীৰ্থক্ষেত্ৰৰ মাটি, যজ্ঞডিমৰুৰ কাঠ, বেলগছ, আঁহতগছ, তুলসী মূল, মৃত্তিকা, গৰু

খোজৰ মাটি, গঙ্গামৃত্তিকা, মহানিম, তুলসীকাঠ, কস্তুৰী, কুমকুম, আবিৰ, সেন্দুৰ, ৰক্তচন্দন, গোৰোচনা, সৰল, দেৱদাৰু প্ৰভৃতি গন্ধকাঠ, অগৰু, কৃষ্ণাগুৰু গোময় হালধিচূৰ্ণ, ধাতুমূল, গোহালিৰ মাটি, উই-হাফলুৰ মাটি, যমুনা নদীৰ মৃত্তিকা, হৰিচন্দন, গন্ধপদ্ম আদি এই ক্ষেত্ৰত উল্লেখযোগ্য। কাঠৰ বা ধাতুৰ চাপ বা মুদ্ৰাৰে ফোঁট অঙ্কিত কৰা অভ্যাস আজিকালিৰ দৰে প্ৰাচীন কালতো আছিল। আজিকালি প্ৰসাধনৰ এক উল্লেখযোগ্য অঙ্গৰূপে মুখখনিক দেখনিয়াৰ কৰিবলৈ হিন্দুৰ বাহিৰেও অন্য ধৰ্মৰ প্ৰায়বোৰ ছোৱালীয়ে পিন্ধা সাজৰ লগত ৰং মিলাই কপালত ফোঁট লগায়। 'বিন্দি' নামৰ প্ৰসাধন সামগ্ৰী এইবাবে আজিৰ বজাৰত জনপ্ৰিয় হৈ উঠিছে। বিন্দিৰ টেমাত ৰং-বেৰঙৰ ফোঁট লোৱা সামগ্ৰী আছে।

হৰ্ষ চৰিতত যমৰ স্ত্ৰীসকলে মুখত আৰু কপালত ঘঁৰিয়ালৰ চিত্ৰ অঙ্কিত কৰিছিল বুলি উল্লেখ আছে। অমৰকোষত পত্ৰৰেখা আৰু পত্ৰাঙ্গুলি নামৰ দুই পদ্ধতিৰে তিলক অঙ্কনৰ কথা গম পাব পাৰি। পত্ৰৰেখাত ফুল অথবা পাত তুলিকাৰে অঙ্কিত কৰা হয়, আৰু পত্ৰাঙ্গুলিত বিভিন্ন চিত্ৰলতা প্ৰভৃতি হাতৰ আঙুলিৰে অঙ্কন কৰা হয়। তমাল পত্ৰ ধুনীয়াকৈ কাটি কপালত লগোৱা প্ৰথাক 'তমালপত্ৰ তিলক' বোলা হৈছিল। সেউজীয়া পাত বড়িয়াকৈ কাটি কপালত লগোৱা প্ৰথাক ৰাজস্থানত এতিয়াও দেখিবলৈ পোৱা যায়। কেতিয়াবা তিলকত কৰ্পূৰ সানি সুগন্ধি চন্দনৰ লগত হালধিৰ গুড়ি ছটিয়াই দিয়া হৈছিল বুলি গম পাব পাৰি। আধুনিক যুগতো স্বামী জীৱিত থকা হিন্দু মহিলাই ডিঙিত মণিমালা, কপালত ফোঁট, শিৰত সেন্দুৰ আৰু হাতত খাৰু পিন্ধি বিবাহিত জীৱন প্ৰদৰ্শন কৰে।

ভাৰতীয় সাহিত্যৰ অনেকতে তিলক পৰিধান কৰাৰ বৰ্ণনা পোৱা যায়। উদাহৰণস্বৰূপে, ভৰত মুনিৰ নাট্যশাস্ত্ৰলৈ আঙুলিয়াব পাৰি। অনেক বৰ্ণনাত তিলক পৰিধানৰ উল্লেখ ইয়াত আছে। ত্ৰিপতাকা মুদ্ৰাৰে চকুৰ পানী মচিবলৈ নাইবা কপালত ফোঁট লবলৈ কেনেকৈ ব্যৱহাৰ কৰা হয় কোৱা হৈছে। ২১ অধ্যায়ত বিভিন্ন প্ৰকাৰৰ প্ৰসাধনৰ বৰ্ণনা কৰোঁতে ২৪ নং শ্লোকত কপালত ফোঁট

অঙ্গনেৰে শোভাবৰ্দ্ধন কৰাৰ উপায় দিছে। ফোঁটৰ লগতে গালত পত্ৰ-ৰেখাৰে প্ৰসাধন কৰাৰো উল্লেখ আছে। ৰামায়ণৰ অযোধ্যা কাণ্ডত কোৱা হৈছে যে শ্ৰীৰামচন্দ্ৰই এটুকুৰা ৰঙা শিলত (মনঃশিলা) হাতৰ আঙুলিৰে ঘঁহি ৰঙচুৱা কৰি সীতা দেৱীৰ কপালত এটি ধুনীয়া ফোঁট আঁকি দিছিল আৰু সীতাদেৱীয়ে অভিভূতা হৈ শ্ৰীৰামচন্দ্ৰক যেতিয়া আকোৱালি ধৰিছিল তেতিয়া সেই কপালৰ ফোঁটৰ ৰঙচুৱা ৰং শ্ৰীৰামচন্দ্ৰৰ বহল বুকুত লাগি গৈছিল।

স নিঘৃষ্যাঙ্গুলিং ৰামো ধৌতে মনঃ শিলোচ্চয়ে।
চকাৰ তিলকং তস্যা ললাটে ৰুচিৰং তদা ॥
মনঃ শিলায়স্তিলকঃ সীতায়াঃ সোদৃথ বক্ষসি।
সমদৃশ্যত সংক্ৰান্তো ৰামস্য বিপুলৌজসঃ ॥

—ৰামায়ণ অযোধ্যা ৯৫, ১৭।

মাধৱ কন্দলি ৰামায়ণতো চিত্ৰকুট অৰণ্যত সীতাদেৱীয়ে মানস শিলাত শিলেৰে ঘঁহি ৰঙা ফোঁট এটা লোৱা উল্লেখ কৰিছে।

মানস শিলাৰ ফোঁট সীতাদেৱী লৈল।
আলিঙ্গন্তে ৰামৰ হিয়াত সঞ্চৰিল ॥

অনন্ত কন্দলিৰ ৰামায়ণতো মানসশিলাত ঘঁহি ৰঙাকৈ ধুনীয়া ফোঁট এটা লৈ সীতাই ৰামচন্দ্ৰৰ বুকুৰ মাজত সোমাই মধুৰ আনন্দ উপভোগ কৰা বৰ্ননা আমি পাওহঁক। শ্ৰীৰামচন্দ্ৰৰ বক্ষস্থলত সীতা দেৱীৰ কপালৰ ফোঁট লাগি ৰঙা প্ৰলেপ উজ্জ্বল হৈ পৰিছিল।

মানস শিলাক গুলি আনি সীতা
ললাটে ফোঁট পিন্ধিলা।
আলিঙ্গন্তে সেহি ৰামৰ হিয়াত
আচম্বিতে সঞ্চাৰিলা ॥

অৰণ্য কাণ্ডত আছে, সূৰ্য্যই দক্ষিণ-পশ্চিম অঞ্চললৈ যোৱাৰ সময়ত উত্তৰ-পূব অঞ্চলৰ আকাশখন তিলক পৰিধান নকৰা এগৰাকী অৱসাদযুক্ত স্ত্ৰীৰ দৰে হৈ পৰে।

সেৱমানে দৃঢ়ং সূৰ্য্যো দিশমন্তক সেৱিতাম্ ॥
বিহীনতিলকেৱ স্ত্ৰী নোত্তৰা দিক্ প্ৰকাশতে ॥

—অৰণ্যকাণ্ড ৬, ৮।

অশ্বঘোষ প্ৰণীত সৌন্দৰানন্দৰ এটি বৰ্ণনাত পোৱা যায় যে নায়িকাই নায়কৰ হাতত এখন দৰ্পণ তুলি দি কৈছিল, "এই দৰ্পণখন তুমি মোৰ আগত সাৱধানে ধৰি থাকাচোন, মই কপালত ফোঁট অঙ্কন কৰোঁ।"

অমৰ কোষত আছে যে তমাল পল্লৱে কপালত শোভাবৰ্দ্ধন কৰিব পাৰি। প্ৰাচীন ভাৰতত ভূজপত্ৰ কাটি সৰু সৰু আকাৰ কৰি কপালত তিলক লোৱা হৈছিল। ইয়াক পত্ৰৰেখা, পত্ৰভঙ্গ, পত্ৰমঞ্জৰী প্ৰভৃতি নামেৰে বৰ্ণোৱা হৈছিল। অকল কপালতে নহয়, থুতৰি, ডিঙি, হাতৰ তলুৱা, বুকু, বাহু, চকু-কাণ প্ৰভৃতিতো ফোঁট লোৱা নিয়ম আছিল। হৰিভক্তি বিলাসত (পদ্মপুৰাণৰ উত্তৰ খণ্ডতো আছে) ১২ প্ৰকাৰৰ তিলক পৰিধান কৰা ধৰ্মীয় আচাৰৰ উল্লেখ আছে। যথা, স্নানাদিকৃত্য সমাপন কৰি হৰি মন্দিৰলৈ যাওঁতে বিষ্ণুক স্মৰণ কৰি তিলক ধাৰণ কৰিব লাগে ঃ

| | | |
|---|---|---|
| ১। | ললাটত-- | কেশৱ |
| ২। | কণ্ঠত-- | শ্ৰীপুৰুষোত্তম |
| ৩। | বাম বাহুত-- | বাসুদেৱ |
| ৪। | সোঁ বাহুত-- | দামোদৰ |
| ৫। | নাভিত-- | নাৰায়ণ |
| ৬। | হৃদয়ত-- | মাধৱ |
| ৭। | দক্ষিণ পাৰ্শ্বত-- | গোবিন্দ |
| ৮। | বাওঁ পাৰ্শ্বত-- | ত্ৰিবিক্ৰম |
| ৯। | সোঁ কাণৰ লতিত-- | বিষ্ণু |
| ১০। | বাওঁ কাণৰ লতিত-- | মধুসূদন |
| ১১। | শিৰত-- | হৃষিকেশ |
| ১২। | পিঠিত-- | পদ্মনাভ |

—শব্দকল্পদ্ৰুমঃ

কোনো কোনো পুথিত অৱশ্যে এই প্ৰকৰণৰ ইফাল-সিফাল চকুত নপৰা নহয়। সেন্দূৰ, কস্তুৰী, কুমকুম, চন্দন আদি সুগন্ধিযুক্ত দ্ৰব্যৰে কপালত তিলক অঙ্কন কৰা প্ৰথা প্ৰাচীন কালৰেপৰা আমাৰ দেশত চলি অহা কথা ধৰ্মগ্ৰন্থসমূহে দাঙি ধৰে। কোনোৱে লতা সদৃশ,

কোনোৱে পাত বা ফুলসদৃশ, কোনোৱে চন্দ্ৰ, সূৰ্য্য, তৰা সদৃশ ফোঁট লৈ কপালৰ লগতে মুখমণ্ডলৰ শোভাবৰ্দ্ধন কৰিছিল। প্ৰাচীন ভাৰতৰ হিন্দু নাৰীসকলৰ বাবে কপালৰ ফোঁট আছিল আকৰ্ষণৰ অঙ্গৰাগ। প্ৰাচীন পুথি যেনে হস্তীবিদ্যাৰ্ণৱ, ধৰ্মপুৰাণ, শংখচূড় বধ আদিত প্ৰাচীন কামৰূপৰ অঙ্গৰাগৰ কিছু আভাস আছে। কেশবিন্যাসৰ লগতে মুখত চন্দনৰ নাইবা আন দ্ৰব্যৰ ফোঁট অঙ্কন কৰাৰ উদাহৰণ আমাৰ চকুত পৰিছে।

ৰুক্মিণী হৰণ কাব্যত ৰুক্মিণীৰ ৰূপ বৰ্ণনাত মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে শিৰত সেন্দুৰ, কপালত অগৰুৰ ফোঁট দিয়া উল্লেখ কৰিছে---

প্ৰবন্ধে বান্ধিলা খোপা
উচ্চ কৰি খোপা,
মালতী ফুলৰ ভিতৰত দিলা থোপা
শিৰত সিন্দূৰ আগুৰু দিলা ফোঁট
কৰ্ণে খঞ্জখিলি শিৰে পিন্ধিলা মুকুট ॥

আকৌ মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ ৰচিত অঙ্কীয়া নাট 'ৰাম বিজয়'ত ঋষিৰাজ কৌশিক শিষ্য সহিতে আহি ৰজা দশৰথক আশীৰ্বাদ কৰিছিল। কৌশিকৰ বৰ্ণনাত আছে---

ধ্ৰুং-- আৱত কৌতুকে কৌশিক চণ্ড।
মালা মাথে হাথে ধৰু দণ্ড ॥

পদ-- লাড়য় বাহু হৰি গুণ গাই।
সচকিত নয়ন চতুৰ্দিশে চাই ॥
শোভে সুললিত তিলক কপাল।
হেৰত কোপে থৈসে যমকাল ॥

সীতাৰ ৰূপ বৰ্ণনাতো তিলক পৰিধানৰ কথা উল্লেখ আছে---

কি কহব ৰূপ কুমাৰীক ৰাম।
কনক পুতলি তুল তনু অনুপাম ॥
ৰতন তিলক লোলে অলক কপোল।
হেৰিয়ে ভ্ৰভঙ্গ ত্ৰিভুবন ভোল ॥

সেইদৰে ৰুক্মিনী হৰণ নাটকতো বেদনিধিৰ কপালত শোভা পোৱা ফোঁটটোৰ কথা কবিয়ে বৰ্ণনা কৰিবলৈ পাহৰা নাই।

ৰঙ্গে তিলক কপোলক চানি ॥

কীৰ্তনৰ শিশু লীলাতো কৃষ্ণ-বৰ্ণনাত আছে—

প্ৰসন্ন বদন জ্বলে অলকা তিলক।
বসুদেৱে দেখিলন্ত অদ্ভুত বালক ॥

ভট্টদেৱ বিৰচিত গুৰু ভট্টিমাতো তিলক পৰিধানৰ উল্লেখ আছে—

জয় জগদীশ্বৰ প্ৰভু দেৱ দামোদৰ
যাকেৰি সম নাহি কেৱ।
সাধুজন ৰঞ্জন ভকতি পৰায়ণ
তাহেক কৰু শত সেৱ ॥

*　　*　　*

মলয়জ চন্দন তিলক বিতোপন
উজ্জ্বল বদন বিকাশ।
গভীৰ জলধৰ ভাষণ সুমধুৰ
সজল জলদ জিনি কেশ ॥

সুকবি নাৰায়ণদেৱৰ সুকনানী পদ্মাৱতীকাব্যত বৃষভৰ ওপৰত উঠি সাজিকাচি শঙ্কৰে পাৰ্বতীক বিয়া কৰাবলৈ যোৱা বৰ্ণনাতো আমি তিলক পৰিধানৰ বৰ্তৰা পাওহঁক ঃ

বিভূতি অঙ্গে ভূষণ　　ব্যাঘ্ৰচৰ্ম পৰিধান
ললাটে তিলক শশধৰ।
ভাঙ্গ ধতুৰা খাই　　শিঙা ডম্বৰু বাই।
ভূত বেতাল অনুচৰ ॥

শ্ৰীচন্দ্ৰভাৰতী ৰচিত 'কুমৰহৰণ' কাব্যত চিত্ৰলেখাই নাৰদৰপৰা "হৰণলুকী মায়া" লাভ কৰি সেই বিদ্যাৰ প্ৰভাৱত আনৰ অদৃশ্য হৈ দ্বাৰকাত প্ৰৱেশ কৰে আৰু অনিৰুদ্ধক লগ ধৰে। হৰণলুকী মায়াৰ ফোঁটৰ সহায়ত তেওঁ মধুকৰী ৰূপ ধাৰণ কৰি অনিৰুদ্ধক মদন-পীড়িতা উষাৰ ওচৰলৈ লৈ আহে। নাৰদৰ বচনত আছে—

ওবা চিত্ৰলেখী　　খঞ্জৰিটি পক্ষী
আকাশে যাইবক উড়ি।
তেতিয়া ধৰিয়া　　পটাত বাটিয়া
সাজিবি তাহাৰ বড়ি ॥

ক্ৰবত মন্দিয়া শুকক সুমৰিয়া
কপালত দিবি ফোঁট।
আতি ক্ষুদ্ৰতৰ কায় কলেবৰ
হুইবি মধুকৰী গোট ॥
যাইবি নিশাকালে কুদ্ৰাক্ষৰ জালে
পশিবি গৃহ ভিতৰ।
কুমাৰক পাইবি তিলক পিন্ধাইবি
কুমাৰ হুইব ভ্ৰমৰ ॥

ইয়াত মায়া সাধনাত ফোঁটৰ প্ৰমোহিনী প্ৰভাৱ (ভেল্কীবাজী) অসমীয়া কবিয়ে বৰ্ণনা কৰিছে। 'তিলক' 'চিত্ৰক' 'বিশেষক' আদি বিভিন্ন নামেৰে কপালৰ ফোঁটটোক ভাৰতীয় কবিসকলে বৰ্ণনা কৰি গৈছে। চন্দন কস্তুৰী সেন্দূৰ আদিৰে গোল আকৃতিৰ ফোঁটক সাধাৰণতে 'তিলক' বুলি কোৱা হয় যদিও ইয়াৰ ব্যতিক্ৰম নোহোৱা নহয়। 'চিত্ৰক' হৈছে এটাতকৈ বেছি ৰঙৰ ব্যৱহাৰ কৰি অঙ্কিত কৰা ফোঁট আৰু 'বিশেষক' হৈছে, মুখমণ্ডল উজ্জ্বল আৰু শোভাযুক্ত কৰিবলৈ কপালত লোৱা বিশেষ ধৰণৰ ডাঙৰ ফোঁট। হৰ্ষচৰিতত মকৰ আকৃতিৰ ফোঁটৰো উল্লেখ আছে। অনেক ক্ষেত্ৰত গোলাকাৰ ফোঁটৰ পৰিবৰ্তে কেতিয়াবা দীঘলকৈ, কেতিয়াবা পথালিকৈ, ৰেখা আঁকি ত্ৰিভূজ, স্বস্তিকাৰ যোগচিন, পূৰণচিন, হৰণচিন, প্ৰভৃতিৰে কপালৰ শোভাবৰ্ধন কৰা দেখিবলৈ পোৱা যায়। হিন্দু সমাজত সেন্দূৰ বা চন্দনৰ ফোঁটৰ বিষয়ে আজিও যথেষ্ট গুৰুত্ব দিয়া হয়। আলহী আহিলে কুমাৰী হোৱালীৰ কপালত সেন্দূৰৰ ফোঁট এটা দি আদৰ-সাদৰ কৰা, সধৱা স্ত্ৰী লোকৰ শিৰত অকণমান সেন্দূৰ দি সন্মান জনোৱা জনবিশ্বাস অনেক লোকৰ ভিতৰত এতিয়াও পৰম্পৰাগত হৈ বৰ্তি আছে।

ৰঘুবংশত কালিদাসে তিলক এবিধ গছ আৰু কপালৰ ফোঁট বুলি উল্লেখ কৰিছে। যেনেকৈ তিলক গছৰ ধুনীয়া সুগন্ধিযুক্ত ফুলবোৰৰ চাৰিওফালে ভোমোৰাই গুণগুণাই গীত গাই, চুমা খাই ফুলবোৰৰ সৌন্দৰ্য্য দুগুণে বঢ়ায়, সেইদৰে ফুলৰ মালাৰে আবৃত হৈ থকা ধুনীয়া মৰমলগা এগৰাকী যুৱতীৰ কপালত ফোঁটটোৱে যুৱতীৰ ৰূপৰ জেউতি দুগুণে চৰায়—

অলিভিৰঞ্জন বিন্দুমনোহৰৈঃ কুসুমপংক্তিনিপাতিভিৰঙ্কিতঃ
ন খলু শোভয়তিস্মবনস্থলীং নতিলকস্তিলকঃ প্ৰমদামিৱ ॥
—ৰঘুবংশ।× ৪১,

কুমৰসম্ভৱ কাব্যতো কালিদাসে তিলক আৰু নীলা ভ্ৰমৰৰ অৱতৰণাৰে ৰস সৃষ্টি কৰিছে।

লগ্নদ্বিৰেফাঞ্জনভক্তিচিত্ৰং মুখে মধুশ্ৰীস্তিলকং প্ৰকাশয়্য।
—কুমৰসম্ভৱ ৩য়, ৩০

মালবিকা অগ্নিমিত্ৰ নাটকতো কালিদাসে নায়িকাৰ ৰূপৰ বৰ্ণনা কৰোতে কপালত থকা তিলকলৈ দৃষ্টিপাত কৰিছে। মালবিকা আছিল অবিবাহিতা যুৱতী। তথাপি তেওঁ দুই চেলাউৰিৰ মাজৰ খালী ঠাই ডোখৰত তিলক পৰিধান কৰি বিতোপন ৰূপেৰে দেখা দিছিল।

পশ্য তে সখ্যা মুখম্।
ভ্ৰূভঙ্গভিন্নতিলকং স্ফুৰিতাধৰোষ্ঠং
সাসূয়মাননমিতঃ পৰিবৰ্তয়ন্ত্যা।
—মালবিকা ঃ ৪ৰ্থ,

শূদ্ৰকৰ মৃচ্ছকটিক নাটকতো 'বিশেষক' পৰিধানৰ উল্লেখ আছে।

'লোহকট্যাহ পৰিবৰ্তন কৃষ্ণসাৰাকৃত বিশেষকা ইৱ
যুৱতিৰধিকতৰং শোভতে ভূমিঃ।
—মৃচ্ছকটিক, ১,

মৎস্য পুৰাণত আছে, সত্যবানে সাবিত্ৰীৰ ৰূপ-মাধুৰ্য্যত মোহিত হৈ কৈছিল, "এই উপবন, য'ত আমি এতিয়া কথা কৈছোঁ, আমাৰ অন্তৰৰ ভালপোৱা যাচিছোঁ, বিতোপন তিলক গছেৰেই পৰিপূৰ্ণ। এই পৰিপূৰ্ণতাৰ সৌন্দৰ্য্য তোমাৰ কপালত অঙ্কিত হোৱা তিলকৰ দৰেই ধুনীয়া, মৰম লগা আৰু লোভনীয়।"

বাণৰ কাদম্বৰী উপাখ্যানত নাৰীৰ কপালত উজ্জ্বল হৈ থকা তিলকৰ বিৱৰণ অনেক আছে।

ইমাংচকেন হেতুনা মানিনি ধাৰায়স্যানুপৰচিত
গোৰোচনা বিন্দু তিলকাম সংযমিতালকিনীং ললাটৰেখাম্।
—কাদম্বৰী পূৰ্বভাগ-ছেদ ৫৩

তাৰাপীড়ই কান্দি থকা ৰাণীক সুধিছে, "তোমাৰ কপালত আজি কিয় গোৰোচনাৰ তিলক দেখা পোৱা নাই?" এইফাঁকি পদৰপৰা বুজিব পাৰি যে গোৰোচনাৰে তিলক অঙ্কিত কৰা প্ৰথা নাৰীসকলৰ মাজতো প্ৰচলিত আছিল। গাল আৰু মুখমণ্ডলত চন্দনৰ ৰেখা লোৱা প্ৰথা কাদম্বৰীত উল্লেখ আছে। তাৰাপীড়ৰ এটি পুত্ৰ-সন্তান জন্ম হোৱাত ৰাজ অন্তেষপুৰ আনন্দত ৰজনজনাই গৈছিল। অন্তেষপুৰৰ নাৰীসকলে ৰঙতে মতলীয়া হৈ ঘূৰি-পকি নৃত্যগীত কৰি আনন্দমুখৰ পৰিস্থিতিৰ সূচনা কৰিছিল, নৃত্য কৰোঁতে ইজনীৰ কাপোৰ সিজনীয়ে পিন্ধি থকা অলঙ্কাৰত লাগি ফালি চিৰাচিৰ হৈছিল। কিন্তু তেওঁলোকে কপালত শোভাবৰ্দ্ধন কৰা তিলক চিহ্ন যাতে সম্পূৰ্ণ মচ খাই নাযায় তাৰ বাবে সাৱধানতা সকলো সময়তে অৱলম্বন কৰিছিল।

কিঞ্চিদৱশিষ্ট তমাল পত্ৰেন
নৃত্যক্ৰীড়াপ্ৰসক্তেনান্তঃ পুৰিকাজনেন।

—কাদম্বৰী পূৰ্বভাগ-ছেদ ৬৭

এইবোৰ ৰসাল বিৱৰণীৰপৰা এইটো স্পষ্ট হৈ পৰিছে যে অন্ততঃ খ্ৰীষ্টিয় ধৰ্মৰ আৰম্ভনীৰপৰা ভাৰতীয় হিন্দু নাৰীয়ে কপালত তিলক ধাৰণ কৰি অঙ্গৰাগ কৰি আহিছে। অকল স্বামী থকা স্ত্ৰীৰ ক্ষেত্ৰতে নহয়, কুমাৰী গাভৰু যুৱতীয়েও কস্তুৰী, সেন্দূৰ, চন্দন প্ৰভৃতিৰে কপাল অঙ্কিত কৰি ৰূপ-লাৱণ্য বৃদ্ধি কৰিছিল। ভাৰতীয় সাহিত্যৰপৰা সংগ্ৰহ কৰা এইবোৰ উপমা, ৰূপক আদিৰপৰা এইটো কব নোৱাৰি যে কপালত ফোঁট লোৱা প্ৰথাটো অকল স্বামী জীৱিত স্ত্ৰীলোকৰ বাবেহে অত্যন্ত আৱশ্যক বুলি সেই দিনত গণ্য কৰা হৈছিল। উদাহৰণসমূহে তিলক পৰিধান কৰা প্ৰথাটো অঙ্গৰাগ ৰূপেহে স্বীকৃতি দিছিল বুলি কব পাৰি। যুৱতীৰ ৰূপ-লৱণ্যৰ শোভা বৃদ্ধি কৰিবলৈ মাত্ৰ তিলক পৰিধানক প্ৰাধান্য দিয়া হৈছিল।

বৃদ্ধহাৰিত স্মৃতি ১১ অধ্যায়ত অৱশ্যে স্ত্ৰীধৰ্মৰ বিষয়ে আলোচনা কৰোতে লিখকে স্ত্ৰীৰ ক্ষেত্ৰত কিছুমান ৰীতি নিয়ম দাঙি ধৰিছে। স্বামীয়ে শয্যা ত্যাগ কৰাৰ আগতে স্ত্ৰী বিচনাৰপৰা উঠি স্নানাদি প্ৰাতঃকৃত্য সমাপন কৰিব লাগে। শুদ্ধ বস্ত্ৰ পৰিধান কৰি কেশ-

বিন্যাসৰ লগতে কপালত ফোঁট লব লাগে। চন্দন, কুমকুম, সেন্দুৰ যেই কোনো এবিধেৰে ফোঁট লোৱা প্ৰয়োজন বুলি ইয়াত কোৱা হৈছে। সেইদৰে, স্কন্ধ পুৰাণতো স্ত্ৰীধৰ্মৰ বিষয়ে কওঁতে কোৱা হৈছে যে স্ত্ৰীয়ে স্বামীৰ সৎচিন্তা কৰে আৰু দীৰ্ঘ জীৱন কামনা কৰে। কপালত সদায় শুকান হালধি গুড়ি বা কুঙ্কুম বা ৰক্তচন্দন অথবা সেন্দুৰৰ ফোঁট তেওঁ পৰিধান কৰে। এইবোৰ উল্লেখ থাকিলেও কোনো স্মৃতিয়ে তিলক পৰিধান কৰাটো বাধ্যতামূলক বুলি ক'তো উল্লেখ কৰা নাই।

বৃদ্ধহাৰিত স্মৃতিৰ ১১ অধ্যায়ৰ ২০৫-২০৭ শ্লোকত বিধবা নাৰীৰ ক্ষেত্ৰত কিছুমান নিষেধ নিয়ম বান্ধি দিছে। সেইবোৰৰ ভিতৰত বিধবাই চুলিত গোন্ধতেল ঘঁহা, তামোল খোৱা, মছলাযুক্ত আহাৰ-পানী ব্যৱহাৰ কৰা, প্ৰসাধন কৰা, অলঙ্কাৰ-পাতি পিন্ধা, ৰঙীন সাজ-সজ্জা কৰা, কঁাহৰ বাচনত খোৱা, দুই সন্ধ্যা আহাৰ খোৱা, চকুত অঞ্জন ঘঁহা প্ৰভৃতি উল্লেখযোগ্য। এই দীৰ্ঘ তালিকাত কতো তিলক পৰিধান ত্যাগ কৰাৰ উল্লেখ নাই। তেনেকৈ স্কন্ধ পুৰাণতো বিধবা স্ত্ৰীৰ ক্ষেত্ৰত যিবোৰ নীতি-নিয়মৰ বৰ্ণনা আছে সেইবোৰতো ক'তো তিলক পৰিধান কৰাত বাধা প্ৰদান কৰা হোৱা নাই। মৎস্য পুৰাণত ২৬০ অধ্যায়ত শিৱক অৰ্ধনাৰী ৰূপত বৰ্ণনা কৰা হৈছে।

ঈশাৰ্ধে তু জটাভাগো বালেন্দুকলয়া যুতঃ।
উমাৰ্ধে চাপিদাতবৌ সীমন্ততিলকাবুভৌ ॥

—মৎস্য পুৰাণ, ২৬০-২

অৰ্দ্ধভাগে শিৱৰ জটাধাৰী লগতে সংযুক্ত অৰ্দ্ধচন্দ্ৰৰূপ প্ৰদৰ্শন কৰিব আৰু আনভাগে সীমান্ত (চুলি মাজতে দুভাগ কৰি সেওঁতা ফলা কেশবিন্যাস) আৰু তিলক প্ৰদৰ্শন কৰি উমাৰ নাৰীৰূপ দাঙি ধৰিব। "উমা-মহেশ্বৰ" ৰূপৰ বৰ্ণনাত মৎস্য পুৰাণে কৈছে যে দেৱীয়ে শিৱৰ বাওঁ উৰুত বহিব আৰু কপালত অঙ্কিত উজ্জ্বল তিলকেৰে ৰূপ ধাৰণ কৰিব।

বামে তু সংস্থিতা দেবী তস্যোৰৌ বাহুগূহিতা।
সবালিকা কৰ্ণবতী ললাটতিলকোজ্জ্বলা ॥

—মৎস্য ; ২৬০—১৪-১৫

তিলক ধাৰণৰ ব্যাখ্যা কৰোতে পণ্ডিত পি. ভি. কানেই প্ৰসঙ্গক্ৰমে উল্লেখ কৰিছিল যে নাৰীয়ে কপালত তিলক পৰিধান কৰা প্ৰথা সম্ভৱ পুৰুষে কপালত ভস্ম বা চন্দন প্ৰলেপেৰে পুণ্য চিহ্ন অঙ্কিত কৰা প্ৰবৃত্তিৰপৰা উদ্ভৱ হৈছে। শৰীৰৰ বিভিন্ন অঙ্গত যথা—কপালত, মূৰত, কান্ধত, ডিঙিত, নাভি প্ৰভৃতিত মন্ত্ৰ পাঠেৰে ভস্মৰ ছাই ছটিওৱা অভ্যাস এক পুৰণি লোকাচাৰ বুলি কব পাৰি। নাৰীয়ে তিলক পৰিধান কৰা প্ৰথা কিমান পুৰণি ঠাৱৰ কৰা টান। লিখিত সাহিত্যৰ আৰম্ভণীৰ আগৰ অৱস্থা কেনে আছিল সেই বিষয়ে চিত্ৰকলা, ভাস্কৰ্য্য, স্থাপত্য বিদ্যা আদিৰপৰা বিশেষ একো জনা নাযায়। আনকি, অজন্তাৰ চিত্ৰসমূহেও ভাৰতীয় নাৰীয়ে কপালত তিলক অঙ্কন কৰিছিল নে নাই কোনো প্ৰমাণ দাঙি নধৰে। পুৰণি চিত্ৰসমূহত নাৰী মূৰ্তিত কপালত আৰম্ভণীতে তিলক আছিল যদিও কালক্ৰমত সেই চিহ্ন নিশ্চিহ্ন হৈ গৈছে অথবা সম্পূৰ্ণ ধ্বংসপ্ৰাপ্ত হৈছে।



# কেশ বিন্যাস

কেশ-বিন্যাস এক প্ৰয়োজনীয় অঙ্গৰাগ বা সৌন্দৰ্য্য সাধনা। সমগ্ৰ বিশ্বজুৰি এক উল্লেখযোগ্য ৰূপসজ্জাস্বৰূপে কেশ-বিন্যাসে সমাজত স্বীকৃতি পাই আহিছে। সামাজিক জীৱনৰ আচাৰ-ব্যৱহাৰত কেশ-বিন্যাসৰ গ্ৰহণীয় আড়ম্বৰ যথাৰ্থতে বৈচিত্ৰ্যময়। কোনো এক জাতিৰ মাজত মাইকী মানুহে মূৰৰ চুলি খুৰাই পেলোৱাটো যেনেকৈ স্বাভাৱিক দস্তৰ, আনহাতে অন্য এক জাতিৰ মাইকী মানুহৰ মূৰৰ চুলি খুৰাই পেলোৱাটো তেনেকৈ এক অপমানৰ পৰিণতি। পুৰুষৰ কাণ কটা আৰু তিৰোতাক চুলি কাটি এৰি দিয়া প্ৰথা এতিয়াও আমাৰ সমাজত অ'ত ত'ত প্ৰচলিত আছে।

## লোক বিশ্বাস

মানুহৰ সকলো অঙ্গ-প্ৰত্যঙ্গৰ ভিতৰত মূৰটো অতি পবিত্ৰ বুলি গণ্য কৰা হয়। অনেক আদিম জাতিয়ে বিশ্বাস কৰে যে মূৰত এনে এজন দেৱতাই বাস কৰে যিজনাই কোনো আঘাত বা অপমান সহ্য নকৰে। মানুহক টানে-বিপদে এই গৰাকী দেৱতাই ৰক্ষা কৰে। অকল ৰক্ষাকাৰীয়েই নহয়, এওঁ মানুহৰ অভিভাৱক আৰু পথ-প্ৰদৰ্শকো। এই দেৱতাক সন্তুষ্ট কৰিবলৈ কুকুৰা কাটি বলি দিয়া হয় আৰু বলিৰ তেজ তাল গছৰ গুটিৰ লগত মিহলাই কপালত ফোঁট লোৱা হয়। ব্ৰহ্মদেশৰ উপকথাত উল্লেখ আছে যে কাৰেণ অধিবাসী সকলৰ উপাস্য দেৱতা 'চো' (Tso) মূৰত বাস কৰে। এওঁ থকা সময়ত কোনেও মানুহক অপকাৰ কৰিব নোৱাৰে। মূৰৰ প্ৰতি সন্মান

জনোৱা আৰু ইয়াক কোনো আকস্মিক আঘাতৰপৰা ৰক্ষা কৰা মানুহৰ মহান কৰ্তব্য বুলি এওঁলোকে বিশ্বাস কৰে। শ্যামদেশীয় লোকবিশ্বাস মতে খুৱান ( Khuan বা Kwun ) নামৰ দেৱতাই মানুহৰ মূৰত বসতি কৰে। এওঁ মানুহৰ অভিভাৱক আৰু ত্ৰাণ-কৰ্তা। সকলো বিপদ-আপদত এওঁ মানুহক ৰক্ষা কৰে। আঘাতৰ পৰা ৰক্ষা কৰাৰ উদ্দেশ্যে, মূৰত পাগুৰি বন্ধা কাপোৰ অঁৰা, টুপী বা কেপ পিন্ধা আদি অভ্যাস সম্ভৱতঃ এই বিশ্বাসৰপৰা উত্তৱ হৈছে বুলি ধাৰণা কৰিব পাৰি।

মূৰৰ চুলি কাটোতে সেইদৰে অত্যন্ত সাৱধানতা অৱলম্বন কৰা উচিত বুলি বিশ্বাস কৰা হয়। খুৱান দেৱতাই বোলে অপমান সহ্য নকৰে, সেইবাবে কোনো অচিনাকি মানুহে মূৰত হাত দিলে ভীষণ অসন্তুষ্ট হয় আৰু পোটক তুলিবলৈ মানুহৰ অপকাৰ কৰে।

## মূৰ ধোৱা

অনেকৰ বাবে মূৰ ধোৱাটো এটা পৰ্ব। কোনো কোনো জন-জাতিয়ে উৎসৱ-পাৰ্বনতহে মূৰ ধোৱা অভ্যাস ৰক্ষা কৰে। ইফালে আফ্ৰিকাৰ কোনো কোনো জাতিয়ে এতিয়াও বছৰটোৰ ভিতৰত জন্ম দিনটোতহে মূৰটো ঘঁহি-মেলি পৰিস্কাৰ হয়। আগৰ দিনত ৰোমান মহিলাই আগষ্ট মাহৰ ১৩ তাৰিখে ( দায়েনা দিন) নৈত বা জুৰিত নামি মূৰটো শিলেৰে ঘঁহি ধুই-পখালি বছৰটোৰ পাপ খণ্ডন কৰিছিল। অনেকৰ বাবে মূৰটো ইমান পবিত্ৰ যে যেই কোনো বস্তুৰ তলেদি পাৰ হোৱাটো অমঙ্গলৰ চিন। বিশেষকৈ দাঁৰত মাইকী মানুহৰ কাপোৰ মেলা থাকিলে তাৰ তলেদি ঘৰৰ মুখিয়াল মানুহ বা আন ডাঙৰ মানুহ পাৰ হৈ যোৱা নিষেধ। আগৰ দিনত নৈৰ দলঙৰ তলেদি আমাৰ চাৰি সত্ৰীয়া গোসাঁইসকলৰ নাও পাৰ নহৈছিল। অনেক লোকে বিশ্বাস কৰে যে সন্মানীয় ব্যক্তিৰ মূৰত হাত দিয়া এটা সামাজিক অপৰাধ।

হিন্দু ধৰ্মত শিৰৰ শিখা আৰু যজ্ঞসূত্ৰ ব্ৰাহ্মণত্বৰ মূল বুলি কোৱা হয়।

শিখাচ্ছেদঃ পঞ্চবাকং যদি জায়তে শস্ত্রভিঃ ।
ব্ৰাহ্মণ্যং তস্যানষ্টংস্যাৎ পুনঃ সংস্কাৰতোহপি তৎ ॥

৬৫ আদিৰসস্মৃতি ।

শিখাচ্ছেদ কৰিলে ব্ৰাহ্মণত্ব পুনৰ সংস্কাৰ কৰিলেও উভতি নাহে। দীৰ্ঘ জীৱন আৰু মূৰৰ চুলিৰ লগত সম্পৰ্ক আছে বুলি আমাৰ আয়ুৰ্বেদ শাস্ত্ৰত উল্লেখ আছে। মূৰৰ ব্ৰহ্মতালু শিৰৰ সংযোগস্থল। এই সংযোগস্থল ইমান আলফুলীয়া যে নামমাত্ৰ আঘাততে চৰম দুৰ্য্যোগ, আনকি অপমৃত্যু পৰ্য্যন্ত ঘটিব পাৰে বুলি সংশয় আছে ।

মস্তকাভ্যন্তৰোপৰিস্তাত্ শিৰাসন্ধিসন্নিপাতো ।
ৰোমাৱৰ্তোহধিপতিস্তত্ৰাপি সদ্যোমৰণম্ ॥

—শৰীৰস্থানম ৬, ৮৩

## চুলি কটা কাৰ্য্য

যিহেতু মূৰটো পবিত্ৰ বুলি গণ্য কৰা হয়, সেইবাবে চুলিকো পবিত্ৰ বুলি ধৰা হয়। চুলি কটা কাৰ্য্য সেই বাবে যত্নবহুল আৰু আলসুৱা পৰ্ব বুলি বিবেচিত হৈছে। শৰীৰৰ সকলো অঙ্গ-প্ৰত্যঙ্গৰ লগত জীৱৰ এক অবিচ্ছিন্ন সম্পৰ্ক আছে। এই সম্পৰ্ক সহানুভূতি মিশ্ৰিত আৰু জনশ্ৰুতিৰ ওপৰত প্ৰতিষ্ঠিত। দৈহিক বিচ্ছেদ ঘটিলেও কোনো অঙ্গৰ লগত শৰীৰৰ আন অঙ্গসমূহৰ সম্পৰ্ক সহজে এৰা নপৰে। সেইবাবে, চুলি, নখ, ছাল, দাঁত প্ৰভৃতি শৰীৰৰপৰা বিচ্ছেদ হ'লেও সেইবোৰৰ প্ৰাণ থিতাতে নমৰে। শাৰীৰিক বিচ্ছেদৰ যি জ্বালা, সেই জ্বালাৰ ক্লেশদায়ক অৱস্থাটো শৰীৰৰ বাবে অনিষ্টকাৰক বুলি গণ্য কৰা হয় আৰু যিজন ব্যক্তিৰ শৰীৰৰপৰা এইবোৰ স্খলন হৈছে, সেই ব্যক্তিৰ অমঙ্গল হোৱাটো ধ্ৰুৱ বুলি লোকবিশ্বাস আছে। এই বিশ্বাসৰ ওপৰতে নিৰ্ভৰ কৰি চুলি, নখ কাটি য'তে ত'তে যে পেলাব নালাগে, এই নীতিবাক্যই সমাজত ঠাই পাই আহিছে। আগৰ দিনত এই নীতিবাক্যই মানুহৰ ধৰ্মীয় আৰু সামাজিক জীৱনত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিব পাৰিছিল আৰু ধৰ্ম-বিশ্বাসৰ ব্যাখ্যাতে

অৰ্থ হৃদয়ঙ্গম কৰিছিল। ৰজা, পুৰোহিত, সমাজৰ ডা-ডাঙৰীয়া-সকলে বিপদৰপৰা হাত সাৰিবলৈ ডাড়ি, চুলি প্ৰায়ে নাকাটিছিল। আমাৰ ঋষি-মুনিসকলৰ কথা মনত পেলালে এই কথা প্ৰতীয়মান হোৱাৰ থল আছে। সন্ন্যাসীসকলে এতিয়াও মূৰত জঁটা বান্ধে। আকৌ অনেকে তিৰোতা মানুহৰ দৰে দীঘল চুলি ৰাখে, কেতিয়াবা বেণীও গাঁথে। গ্ৰীক, ৰোমান পণ্ডিতসকলেও দীঘল চুলি-ডাড়ি ৰাখি-ছিল বুলি গম পাব পাৰি। চক্ৰেটিছ, প্লেটো, এৰিষ্টোফেনছ, প্লুটাছ প্ৰভৃতিৰ কথা এই বিষয়ত মনোযোগৰ যোগ্য। এওঁলোকৰ চুলি-ডাড়ি দীঘল, ব্যক্তিত্ব ৰূপায়ণত আকৰ্ষণীয়।

ফ্ৰিজিয়াৰ ৰজা মিডাছৰ চুলি ইমান দীঘল আছিল যে তেওঁ উঠি ফুৰা গাধটোৰ কাণ দুখন তেওঁৰ চুলিৰে ঢাক খাই গৈছিল। আগৰ দিনত স্পেইন দেশৰ ৰজাসকলে চুলি নাকাটিছিল। কান্ধলৈকে ওলমি পৰা মূৰৰ চুলি নাথাকিলে কোনো স্পেইনীয় ৰাজকোঁৱৰে সিংহাসনত বহিব নোৱাৰিছিল। ফৰাচী দেশীয় ইতিহাসত আছে যে ক্লটায়াৰ আৰু চাইল্ডবাৰ্ট নামৰ দুজন অসৎ স্বভাৱৰ ৰাজ-কোঁৱৰে তেওঁলোকৰ মৃত ককায়েক ক্লডমিৰৰ সিংহাসন লাভ কৰি-বলৈ কু-চক্ৰান্ত পাতিছিল। ক্লডমিৰৰ নাবালক ল'ৰাই যাতে সিংহা-সনত বহিব নোৱাৰে, সেই উদ্দেশ্যে ল'ৰাৰ অভিভাৱক আইতাকলৈ এখন পত্ৰ পঠাইছিল। তাত লেখা আছিল, "আপোনালৈ আমাৰ কটকীৰ এখন হাতত তৰোৱাল আৰু আনখন হাতত এখন কেঁচি পঠোৱা হৈছে। চুলি নাকাটি আপোনাৰ নাতি ল'ৰাই সিংহাসনত উঠিব খুজিলে তৰোৱালখনে তেওঁৰ মূৰ দুছেও কৰি মাটিত পেলাই দিব আৰু যদিহে সিংহাসনৰ বাসনা ত্যাগ কৰি লগত পঠিওৱা কেঁচি-খনেৰে চুলি কাটি পেলায়, তেনেহ'লে তেওঁ জীয়াই থাকিব আৰু শান্তিৰে দিন কটাব।" আইতাক আছিল অত্যন্ত জেদী। তেওঁ কটকীৰ হাতত উত্তৰ পঠিয়ালে, বোলে উত্তৰাধিকাৰী সূত্ৰে তেওঁৰ নাতি ল'ৰা সিংহাসনত বহিব, চুলিও ৰাখিব। এই কথাত দদায়েক-হঁতে চৰম অপমান পালে আৰু চক্ৰান্ত কৰি নাবালক ৰাজকোঁৱৰক তৰোৱালেৰে দুখণ্ড কৰিলে। কানাডাৰ অনেক ৰেড ইণ্ডিয়ানে কান্ধ-লৈকে পেলাই আজিকালিও চুলি ৰাখে। মালয় দ্বীপপুঞ্জত বসবাস

কৰা কোনো কোনো জাতিয়ে মৈণীয়েকৰ প্ৰসৱৰ সময়ত আৰু সন্তান জন্ম হোৱাৰ ৪০ দিনলৈকে চুলি নাকাটে। পশ্চিম আফ্ৰিকাত অনেক ফৈদ আছে, যিসকলে চুলি কাটি পোৱাই নাই। দূৰ ভ্ৰমণৰ সময়ত আগৰ কালত আমাৰ মানুহে ডাড়ি-চুলি নকটাকৈ ৰাখি দিছিল কোনো কোনো জনজাতিয়ে জন্মজাত সন্তানৰ নাম নৰখা পৰ্য্যন্ত ডাড়ি-চুলি নাকাটিছিল। অনেকৰ বিশ্বাস যে কেঁচুৱাৰ এবছৰ নোহোৱা পৰ্য্যন্ত মূৰত ফণি লগাব নাপায়। পোন প্ৰথম কেঁচুৱাৰ অশৌচীয়া চুলি কাটোতে অলপ চুলি তালুৰ মাজত ৰাখি থব লাগে আৰু নাপিতক পাত্ৰ-বস্ত্ৰ, দান-দক্ষিণাৰে সন্তুষ্ট কৰিব লাগে।

## সাৱধানতা অৱলম্বন

চুলি কটাৰ যেতিয়া প্ৰয়োজন আছে, সেই ক্ষেত্ৰত কিছু সাৱধানতা অৱলম্বন কৰাৰ কথাও আমাৰ সমাজত প্ৰাচীন কালৰেপৰা চলি আহিছে। চুলিৰ লগত যে বেজ-বেজালিৰ এক সম্পৰ্ক আছে সেই কথা সৰ্বজন বিদিত। তন্ত্ৰ-মন্ত্ৰত এক বিশিষ্ট সহায়ক ৰূপে চুলিৰ প্ৰয়োজনীয়তা বেজালি পুথিত বৰ্ণোৱা আছে। তিৰোতাক ভূত-প্ৰেত লগাবলৈ, কোনো লোকক কু-মন্ত্ৰেৰে অনিষ্ট সাধিবলৈ চুলিৰ ভৌতিক ক্ৰিয়া-কাণ্ডৰ প্ৰয়োগ মন্ত্ৰ-সাহিত্যত উল্লেখ আছে। প্ৰাচীন অসমৰ মায়াবিদ্যাৰ বিধানত কুমন্ত্ৰ অথবা হৰা-কৰাত ব্যৱহাৰ কৰিবলৈ মানুহৰ নখ, দাঁত, চুলি, ফটাকানিৰ প্ৰয়োজন হৈছিল। চুলি ঘৰৰ পিৰালিত পুতি থোৱা, পানী অনা ঘাটত থৈ দিয়া, খোৱা বস্তুৰ লগত মিহলাই দিয়া আদি কাৰ্য্যৰ লগত জড়িত অসংখ্য বৰ্ণনা মন্ত্ৰ পুথিত পোৱা যায়। এইবিলাকৰপৰা চুলিৰ ঐন্দ্ৰজালিক প্ৰভাৱৰ কথা গম পাব পাৰি। কু-মন্ত্ৰৰপৰা অথবা অপদেৱতাৰ কোপদৃষ্টিৰপৰা নিজকে ৰক্ষা কৰিবলৈ বিশ্বাসী লোকসকলে চুলি, নখ, দাঁত প্ৰভৃতি য'তে ত'তে নেপেলাইছিল। আজিও অনেকে এইবোৰ বিশ্বাস যত্ন সহকাৰে পালি আহিছে। অসাৱধানতাৰ ফলত চুলি যাতে বেজৰ হাতত নপৰে তাৰ বাবে সাৱধান হবলৈ আগৰ দিনত মানুহে চুলি কাটি হাবিত বা পাহাৰৰ খোওত পুতি থৈ আহিছিল। বেজৰ হাতত চুলি পৰিলে দেহ-মন চুলিৰ দাবে বাউলি হব বুলি আশঙ্কা কৰা হয়।

হিন্দু ধৰ্মত ব্ৰাহ্মণ বালকৰ চূড়াকৰণ কৰাৰ নিয়ম আছে। সত্য নামৰ অগ্নিক স্থাপন কৰি পিতাই প্ৰায়শ্চিত্ত, বৃদ্ধি শ্ৰাদ্ধ, হোম প্ৰভৃতিৰে এই সংস্কাৰ সমাপন কৰিব লাগে। লৌহক্ষুৰ বালকৰ মূৰৰ ওপৰত তিনিবাৰ ঘূৰাই মন্ত্ৰ পাঠেৰে কুলাচাৰ অনুসাৰে নাপিতৰ দ্বাৰা মস্তক-মুণ্ডন আৰু কৰ্ণবেধ কৰাব লাগে।

"ওঁ যৎ ক্ষুৰেণ মজ্জয়তা সুপেশসা বপ্তা বাবপিন কেশান্।
ছিন্দি শিৰো মাস্যায়ু প্ৰমেসীঃ ।।"

মস্তক মুণ্ডনৰ সকলো চুলি গৰুৰ গোবৰত সংস্থাপন কৰি মঙ্গলাচাৰ সহকাৰে নদীত অথবা পুখুৰীত নিক্ষেপ কৰিব লাগে। বাঁহনিৰ মাজত, হাবিত বা মাটিত গাঁত খান্দিও চুলিখিনি নিক্ষেপ কৰাৰ বিধি আছে। এই কাৰ্য্যৰ দ্বাৰা চুলি যে য'তে ত'তে পেলাব নালাগে, সেই বিশ্বাস প্ৰতীয়মান হৈছে। হিন্দুসকলে মঠ-মন্দিৰত, পবিত্ৰ স্থানত মস্তকমুণ্ডন কৰাৰ ব্যৱস্থা আছে। আজিও এই বিশ্বাসৰ ওপৰতে ভিত্তি কৰি 'তিৰোপট্টি তিৰোমল্লা দেৱস্থানম'ত, গয়াত শ শ হিন্দুৱে চুলি খুৰোৱা দেখিবলৈ পোৱা যায়।

নিউজিলেণ্ডৰ মাওৰিসকলৰ মাজতো চুলিৰ ক্ষেত্ৰত অনেক লোক-বিশ্বাস আছে। এই বিশ্বাসৰ বিৱৰণীত পোৱা যায়—তেওঁলোকে চুলি কাটি য'তে ত'তে নেপেলাই হাবিত বা পাহাৰৰ খোৰোঙত সাৱধানে পুতি থৈ আহেগৈ; কিয়নো নিগনি,' চৰাই-চিৰিকটিয়ে কটা চুলি পালে বুটলি লৈ গৈ বাঁহ সাজে। তেতিয়া, যিজন মানুহৰ চুলি কটা হৈছিল সেই মানুহজনে সদায় মূৰ কামোৰা ৰোগত ভুগিব লগাত পৰে। কোনো কোনোৱে আকৌ চুলি কাটি পুৰি পেলায় নাইবা মুখেৰে থুৱাই নৈত উটুৱাই দিয়ে।

## বেজালি মন্ত্ৰত

অসমৰ প্ৰাচীন বেজালি পুথিত আছে যে ৬৪ ভোখৰ বেয়া, লেতেৰা ভয়াবহ ঠাইৰপৰা মাটি সংগ্ৰহ কৰি তাৰ লগত অপকাৰ কৰিব খোজা মানুহজনৰ শৰীৰৰপৰা আহৰণ কৰা চুলি, নখ আৰু কাপোৰৰ টুকুৰা, চামৰা প্ৰভৃতিৰ লগত মিহলাই শত্ৰুজনৰ এটি প্ৰতিকৃতি তৈয়াৰ

কৰিব। এই প্ৰতিকৃতিটোৰ বুকুত শত্ৰুজনৰ নাম লেখিব আৰু তাৰ পিছত মন্ত্ৰপাঠেৰে এডাল লোৰ শলাৰে প্ৰতিকৃতিটো খুচি-বিন্ধি থাকিব যাতে যিজনৰ বিৰুদ্ধে এই অত্যাচাৰ চলোৱা হৈছে সেই ব্যক্তিয়ে যেন প্ৰত্যেকটো খোঁচতে নিৰ্মম যাতনা ভোগ কৰে। শত্ৰুৰ এটোপাল তেজ, অকণমান চুলি, কটা নখ আৰু পিন্ধা কাপোৰৰ টুকুৰা অলপ পালেই বেজজনে শত্ৰুক সম্পূৰ্ণভাবে হাতৰ মুঠিলৈ আনিব পাৰে।

## ৰোগ নিবাৰণ

আনফালে অন্য এটা তথ্যত গম পাব পাৰি যে আসুৰিক চিকিৎসাত পাণ্ডুৰোগ (Jaundice) নিবাৰণ কৰিবলৈ ৰঙা ষাঁড় গৰুৰ চুলি ব্যৱহাৰ হৈছিল। ৰঙা ষাঁড় গৰুৰ গাত পানী ঢালি, সেই পানী এটা পাত্ৰত ধৰি থৈ পিছত ৰোগীক দৰবৰ দৰে খাবলৈ দিয়া হৈছিল। কেতিয়াবা আকৌ ৰঙা ষাঁড় গৰুৰ ছালত বহুৱাই ৰোগীক গা ধুবলৈ আৰু তাৰ নোম আৰু চুলি এটা তাবিজত ভৰাই ৰোগীক ধাৰণ কৰিবলৈ কোৱা হৈছিল (অথৰ্ব বেদ)। হিন্দু ধৰ্মত চুলি খুৰোৱাটো এক সংস্কাৰ বুলি ধৰা হয়। কেঁচুৱাৰ জন্মৰ চুলিক বিপদজনক বুলি বিশ্বাস কৰি খুৰাই পেলোৱাৰ নিয়ম আছে। জন্মৰ চুলিত বিষাক্ত বীজাণু লাগি থাকে বুলি শঙ্কা কৰা হয়। পিতৃ-মাতৃৰ হানি হ'লে পুত্ৰই মূৰৰ চুলি খুৰাই শুদ্ধ হোৱাটো এক ধৰ্মীয় বিশ্বাসৰ ওপৰত প্ৰতিষ্ঠিত লোকাচাৰ। শুদ্ধতা আৰু ত্যাগৰ আহি ইয়াত দাঙি ধৰা হৈছে বুলি কব পাৰি।

## শুদ্ধতা অৱলম্বন

পবিত্ৰ জলেৰে (গঙ্গা জল প্ৰভৃতি) স্নান কৰি শুদ্ধ চিত্তেৰে স্বৰ্গগত আত্মাৰ প্ৰতি শ্ৰাদ্ধাদি কৰ্ম সমাপন কৰি জাতি-কুটুম্বক ভোজ দি আশীৰ্বাদ লোৱা নিয়ম আমাৰ সমাজত এতিয়াও বৰ্তি আছে। পুৰণি সমাজত কোনো কোনো লোকে খুৰোৱা চুলিবোৰ ফল দিয়া (কল প্ৰভৃতি) কোনো গছৰ গুৰিত পুতি থোৱা প্ৰথা আছিল। সেই গছৰ ফল পকিলে অশৌচ খটা বংশ-পৰিয়ালৰ মাজত ভগাই খোৱা নিয়ম প্ৰচলিত আছিল। আফ্ৰিকাত আকৌ কটা চুলিৰে বেজে বৰষুণ,

ধুমুহা, বজ্ৰপাত সৃষ্টি কৰাৰ ৰসাল কাহিনী পঢ়িবলৈ পোৱা যায়। অৰুণাচল প্ৰদেশৰ টিৰাপ অঞ্চলত শস্য বৃদ্ধি কৰাত চুলিৰ ভৌতিক শক্তি আছে বুলি বিশ্বাস কৰা হয়। তেওঁলোকে জকমকীয়া সাজ-পোছাকৰ বাবে ছাগলী, কুকুৰ আৰু মানুহৰ চুলি ব্যাপকভাবে ব্যৱহাৰ কৰে।

## জন-গোষ্ঠীৰ মাজত বিশ্বাস

আদিসকলে টুপীত ভালুকৰ বা আন জন্তুৰ নোম লগায়। উত্তৰ সোৱণশিৰিৰ কোনো কোনো জনগোষ্ঠীয়ে আকৌ দা'ৰ ফাঁকত বান্দৰৰ চুলি লগাই লোৱা প্ৰথা আছে। টুৱেনচাঙৰ প্ৰায়বোৰ জনগোষ্ঠীয়ে টুপীত চুলি ওলোমাই লয় আৰু কাঠৰ মূৰ্তিবোৰতো ঠাইবিশেষে চুলি লগাই দিয়ে। থিয়েনমুঙৰ মানুহে নীলা সূতা আৰু কুকুৰৰ ৰঙা নোমেৰে কাপোৰত ফুল বাছে। ডঃ ভেৰিয়াৰ এলুইনৰ টোকাত গম পাব পাৰি যে জনগোষ্ঠীয়ে অকাধামাইসকলৰ মাজত চলি থকা কাহিনীৰ মতে আদিতে মানুহৰ গোটেই গা দীঘল চুলিৰে আবৃত আছিল। সময় বাগৰি যোৱাৰ লগে লগে এই সুবিধাজনক আৱৰণ এৰি মানুহে গছৰ ছাল-বাকলি পিন্ধিবলৈ ধৰিলে।

ওপৰত আলোচনা কৰা বিষয়বোৰ লোকশ্ৰুতিৰ ওপৰত নিৰ্ভৰ শীল। সকলো অৰ্থতে নিজস্ব মূল্যৰ ওপৰত নিৰ্ভৰযোগ্য নহ'লেও এইবোৰ বিশ্বাস নৃতত্ত্ববিদ, বুৰঞ্জীবিদ, আখ্যানবিদসকলৰ বাবে অৱ-হেলাৰ বস্তু নহয়। অন্ততঃ নতুন গৱেষণা পদ্ধতিত জনশ্ৰুতি বা কিংবদন্তিৰ আখ্যানসমূহে লাহে লাহে সমাদৰ পাই আহিছে। বিশেষকৈ ভাৰতবৰ্ষৰ দৰে ঠাইত, য'ত প্ৰাচীন সভ্যতা এতিয়াও জীৱিত, যি দেশত সভ্যতাৰ ধাৰা প্ৰাচীন কালৰেপৰা প্ৰবাহমান, সেই দেশত লোক-বিশ্বাসৰ মূল্য ৰবকৈ উলাই কৰি, কেৱল পৰ্বত-প্ৰমাণ তথ্যৰ ওপৰতে একান্তভাৱে নিৰ্ভৰ কৰাটো সিমান সমীচীন নহয় যেন লাগে।

## কেশ বিন্যাস

মানৱ সভ্যতাৰ ইতিহাসত অলংকাৰ আৰু কেশ-বিন্যাস ওতপ্ৰোত-ভাৱে জড়িত বুলি কব পাৰি। জন্তু চিকাৰ আৰু মাছমৰা দৈনন্দিন

কামেৰে জীৱন অতিবাহিত কৰা আদিম মানুহজনেও সীমিত প্ৰয়োজনীয়তাৰ মাজতো মূৰৰ চুলিত চৰাইৰ পাখি আঁৰিছিল, শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গত নানা ৰঙৰ চিত্ৰ অঙ্কিত কৰিছিল, নিৰ্মল নিজৰাৰ পানীত নিজৰ প্ৰতিবিম্ব চাই চুলি আঁচুৰিছিল। এইবোৰ কৰাৰ মূলতে আছিল দহজনৰ আগত নিজকে দেখুনিয়াৰ কৰা আৰু নিজৰ শক্তিৰ প্ৰদৰ্শন কৰাৰ প্ৰবল হেঁপাহ।

## সিন্ধু উপত্যকাৰ সভ্যতাত

পৃথিৱীৰ সকলো প্ৰাচীন সভ্যতালৈ লক্ষ্য কৰিলে প্ৰসাধন আৰু কেশ-বিন্যাসৰ প্ৰতি মানুহৰ কিমান ধাউতি, বঢ়িয়াকৈ বুজিব পাৰি। চুচাত আৱিষ্কৃত প্ৰাচীনতম ধ্বংসাৱশেষত জেদ, এ, মৰগানে প্ৰাচীন মিছৰ দেশৰ দৰে চকুত লগোৱা সেউজীয়া ৰঙৰ সৰু সৰু টেমা উদ্ধাৰ কৰিছিল। সিন্ধু উপত্যকাৰ সভ্যতায়ো সেই কালৰ মানুহৰ মাজত প্ৰচলিত নানা লাহ-বিলাহৰ সা-সামগ্ৰীৰ সম্ভেদ আমাৰ আগত দাঙি ধৰে। মূল্যবান ধাতুৰ পাত্ৰত সযত্নেৰে ভৰাই থোৱা 'কল' ( kohl ) নামৰ চকুত লগোৱা প্ৰসাধন সামগ্ৰীৰ উদ্ধাৰে প্ৰমাণ কৰে যে সেই প্ৰাচীন কালতে মানুহে চকুৰ বিশেষ যত্ন লৈছিল। সূৰ্য্যৰ প্ৰখৰ তাপৰপৰা আৰু ক্ষুদ্ৰ কীট-পতঙ্গৰপৰা চকু ৰক্ষা কৰিবলৈ, লগতে চকুৰ সৌন্দৰ্য্য বঢ়াবলৈ অঞ্জন ব্যৱহাৰ কৰিছিল। সেই কালত কিছুমান ৰঙক জীৱন-দাতা ( Life givers ) ৰূপে গণ্য কৰা হৈছিল। (যেনে সেউজীয়া ৰং—পানী আৰু গছ-গছনিৰ বাবে, হালধীয়া ৰং—সূৰ্য্যৰ বাবে, ৰঙা ৰং—তেজৰ বাবে জীৱনদাতা স্বৰূপ) যিসকলে এইবোৰ ৰং ব্যৱহাৰ কৰে বা ধাৰণ কৰে সেইসকলৰ শক্তি আৰু সামৰ্থ্য দুগুণে বৃদ্ধি পায় বুলি এই লোকবিশ্বাস আছিল। ৰঙৰ অলৌকিক শক্তি হিন্দুসকলে বিশ্বাস কৰিছিল আৰু সেই বিশ্বাসৰ ওপৰতে ভৰসা ৰাখি সময় আৰু প্ৰয়োজন অনুযায়ী বিভিন্ন ৰং ব্যৱহাৰ কৰিছিল। চকুত ক'লা ৰং, শৰীৰৰ বিভিন্ন অঙ্গত ৰঙা, বগা, হালধীয়া প্ৰভৃতি ৰং ব্যৱহাৰ কৰা প্ৰথা আমাৰ ধৰ্মীয় আৰু সামাজিক আচাৰত পৰিণত হৈছিল। তেল, ফণী, আয়না, সুগন্ধি দ্ৰব্য, ফুল, ফল, নৈবেদ্য, চন্দন, সেন্দুৰ, আবিৰ, ঘিউ-মৌ প্ৰভৃতি আজিও পূজা-

পাৰ্বনৰ তালিকাত অন্তৰ্ভুক্ত হৈ আছে। নাট্য-শাস্ত্ৰ আৰু বিষ্ণুধৰ্মোত্তৰ পুৰাণত উল্লেখ আছে যে বিভিন্ন ৰঙে বিভিন্ন সময়ত বা ঋতুত মানুহৰ শৰীৰ আৰু মনৰ অৱস্থা নিৰূপণ কৰে। এই ধাৰণাৰ ভিত্তিতে বিধে বিধে ৰঙীন প্ৰসাধন আৰু সুগন্ধি দ্ৰব্য প্ৰস্তুত কৰা প্ৰণালী আৱিষ্কৃত হৈ আহিছে।

মহেঞ্জোদাৰোত উদ্ধাৰ হোৱা পুৰুষ আৰু নাৰী মূৰ্তিৰপৰা গম পাব পাৰি যে সেই সময়ত পুৰুষ-নাৰী উভয়ে চুলিৰ যত্ন লৈছিল আৰু বিভিন্ন ধৰণেৰে কেশ-বিন্যাস কৰিছিল। পুৰুষৰ চুলি-ডাড়ি চুটিকৈ কটা, ওঁঠত গোঁফ, মাইকী মানুহৰ চুলি দীঘল আৰু বেণীৰ আকাৰত মেৰিওৱা। নৃত্যৰ ভঙ্গীমাৰে যি ব্ৰঞ্জৰ নাৰীমূৰ্তি ওলাইছিল, সেই নাৰীৰ চুলিৰ ভাজৰপৰা গম পাব পাৰি যে সেই সময়ত নৃত্য-পটিয়সীসকলে দীঘল চুলিৰে বেণী গাঁথি বাওঁফালৰপৰা সোঁফাললৈ গলধনৰ ওপৰেদি পেলাই লৈছিল। চুলিত ইংৰাজী V (ভি) আখৰ-টোৰ দৰে কাকৈ লগাই থৈছিল। সৌন্দৰ্য্য বঢ়াবলৈ চুলিত কেশপট্ট, মণিমালা, অলঙ্কাৰ-পাতি গুঁজা হৈছিল। মহেঞ্জোদাৰোত নৰকংকালৰ লগতে উৎকৃষ্ট কাৰুকাৰ্য্যৰে তৈয়াৰী হাতীদাঁতৰ ফণীও পোৱা গৈছিল।

## আৰ্য্য সংস্কৃতি

খৃঃ পূঃ ১৫০০ শতিকাৰ ওচৰে-পাজৰে কোনো এসময়ত আৰ্য্য-সকল ভাৰতবৰ্ষত প্ৰবেশ কৰে বুলি ঠাৱৰাব পাৰি। সেই সময়ত আৰ্য্য সংস্কৃতি কেনে ধৰণৰ আছিল সেই বিষয়ে সুস্পষ্ট সমল পোৱা নাযায়। বেদ, ব্ৰাহ্মণ আৰু সূত্ৰসমূহৰপৰা ধাৰণা কৰিব পাৰি যে আৰ্য্যসকলে তেওঁলোকৰ শীত-প্ৰধান পূৰ্ব বাসস্থানৰ বহুতো আচাৰ-ৰীতি গ্ৰীষ্মপ্ৰধান অঞ্চললৈ আহি লাহে লাহে এৰি পেলাইছিল। গাওঁ অঞ্চলতে বসবাস কৰি তেওঁলোকে ভাৰতবৰ্ষৰ জলবায়ুৰ লগত ক্ৰমান্বয়ে মিলি গৈছিল। প্ৰাচীন ভাস্কৰ্য্য আৰু শিলালিপিসমূহত আৰ্য্যসকলৰ গৃহনিৰ্মাণ, ৰথ নিৰ্মাণ আদিৰ যি নিদৰ্শন দেখিবলৈ পোৱা যায় সেইবোৰৰপৰা অনুমান কৰিব পাৰি যে শিল্প-কলাত তেওঁলোক উন্নত আছিল। কাঠৰ বস্তু নিৰ্মাণৰ ক্ষেত্ৰত আৰ্য্যসকলৰ

পাৰদৰ্শিতা বিশেষভাবে পৰিলক্ষিত হৈছিল। অশ্বলায়নৰ গৃহসূত্ৰত এজন গৃহস্থৰ বাবে প্ৰয়োজনীয় সা-সামগ্ৰীৰ ভিতৰত সাজ-পোছাক, অলঙ্কাৰ-পাতি, আহাৰ-পানী, প্ৰসাধন আৰু সুগন্ধি দ্ৰব্য প্ৰভৃতিকো তালিকাভুক্ত কৰা হৈছিল, ইয়াত কেশ-বিন্যাসৰো কিছু আভাস দিয়া হৈছিল।

## বৈদিক যুগত

বৈদিক যুগৰ মহিলাই বেলেগ ধৰণেৰে কেশ-বিন্যাস বা কবৰী বন্ধন কৰে বুলি জনা যায়। এইবোৰক স্তুক ( Stuka ), কুৰীৰ ( Kurira ) বা কুম্ব, ওপশ ( Opasa ) আৰু কপৰ্দ ( Kaparda ) নামেৰে বৰ্ণোৱা হৈছিল। কপৰ্দ কেশবন্ধনত চুলিকোছা পকাই ভাঁজ কৰি মূৰৰ ওপৰত মেৰ খুৱাই ( Spiral ) ৰখা নিয়ম। শৈৱপন্থী-সকলে এনে ধৰণেহে চুলি বন্ধা প্ৰথা এতিয়াও উৰিষ্যা আৰু দক্ষিণ-পুব ভাৰতত প্ৰচলন আছে। নাৰীৰ মূৰৰ ওপৰত চাৰিটা কোণত যজ্ঞৰ বেদীৰ দৰে কপৰ্দ কেশ-বন্ধনে শোভা পাইছিল। সম্ভৱতঃ মুকুট পৰিধানৰ ধাৰণাৰে এইদৰে 'কপৰ্দ কেশবন্ধন' কৰা হৈছিল। 'ওপশ' আছিল মূৰৰ ওপৰত ঢিলাকৈ বান্ধি থোৱা খোপাবিশেষ আৰু 'কুৰীৰ' আছিল ঘোঁৰা আকৃতিৰ কেশ-বিন্যাস। 'কুম্ব' আছিল পাছৰ যুগত সমাদৰ লাভ কৰা সাধাৰণ খোপা, যাক ইংৰাজীত কয় Coiffure বা Coignon ( অৰ্থাৎ 'পশ্চাতে কেশবন্ধনঃ' )। মূৰৰ পাছফালে গলধনৰ ওপৰত শোভাবৰ্ধন কৰা টেকেলিৰ দৰে এই খোপাই জনসাধাৰণ মহিলাৰ প্ৰিয় সমাদৰ লাভ কৰি আহিছে—সেই বৈদিক যুগৰেপৰা। কেশ-বিন্যাসৰ ধৰণ চাই কোন কি গোত্ৰৰ, সহজে ধৰিব পৰা গৈছিল। উদাহৰণস্বৰূপে বশিষ্ঠ গোত্ৰৰ লোকে শুভ্ৰবস্ত্ৰ পৰিধান কৰি তেওঁলোকৰ চুলি ( কপৰ্দ ) মূৰৰ সোঁফালে বান্ধিছিল। পুলস্ত্য-সকলে মূৰৰ ঠিক সম্মুখত আৰু ভাৰ্গৱসকলে সিংহৰ কেশৰৰ দৰে ভাঁজ লগাই ( কেশৰ প্ৰাবন্ধাঃ ) চুলি আঁচুৰিছিল। অথৰ্ব বেদত খুৰেৰে মূৰৰ চুলি খুৰোৱা আৰু চুলি ফণিয়াবলৈ কাঠৰ কাকৈ ব্যৱহাৰ কৰাৰ কথা উল্লেখ আছে ( অঃ বেঃ ১৪, ২, ৬৮ )।

## জাতকৰ পুথিত

খ্ৰীঃ পূঃ ৬৪২ৰ পৰা খ্ৰীঃ পূঃ ৩২০ লৈকে আমাৰ দেশত কলা-সংস্কৃতিৰ যি বিকাশ ঘটিছিল সেই বিষয়ে 'জাতকৰ সাধু' আৰু 'বিনয় পিটক'ত অনেক সংবাদ আছে। পাপ আৰু পুণ্য কৰ্মৰ ফলাফলে জাতকমালাত বিশেষভাৱে ঠাই পাইছে। ৰজাৰ চুলিৰ যত্ন লবলৈ সেই সময়ত পাকৈত নাপিতৰ প্ৰয়োজন হৈছিল, এওঁলোকক কোৱা হৈছিল 'মঙ্গলনহাপিট'। চেপেনা, ফণি, চুলিৰ জঁট ভঙা জোঙা ফণি (ফনাক) পমেড জাতীয় তেল আদিৰ প্ৰচুৰ ব্যৱহাৰ জাতকত উল্লেখ আছে। ব্ৰহ্মজাল সূত্ৰত উল্লেখ আছে যে সেই সময়ত স্নান কৰাৰ ওপৰত যথেষ্ট গুৰুত্ব দিয়া হৈছিল। ৰজা-প্ৰজা উভয়ে যাতে নিত্য-নৈমিত্তিক কৰ্মৰ দৰে স্নান কৰিব পাৰে তাৰ বাবে 'স্নানাগাৰ'ৰ সুব্যৱস্থা আছিল। এইবোৰত চেপেনা, মালিচ (চম্বাহনম, পৰিমৰ্দনম্) গৰম পানীৰ স্নান (জনতা ঘৰ) আদিৰ যোগাৰ আছিল। ভিক্ষু-সকলৰ বাহিৰেও জনসাধাৰণৰ বাবে জনতা ঘৰ মুকলি আছিল। ভিক্ষুসকলে দুমাহৰ মূৰে মূৰে চুলি খুৰাব লগাত পৰিছিল, তেওঁলোকে ধুনপেচ মৰাৰ পৰা বিৰত আছিল। সেই সময়ত ক্ষুৰৰ (ক্ষুৰ্ম) ব্যৱহাৰৰ বিষয়ে গম পোৱা যায়। কেচিৰে চুলি কটা, ডাড়ি চুটিকৈ কটা আদি বিশেষভাৱে প্ৰচলন আছিল। কেশ-বিন্যাসৰ বাবে দৰ্পণৰ প্ৰয়োজন ; সেই প্ৰয়োজন পূৰণ হৈছিল সোণেৰে তৈয়াৰী উজ্জ্বল দৰ্পণ আৰু সাধাৰণ আয়নাৰ যোগেদি। দুখী-দৰিদ্ৰই এচৰিয়া পানীতে নিজৰ প্ৰতিবিম্ব চাই মুখ ফণিয়াইছিল।

## মৌৰ্য্য যুগত

মৌৰ্য্য যুগত ধুনপেচে আমাৰ দেশত চৰম সীমা পাইছিলগৈ। কৌটিল্যৰ অৰ্থশাস্ত্ৰত এই সম্পৰ্কে বিশদ আলোচনা কৰা হৈছে। ৰাজ-ভঁৰাললৈ দূৰ দেশৰপৰা সাজ-পোছাক, মণি-মুকুতা, প্ৰসাধন সমল সুগন্ধি তেল প্ৰভৃতি সংগ্ৰহীত হৈছিল। অসমৰপৰাও অগৰু তেল, চন্দন কাঠ, পাটৰ কাপোৰ আদি পঠিওৱা হৈছিল বুলি অৰ্থশাস্ত্ৰত উল্লেখ আছে। গ্ৰীক পণ্ডিতসকলৰ টোকাতো মৌৰ্য্য যুগৰ লাহ-

বিলাহৰ কথাৰ উল্লেখ কৰিছে। ৰাণীৰ কেশসজ্জাত সহায় কৰিবলৈ পাকৈত পৰিচাৰিকাৰ প্ৰয়োজন হৈছিল আৰু বাছনিৰ যোগেদি এনে পৰিচাৰিকা নিয়োগ কৰা হৈছিল। উদাহৰণস্বৰূপে উল্লেখ কৰিব পাৰি যে ৰজা বিৰাটৰ পাটমাদে সুদৰ্শনাৰ বাবে লিগিৰী নিয়োগ কৰোঁতে যি বাছনি পৰীক্ষা পতা হৈছিল সেই পৰীক্ষাত কেশ-বিন্যাসৰ বিষয়ে অৰ্হতা আছে নে নাই প্ৰশ্ন কৰা হৈছিল আৰু এই পৰীক্ষাত উত্তীৰ্ণ হোৱা লিগিৰী দ্ৰৌপদীয়ে টপৰাই উত্তৰ দিছিল, "মই বঢ়িয়াকৈ খোপা বান্ধিব জানো" (কেশান্ কৰ্তুম জানামি)।

## অৰুণাচলৰ জনগোষ্ঠী

অৰুণাচল প্ৰদেশ, নগালেণ্ড আৰু অসমৰ পাৰ্বত্য জিলাসমূহত বিভিন্ন জনগোষ্ঠীয়ে বাস কৰে। এই জনগোষ্ঠীসমূহৰ আচাৰ-ব্যৱহাৰ, ৰীতি-নিয়ম, সামাজিক জীৱন ধাৰণ, দেহৰ গঠন প্ৰভৃতিত এক নিজস্ব ৰূপ প্ৰতিফলিত হৈছে। অতুল সৌন্দৰ্য্যমণ্ডিত প্ৰাকৃতিক পৰিবেশে স্বাভাৱিকতে এওঁলোকৰ কলা-সংস্কৃতিত প্ৰভাৱ বিস্তাৰ কৰিছে আৰু সুকীয়া বৈশিষ্ট্য গঢ়ি তোলাত সহায় কৰিছে। পৰ্বত-ৰাজিৰ বিস্ময় বিজড়িত আকৰ্ষণ, নৈ, জান, জুৰিৰ প্ৰীতি-মধুৰ আহ্বান, সেউজীয়া হাবি-বননিৰ মুকলিমূৰীয়া মনোৰম পৰিবেশ এই আটাইবোৰে জনজাতিসকলৰ কলা-সংস্কৃতিক বিনা দ্বিধাই চহকী কৰি ৰাখিছে। সাংস্কৃতিক পৰিবেশ ৰচনা আৰু বিকাশ সাধনত প্ৰাকৃতিক সম্পদৰাজিয়ে তেওঁলোকৰ দেহ-মনক বহল মনেৰে সাৱটি ৰাখিছে, কেতিয়াও তেওঁলোকৰ সাংস্কৃতিক গাঁথনি চহৰমুখী সভ্যতাই বিচ্ছিন্ন কৰিব পৰা নাই।

আদিম অৱস্থাৰ তাকৰীয়া আড়ম্বৰৰ মাজত থাকিও জনজাতি-সকলে সৌন্দৰ্য্য-স্পৃহাৰ মনোৰম নিদৰ্শন আমাৰ আগত বঢ়িয়াকৈ দাঙি ধৰিছে। শিল্প-কলা, স্থাপত্য, ভাস্কৰ্য্যৰ ক্ষেত্ৰত এওঁলোকৰ শিল্পীমনৰ পৰিচয় নানা কুটীৰ শিল্পত ফুটি ওলাইছে। মালিনী থানৰ মঠ-মন্দিৰৰ প্ৰাচীন কীৰ্তি, বিভিন্ন শিলৰ সা-সঁজুলি, কাৰ্পেট, বাঁহ, কাঠ, বেতৰ নানাবিধ সামগ্ৰী, সাজ-পোছাকৰ আকৰ্ষণীয় চানেকি

প্ৰভৃতিয়ে তেওঁলোকৰ সৌন্দৰ্য্য-বন্দনাৰ এক স্বতন্ত্ৰ বৈচিত্ৰ্য ফুটাই তোলে।

জনজাতিৰ প্ৰাণত উৎসৱৰ মাদকতা অত্যন্ত প্ৰবল। খেতি-পথাৰৰ লগত, সামাজিক আৰু ধৰ্মীয় ক্ৰিয়া-কাণ্ডৰ লগত জনজাতীয় উৎসৱ-অনুষ্ঠান ওতপ্ৰোতভাৱে জড়িত। এইবোৰৰ মাজেদি সুকুমাৰ কলাৰ সৈতে তেওঁলোকৰ গভীৰ আত্মীয়তা গঢ়ি উঠে। বস্ত্ৰ-পৰিধান, মণি-মুকুতা ধাৰণ, কেশবিন্যাস এই উৎসৱ মাদকতাৰ অন্য এক আকৰ্ষণ। এই আকৰ্ষণৰ মূলতে আছে সৌন্দৰ্য্য চৰ্চা, নাৰী-পুৰুষ পৰস্পৰে পৰস্পৰৰ দেহ-সৌন্দৰ্য্য প্ৰদৰ্শন কৰা; যাৰ অন্য নাম হয়তো ৰূপ-লাৱণ্য বা ৰূপ-মাধুৰী। এই ৰূপ-লাৱণ্য বা ৰূপ-মাধুৰী অনেক পৰিমাণে নিৰ্ভৰ কৰে নাৰীৰ কেশ পৰিচৰ্য্যাৰ ওপৰত। যুগে যুগে সেই বাবে অন্যান্য সৌন্দৰ্য্যপ্ৰিয় মানুহৰ দৰে জনগোষ্ঠীৰ নাৰী-সকলেও কেশ পৰিচৰ্য্যা বা কেশ-বিন্যাস কৰি আহিছে সুৰুচিপূৰ্ণ মনোভাৱেৰে।

অৰুণাচল প্ৰদেশৰ জনগোষ্ঠীসকলৰ কেশ-বিন্যাসৰ বিশেষত্ব আছে। ইয়াৰ মাজেদি তেওঁলোকে নিজ নিজ ফৈদৰ পৰিচয় প্ৰদৰ্শন কৰে। ফৈদ ভেদে কেশবিন্যাসৰ ব্যতিক্ৰম আমাৰ চকুত জিলিকি উঠে। সাধাৰণতে তিনি ধৰণৰ কেশবিন্যাসৰ চানেকি জনগোষ্ঠী-সকলৰ মাজত পৰিলক্ষিত হয়। (১) এভাগে চুলি চুটিকৈ কাটে, কিমান চুটিকৈ কাটে তাৰো গোষ্ঠীভেদে তাৰতম্য দেখিবলৈ পোৱা যায়। কোনোৱে অলপ মাত্ৰ চুলি ঘূৰণীয়াকৈ ৰাখি তল অংশ খুৰাই পেলায়। কোনোৱে আকৌ কাণৰ ওচৰলৈ চুলি পেলাই বাকী ওলমি থকা চুলি কাটি পেলায়। (২) এভাগ জনগোষ্ঠী আছে যিসকলে দীঘল চুলি ৰাখি ভাল পায়। চুলিকোছা মেৰিয়াই এটা খোপা মাৰি মূৰৰ সোঁ-মাজত বান্ধি থয়। কেতিয়াবা এই খোপা আঁটি বান্ধি থবলৈ সূতা একোছা বা কাপোৰৰ ফিটা এগছ মেৰিয়াই লয়। (৩) আন এভাগ জনগোষ্ঠীয়ে আকৌ দীঘল চুলিকোছা বেণীৰ দৰে মেৰিয়াই গলধনত পেলাই লয়। কোনো কোনোৱে এডাল, কোনো কোনোৱে দুডাল দীঘল বেণী বান্ধে আৰু ৰং-বেৰঙৰ ফিটা বা সূতা পকাই

নয়। ল'ৰা-ছোৱালীৰ ক্ষেত্ৰত এই নিয়মৰ ব্যতিক্ৰম আছে। বয়স ভেদে কেশবিন্যাসৰ গঢ় এওঁলোকৰ বেলেগ হয়। কিন্তু ডাঙৰৰ ক্ষেত্ৰত পদমৰ্য্যাদা, সামাজিক পৰিবেশ আৰু পুৰুষ-নাৰী ভেদে সাধাৰণতে ওপৰত উল্লেখ কৰা তিনিবিধ কেশ-পৰিচৰ্য্যা দেখিবলৈ পোৱা যায়।

অৰুণাচল প্ৰদেশৰ ব'মডিলাৰ দক্ষিণে টেঙাপানী নদীৰ পাৰত বসবাস কৰা চেৰডুকপেনসকলৰ মতা মানুহে চুলি চুটিকৈ কাটে আৰু 'য়েক্' বোলা জন্তুৰ চুলিৰে তৈয়াৰী টুপী এটা পিন্ধে। এই টুপীত ৰঙচঙীয়া মণি গাঁঠি লোৱা হয়। এই টুপীক 'গুৰডাম' বোলা হয়। এই টুপীৰপৰা দীঘল চুলি আঁচলৰ দৰে ওলমি থাকে। চেৰডুকপেনৰ পাট-গাভৰুহঁতে চুলি চুটিকৈ কাটে, কিন্তু ডাঙৰ হোৱা গাভৰুৱে মুখখন ঢাকিব পৰাকৈ চুলি ৰাখি ভাল পায়। বিয়া সোমোৱাৰ পিছত অথবা এটা সন্তান জন্ম হোৱাৰ পিছত মূৰৰ পাছফালে, গলধনৰ ওপৰত এটা ঢিলা গাঁঠি মাৰি চুলি ৰাখি থয়। মাইকী মানুহে সাধাৰণতে মূৰ ঢাকি নলয়, কিন্তু উৎসৱৰ সময়ত মন্‌পাসকলৰ দৰে সৰু ঘূৰণীয়া টুপী পিন্ধে।

আঁকাসকলৰ পুৰুষে দীঘল চুলি ৰাখি ভাল পায় আৰু মূৰৰ ওপৰত চুলিকোছা খোপাৰ দৰে বান্ধি লয়। এওঁলোকে মূৰত টুপী সাধাৰণতে নিপিন্ধে, কিন্তু উৎসৱত, বিয়া-সবাহত বাঁহেৰে তৈয়াৰী ঘূৰণীয়া টুপী পিন্ধি দেখনিয়াৰ হৈ পৰে। এই টুপীক তেওঁলোকে মাছগেৰা ( musgera ) বোলে। টুপীৰ আগত বাঁহৰ পাত বা কুকুৰা পাখিৰ নেজ লগোৱা থাকে। আঁকা মাইকী মানুহৰ সাজ-পোছাক মতা মানুহৰ দৰেই। মাত্ৰ গাত মেৰিয়াই লোৱা কাপোৰখন বহল—আঠুলৈকে পৰা, গাত জেকেট চোলা। চুলিৰ যতন সাধাৰণ, পাছফালে আঁটি বন্ধা থাকে। ৰূপৰ অলঙ্কাৰ পিন্ধি এওঁলোকে ভাল পায়। বহল মুখৰ অলঙ্কাৰ কাণত পিন্ধা হেঁপাহ অত্যন্ত বেছি। ইয়াক 'ৰমবিন্' বোলা হয়।

সোৱণশিৰি অঞ্চলত বসতি কৰা নিচি ( ডফলা ), আপাটানি, পৰ্বতীয়া মিৰি, চুলুং প্ৰভৃতি জনজাতিসকলৰ মাজত কেশ-বিন্যাসৰ

সূক্ষ্ম কৌশল ৰূপায়িত হোৱা দেখা যায়। বিশেষকৈ, নিচি (ডফলা) সকলৰ ক্ষেত্ৰত ইয়াৰ বিশেষত্ব অধিক পৰিমাণে ধৰিব পাৰি। বয়স বঢ়াৰ লগে লগে নিচি পুৰুষে কপালৰ ঠিক মূৰতে চুলিৰ একোটা টান গাঠি মাৰি হালধীয়া সূতা মেৰিয়াই গাঠিটোৰ মাজত এডাল শলা সুমুৱাই লয়। তেওঁলোকৰ জনসাধুত আছে যে আৰম্ভণীতে বান্দৰবিলাকে সিহঁতৰ চুলি মূৰৰ আগত টানি, গাঠি বান্ধি লৈছিল। এদিন নীমা নামৰ এজন ডফলাই বান্দৰ এটা বধ কৰি তাৰ মূৰত থকা চুলিৰ খোপাটো নিজৰ মূৰত লগাই দেখনিয়াৰ হৈছিল। নীমা টেনিৰ বংশধৰসকলে এই দৃষ্টান্ত অনুকৰণ কৰি নিজৰ দীঘল চুলি-কোছা ফণিয়াই খোপাৰ দৰে মেৰিয়াই কপালৰ আগত বান্ধি থোৱা প্ৰথা প্ৰৱৰ্তন কৰিলে। এনে খোপাক নিচিসকলে 'পদাম' বোলে। পদামৰ ঠিক ওপৰতে বেটৰ তৈয়াৰী এটা চকুত লগা সৰু টুপী এওঁলোকে পিন্ধে আৰু টুপীৰ ওপৰত ধনেশ চৰাইৰ ঠোঁট এছটা মাৰি লয়। ডেকা ল'ৰাসকলৰ চুলি সাধাৰণতে চুটিকৈ কটা অথবা চুলি সম্পূৰ্ণ খুৰোৱা। কিন্তু যৌৱনত ভৰি দিয়াৰ লগে লগে, অৰ্থাৎ ১৫-১৬ বছৰত ভৰি দিয়াৰ লগে লগে তেওঁলোকে 'পদাম' মাৰিবলৈ আৰম্ভ কৰে। 'পদাম' মৰাৰ সময়ৰেপৰা তেওঁলোক পূৰ্ণ যৌৱনত সোমোৱা নিদৰ্শন পৰিলক্ষিত হয়। নিচি মাইকী মানুহে চুলিৰ যত্ন কৰিবলৈ হেলা নকৰে। দীঘল চুলি বেণীৰ আকাৰে বান্ধি তেওঁ-লোকে মূৰৰ পাছফালে এটা খোপা মাৰে। কেতিয়াবা পাছফালে তিনিটাকৈ ফণিওৱা চুলিকোছা বান্ধি ৰাখে। অনেক গাভৰুৱে চুলিৰ মাজত এখন বাঁহৰ কাকৈ লগাই থয়। চুলিত তেল জাতীয় দ্ৰব্য এওঁলোকে ব্যৱহাৰ নকৰে বুলি কব পাৰি। নিচিসকল যুদ্ধপ্ৰিয় জনজাতি। আগতে এওঁলোকৰ লগত আন আন ফৈদৰ কাজিয়া-পেচাল সঘনাই লাগি আছিল। পৰাজিত ব্যক্তিৰ চুলি, পদাম ছিঙি লগত লৈ অহাটো বিক্ৰমৰ পৰিচয় বুলি তেওঁলোকৰ জনবিশ্বাস আছিল। চুলিৰ ভৌতিক শক্তিক তেওঁলোকে বিশ্বাস কৰিছিল আৰু সকলোৱে সযত্নে নিজ নিজ পদাম ৰক্ষা কৰি চলিছিল।

সোৱণশিৰিৰ দক্ষিণ-পূব অঞ্চলত বসবাস কৰা পৰ্বতীয়া মিৰি-সকলে চাৰিকোণীয়াকৈ চুলি কাটে আৰু ওপৰত উল্লেখ কৰা নিচি-

সকলৰ দৰেই 'পদাম' মাৰে। মাইকী মানুহে দীঘল চুলি ৰাখে। চুলিৰ সোঁমাজত সেওঁতা ফালি দুডাল বেণীৰ ভাজেৰে পাছফালে পেলাই লোৱা চুলিখিনি দেখিবলৈ মনোৰম হৈ পৰে। কাণত সাপৰ আকৃতিৰে তৈয়াৰ কৰা ৰূপৰ অলঙ্কাৰ পিন্ধি এওঁলোক ৰূপৱতী হৈ পৰে। ডিঙিতো ৰং-বেৰঙৰ মণি-মুকুতা পিন্ধা এওঁলোকৰ হেঁপাহ। আজিকালি অৱশ্যে আধুনিক ধুনপেচ তেওঁলোকৰ মাজত সোমাইছে। সোৱণশিৰি নদীৰ মধ্যখণ্ডত বসতি কৰা আপাটানিসকলৰ শৰীৰৰ গঠন মন কৰিবলগীয়া। তেওঁলোক শকত-আৱত, নোদোকা, দীঘল হাত, জোঙা মুখ, চেপেটা নাক। মাইকী মানুহৰ নাকৰ দুয়োটা পাহি ফুটা কৰা আৰু তাত ডাঙৰ নাক-ফুল পিন্ধা। এই ফুল কাঠেৰেই তৈয়াৰ কৰি লয়। পুৰুষ-তিৰোতা উভয়ে তলপাৰি ওঁঠৰ তলতে দুডালকৈ দীঘল দীঘল আঁক মাৰে। চকুযোৰ সাধাৰণতে ডাঙৰ আৰু ভিতৰ সোমোৱা। গাৰ ছাল মুগা বৰণীয়া। নিচি-সকলৰ দৰেই এওঁলোকে বস্ত্র পৰিধান কৰে। কিন্তু তেওঁলোকৰ দৰে ইমান সযত্নৰে 'পদাম' নামাৰে। পদামত শলাডাল ভৰাই লয় যদিও তাত হালধীয়া সূতা বা কাপোৰ সাধাৰণতে ব্যৱহাৰ নকৰে। দীঘল চুলি এওঁলোকৰ প্ৰিয়। ল'ৰা-ছোৱালীৰ মূৰৰ চুলি সঘনাই খুৰাই থকা দেখিবলৈ পোৱা যায়। চুলিত ওকণিৰ উপদ্ৰৱ আঁতৰ কৰিবলৈ সম্ভৱ এই ব্যৱস্থা লোৱা হয়। ৰঙা ৰং আপাটানিসকলৰ আদৰৰ বস্তু। বেতৰ পেটি, লাখুটি, মণি, আঙঠি, খাৰু প্ৰভৃতিত ৰঙা ৰং বোলাই এওঁলোকে অংগশোভা কৰে। মুখমণ্ডলত মতা-মাইকী দুয়ো 'টেট্টু' কৰি ভাল পায়। মাইকী মানুহৰ কেশ-বিন্যাস সাধাৰণ যদিও পৰিপাটি। মূৰৰ চাৰিওফালৰপৰা টানি, নিয়াৰিকৈ ফণিয়াই মূৰৰ ওপৰত খোপা মাৰি চুলিকোছা থৈ দিয়া হয়। ডিঙিত, কাণত বেতৰ মণিমালাই শোভাবৰ্দ্ধন কৰে।

সোৱণশিৰৰি উত্তৰাঞ্চলত বসতি কৰা চিয়াং জিলাৰ চিকাৰপ্ৰিয় জাতি টাগিন্‌সকল। এক বেলেগ জনগোষ্ঠীৰূপে টাগিন্‌সকলৰ পৰিচয় বেছি দিনৰ নহয়। প্ৰাচীন নথি-পত্ৰত এওঁলোকৰ বিষয়ে বহুত দিনলৈকে বিশেষ কোনো উল্লেখযোগ্য বিৱৰণ পোৱা নগৈছিল। মেকেঞ্জী চাহাবৰ 'The Northeast Frontiers of Bengal' নামৰ

সুবিখ্যাত গ্ৰন্থত উত্তৰ লক্ষীমপুৰৰ সীমামূৰীয়া অঞ্চলত বসবাস কৰা ডফলাসকলকে টাগিন ডফলা বুলি কোৱা হৈছিল। ডফলা আৰু আদিসকল বসতি কৰা ভূখণ্ডৰ মধ্যভাগত টাগিনসকলৰ বাসস্থান বুলি থিৰাং হৈছে। টাগিনসকলৰ ধুনপেচত সিমান ৰাপ নাই।

ড০ এলুইনৰ ধাৰণা যে কাপোৰ বোৱা অভ্যাস নথকাৰ ফলতে এনে উদাসীন ভাব টাগিনসকলৰ ক্ষেত্ৰত পৰিলক্ষিত হৈছে। এখন এৰীয়া চাদৰ বা তিব্বতীয় গৰম কাপোৰ এখন গাত মেৰিয়াই ললেই হৈ গ'ল। অনেকে বাহিৰৰপৰা যোৱা ক'লা জেকেট বা কপাহী কাপোৰ পিন্ধি শৰীৰ ঢাকে।

কঁকালৰ তলৰ অংশত কাপোৰ বুলিবলৈ নামমাত্ৰ কাঠ, বাঁহ বা বেতেৰে তৈয়াৰী এখন ফলি বেতৰ ফিটাৰে আঁটি বন্ধা। টাগিন গাভৰুৱে তিব্বতীয় মানুহৰ দৰে উলৰ টুপী পিন্ধে। আগতে ঘাঁহেৰে তৈয়াৰী স্কাৰ্ট ( Bekar ) জাতীয় ফ্ৰক চোলা কঁকালত পিন্ধিছিল। আজিকালি অৱশ্যে মিলৰ কাপোৰ ভালকৈ পিন্ধিবলৈ শিকিছে। চুলিৰ যত্ন লোৱাত এওঁলোক প্ৰায়ে উদাসীন। চুলি বৰ দীঘল হলে নাইবা ওকনিৰ প্ৰকোপ বৃদ্ধি পালে টাগিনসকলে চুলি কাটি পেলোৱাটোকে পছন্দ কৰে। মতাসকলে 'বটাও' নামেৰে বেতৰ তৈয়াৰী টুপী পিন্ধে। সৰু সৰু ল'ৰা-ছোৱালীৰ কপালৰ আগত একোছা সৰু চুলি ৰাখি থোৱা নিয়ম। ইয়াক তেওঁলোকে ডুমি-মাছুম ( Dumi-muchum ) বুলি কয়। ডেকা ল'ৰাই শহা পছৰ চুলিৰে তৈয়াৰী বা মেথোনৰ ছালেৰে তৈয়াৰী টুপী পিন্ধে। ধাতু-নিৰ্মিত খাৰু-মণি-থুৰীয়াৰ প্ৰতি এওঁলোকৰ আগ্ৰহ আছে। ভৈয়ামৰ বজাৰত এইবোৰ কিনি এওঁলোকে শৰীৰৰ শোভাবৰ্দ্ধন কৰে। সকলোৱে বেতৰ ফিটা কঁকালত মাৰে।

চিয়াং জিলাৰ উল্লেখযোগ্য জনজাতিসকলৰ ভিতৰত 'আদি' অন্যতম। আগতে এওঁলোকক আবৰ বুলি মতা হৈছিল। আবৰ নামটো বিদেশীয়ে দিয়া আৰু ইয়াৰ অৰ্থ বেলেগ বাবে আদিসকলে আবৰ নামটো এৰি পেলালে। আদি মানে পৰ্বতীয়া লোক ( Hill men )। এওঁলোক স্বাধীনচিতীয়া আৰু আগৰণুৱা আদিবাসী।

ইংৰাজৰ অধীনলৈ আনোতে এওঁলোকৰপৰা প্ৰবল বাধা আহিছিল। এওঁলোকৰ শৰীৰৰ গাঁথনি আটিল, চুটি-চাপৰ, গাঠল। মুখমণ্ডল হাঁহকণীৰ আকৃতিৰ। ওঁঠ দুখন ডাঠ। চকু দেখিলেই তেওঁলোক যে 'মংগোলয়ড' ধৰিব পাৰি। মাইকী মানুহৰ চকু মুগাবৰণীয়া, চুলি কিচ্‌কিচীয়া ক'লা। সাধাৰণভাৱে এওঁলোকে চুলিৰ যত্ন লয়। ছোৱালীবোৰে চুটিকৈ চুলি কাটে আৰু ফ্রিটা মাৰে।

মিনিয়ং পাদম আৰু চিমং জনজাতিসকলে মূৰৰ চুলি সৰুকৈ ৰাখে। গালংসকলে আকৌ প্ৰায় দুই ইঞ্চি ৰাখি ডিঙিৰ ফালে অলপ চিয়াঁ কৰি চুলি ৰাখে। গালং মাইকী মানুহৰ চুলিৰ যত্ন সাধাৰণ। মূৰৰ সোঁমাজত সেওঁতা ফালি ডিঙিৰ ওপৰতে ঘূৰণীয়াকৈ ডাঙৰ খোপা বন্ধা তেওঁলোকৰ দস্তুৰ। উত্তৰাঞ্চলত বসতি কৰা আছিং, টানগাম, বৰিচ আৰু বকাৰ জনজাতিৰ চুলি দীঘল। এওঁলোকৰ প্ৰত্যেকৰ চুলি ৰখা ধৰণ দেখিলেই কোন কোন ফৈদৰ কব পাৰি। পাদমসকলে কিন্তু দীঘল চুলি মুঠেই পছন্দ নকৰে। দুই বা তিনি ইঞ্চি দীঘল হ'লেই এওঁলোকে চুলি কাটি পেলোৱা নিয়ম। ডেলটন চাহাবৰ টোকাতো এই নিয়মৰ কথা দোহাৰিছে। পুৰুষ-মহিলা উভয়ে চুলি ঘূৰণীয়াকৈ চুটিকৈ কাটি থৈ দিয়ে। আদিসকলৰ পানীয় আপং ( rice beer ) সু-প্ৰসিদ্ধ। আলহীক আপং আগবঢ়াই সোধপোচ কৰা আৰু আদাৰ ভাৰ আগবঢ়াই ছোৱালী খোজা প্ৰথা এওঁলোকৰ সমাজত দেখিবলৈ পোৱা যায়। ড° এলুইনৰ মতে আদিসকলৰ দৰে বেতৰ কাম জনা জনজাতি বিৰল। ৰঙৰ প্ৰতি এওঁলোকৰ জ্ঞান উচ্চখাপৰ। নাচত পিন্ধা জক্‌মকীয়া সাজ-পোছাক, মণিমালা, ৰংচঙীয়া টুপী, মন কৰিবলগীয়া। বনৰীয়া গাহৰিৰ দাঁত, বগলীৰ ( Horn bill ) পাখি, ঠোঁট, ৰামছাগলীৰ ৰঙা চুলি, সাঁচি গছৰ ক'লা বাকলিত কৰা নানা কলা-শিল্পই আদিসকলক শিল্পী বুলি চিনাকি দিয়ে।

লোহিত উপত্যকাত থকা আন এবিধ জাতি হ'ল খাম্‌তি। ডেলটন চাহাবৰ মতে এওঁলোকৰ পূৰ্বপুৰুষ বৰ্মাদেশৰ ইৰাৱতী নদীৰ পাৰত থকা বৰ খামতি বোলা ঠাইৰপৰা আহিছিল। আলেকজেণ্ডাৰ মেকেঞ্জী চাহাবেও বৰ খামতি অঞ্চল অসমৰ আৰু ব্ৰহ্মদেশৰ ইৰাৱতী নদীৰ

পৰ্বতীয়া ভূমিভাগ বুলি বৰ্ণনা কৰিছে। এখেতৰ মতে খামতিসকল প্ৰকৃততে পৰ্বতীয়া বাসিন্দা নহয়। এওঁলোকে লোহিত উপত্যকাৰ সমতল ভাগত বসতি কৰি ভৈয়ামৰ লোক হৈ পৰিছে। এওঁলোক বৌদ্ধধৰ্মী আৰু পঢ়া-শুনা কৰা জাতি। টাই ভাষাত লেখা এওঁলোকৰ নিজস্ব বহুতো পুথি আছে। এলুইনৰ ভাষাত খামতিসকল উন্নত, শান্তিপ্ৰিয় লোক। খেতি-বাতি, বেহা-বেপাৰত এওঁলোকৰ ৰাপ আছে। কাঠৰ কাৰুকাৰ্য্যৰ বাবে এওঁলোক প্ৰসিদ্ধ। খামতি মহিলাৰ কেশ-বিন্যাসৰ বিষয়ে ডেলটন চাহাবে লেখিছে যে এওঁলোকে মূৰৰ দুয়োকাষে চুলি ওপৰলৈ টানি ওখকৈ খোপা বান্ধে। কপালৰ আগত চাৰি বা পাঁচ ইঞ্চি ওখ খোপাটোৱে খামটি মহিলাৰ সামাজিক মৰ্য্যাদা দুগুণে চৰায়। সূতাৰ কাম কৰা ফিটাৰে খোপা বন্ধা প্ৰথা এওঁলোকৰ মাজত প্ৰচলিত। পৰিধানত পাটৰ কাপোৰ, গাত দীঘল হাতৰ জেকেট চোলা। বৰ্মাদেশীয় সাজ-পোছাকৰ লগত বহুতো মিল আছে। জাংফাই কেৰু খামতি মহিলাৰ প্ৰিয় অলংকাৰ।

চিংফৌসকলো ব্ৰহ্মদেশৰ ইৰাৱতী উপত্যকাৰপৰা অসমত সোমাই-ছিল। আপাৰ বাৰ্মাৰ কোচিনসকলৰ এটা ঠেঙুলি বুলি অনেক নৃতত্ত্ববিদে অনুমান কৰে। চিংফৌ শব্দৰ অৰ্থ--মানুহ। অসমত মোৱামৰীয়া বিদ্ৰোহৰ সময়ত এওঁলোকৰ পৰিচয় বেছি প্ৰকাশ পাইছিল বুলি কোনো কোনোৱে কয়। চিংফৌসকলে কানি খাইছিল। আজিকালি লাহে লাহে এৰিছে। এওঁলোকৰ শাৰীৰিক গঠন আন আন সকলৰ দৰেই মংগোলিয়ান আকৃতিৰ। চকু বৈ-পৰা, সৰু, মুখ বহল, গালৰ হাড় উঠা, মুখ গোলাকাৰ। গাৰ ৰং হালধীয়া বা ক'লা তাম বৰণীয়া। মতা চিংফৌৱে ওখকৈ এটা ডাঙৰ গাঠি বান্ধি চুলি আঁচোৰে। বৰ্মাদেশীয় ধৰণৰ সাজ-পোছাক এওঁলোকেও পৰিধান কৰে। মাইকী মানুহে দীঘল চুলি ৰাখি ওপৰত ওখকৈ খোপা বান্ধে। খোপাত কেতিয়াবা ৰূপৰ পিন, চেইন, ফিটা প্ৰভৃতি ব্যৱহাৰ কৰে। গাভৰু ছোৱালীহঁতে ভিভিত পেলাই চুলি আঁচোৰে আৰু এটা নুবা বান্ধি ৰূপৰ চেইন বা টাৰ্চ্ছেলেৰে খুলি নপৰাকৈ ওলোমাই থয়। খামতি মহিলাৰ দৰে এওঁলোকেও জাংফাই কেৰু কাণত পিন্ধে আৰু ভিভিত দেওমণি আঁৰে। চিংফৌ মহিলা পাকৈত শিপিনী বুলি খ্যাতি আছে। মতা চিংফৌসকল দা তৈয়াৰ কৰাত অত্যন্ত পটু।

লোহিত জিলাৰ মিছিমিসকলৰ ভিতৰত চুলি কটা বা ইডু, মিজো বা কামান আৰু ডিগাৰু বা টাৰাৱন ঠাল আছে। চুলি কটা মিছিমিৰ আন এটা ঠেঙুলি হ'ল--বেবেজিয়া। মিছিমিসকলৰ শৰীৰৰ প্ৰতি যত্ন মন কৰিবলগীয়া। এওঁলোক প্ৰকৃততে দেখনিয়াৰ জনজাতি। মিছিমি গাভৰুহঁত স্বাস্থ্যৱতী আৰু পৰিশ্ৰমী। তেওঁলোকে চুলিৰ অধিক যত্ন লয় আৰু যেই কোনো চহৰীয়া মহিলাৰ দৰে চুলিৰ সৌন্দৰ্য্য চৰ্চা কৰে। চুলি কটা (ইডু) সকলে ডিবং নদীৰ পাৰত বসতি কৰে আৰু কপালৰ আগলৈকে চুলি চুটিকৈ কাটে। এই বাবেই তেওঁলেকে চুলি কটা মিছিমি বুলি খ্যাতি লাভ কৰিছে। মিজো আৰু ডিগাৰু মিছিমিসকলে চুলি ওপৰলৈ তুলি বান্ধি লয় আৰু এডাল বহল ৰূপৰ পাতিৰে কপালৰ ওপৰ অংশ বান্ধি ৰাখে। গাভৰুসকলৰ কাণত ডাঙৰ গোলাকাৰ কাণফুল, ডিঙিত মণি। মুখমণ্ডল বহল, চেপেটা, নাকৰ ফুটা ঘূৰণীয়া আৰু ডাঙৰ চকু, সৰু চেলাউৰি। মতা মানুহৰ গোঁফ সেৰেঙা, মূৰত বেতৰ টুপী, গাত গৰম কোট-চোলা, মুখত ধপাত হুপি থকা পাইপ। ইডুসকলে যুদ্ধৰ পোছাকৰ দৰে কাৰুকাৰ্য্য খচিত কাপোৰ পিন্ধি ভাল পায়। টুপী, কোট আদিত মানুহৰ চুলি লগাই লোৱাও চকুত পৰে। কেতিয়াবা জন্তুৰ চুলিও সাজ-পোছাকত ব্যৱহাৰ কৰে।

## নগা জনগোষ্ঠী

অৰুণাচলৰ দৰে নগা ৰাজ্যতো এসময়ত বেলেগ বেলেগ ফৈদৰ নিজস্ব কেশ-বিন্যাস আছিল যদিও আজিকালি তেওঁলোক শিক্ষা-দীক্ষাই আধুনিক ৰুচিসম্পন্ন হৈ পৰিছে। খ্ৰীষ্টিয়ান মিছনেৰীসকলৰ প্ৰভাৱত এওঁলোকে আদিম যুগৰ ধৰণ-কৰণ ভালেখিনি এৰি পেলাইছে। ভিতৰুৱা অঞ্চলত অৱশ্যে এতিয়াও প্ৰাচীন ৰীতি-নীতি যে ৰতি থকা নাই এনে নহয়। উদাহৰণস্বৰূপে জেমি নগাৰ মহিলা-সকলৰ কেশবিন্যাসত এতিয়াও নিজ বৈশিষ্ট্য অটুট আছে। জেমি নগাসকলৰ মহিলাই চুলি এনেকৈ কাটে যাতে দুয়োখন কাণ মাত্ৰ ঢাকিব পাৰে। কপালৰ আগখিনিও চুটিকৈ কাটি সুন্দৰ মুখখন উজলাই ৰাখে। বতাহৰপৰা চুলি ৰক্ষা কৰিবলৈ তেওঁলোকে

মূৰত এডাল ফিটা মাৰে। ইয়াক পেইটিন ( Peitin ) বোলে। মতা মানুহে মাত্র আধা ইঞ্চি ৰাখি চুলি কাটে—যাতে কাণ, কপাল আৰু পাছফালৰ গলধন সম্পূর্ণৰূপে ওলাই থাকে। কিছুমানে আকৌ চুটিকৈ কটা চুলিৰ আগবোৰ মেৰিয়াই লয়—ইয়াক 'পেইচুক' কোৱা হয়। কোনো কোনোৱে মূৰৰ সোঁমাজত সৰু একোছা চুলি ৰাখে আৰু বগা কাপোৰেৰে মেৰিয়াই বলৰ আকৃতি কৰি থয়। ইয়াক কয় কেলাঙ্কুৰা। এই কেশবিন্যাসক নাগাপেই ( Nagaapai ) বোলে। বিয়া নোহোৱা গাভৰুৱে চকুৰ চেলাউৰি পর্য্যন্ত অর্ধচন্দ্রৰ দৰে চুটি চুটিকৈ কাটে। বিবাহিতা মহিলাৰ চুলি পাছফালে দীঘল, মূৰ মাজত দুভাগে বিভক্ত। চুলি বতাহত উৰি নাথাকিবলৈ তলত এটা গাঠি মাৰি চুলিকোছা সংযোগ কৰি ৰখা হয়। এই ধৰণেৰে চুলি আচোৰাক 'কাকে বেইবি' ( Kake baibe ) বোলা হয়। গাঁৱৰ মানুহেই ইজনৰ সিজনে চুলি কাটে। কোনো কোনো ভিতৰুৱা অঞ্চলত দাৰেও চুলি কটা দস্তুৰ আছে। এই দাবোৰ কেচিতকৈয়ো চোকা। ইয়াৰ নাম হিকি ( Heke )। গাঁৱৰ মানুহে বাঁহৰে তৈয়াৰী ( Timran ) কাঁকৈ ব্যৱহাৰ কৰে। এইবোৰৰ কাৰুকার্য্য চমকপ্রদ। আজিকালি অৱশ্যে ফণি-আইনা সোমাইছে। আগৰ দিনত নির্মল পানীৰ নিজৰাতে নগা গাভৰুৱে মূৰ ফণিয়াইছিল।



# পুৰণি অসমীয়া সমাজত অঙ্গৰাগ

অসমৰ পুৰণি সুগন্ধি দ্ৰব্যৰ ইতিহাসলৈ লক্ষ্য কৰিলে দেখা যায় যে ৰজাসকলে ৰাণীসকলৰ বাবে বিধে বিধে প্ৰসাধন তৈয়াৰ কৰিবলৈ পাকৈত লোক নিয়োগ কৰিছিল। আহোম ৰাজত্বৰ সময়ত এখেল মানুহে এইবোৰ তৈয়াৰ কৰি আইদেউসকলৰ লাহ-বিলাহৰ যোগান ধৰিছিল। সম্ভৱ, গন্ধীয়া বৰুৱাই এইবোৰ তদাৰক কৰিছিল। অসমৰ সুবিখ্যাত ৰজনীকান্ত বৰদলৈৰ পৰিবাৰ স্বৰ্গীয়া স্বৰ্ণময়ী দেবী বৰদলৈয়ে এটি মূল্যবান প্ৰবন্ধত উল্লেখ কৰিছে যে তেখেতৰ মাতৃ সত্যৱতীয়ে বিধে বিধে সুগন্ধি দ্ৰব্য তৈয়াৰ কৰিছিল.। আহোম ৰাজবংশৰ কেশৱকান্ত সিংহ আৰু কন্দৰ্পেশ্বৰ সিংহৰ ৰাণী দুগৰাকীৰ বাবে নানান উপাদানেৰে এবিধ 'পমেটম্' আৰু চুলিৰ সৌন্দৰ্য্য বঢ়োৱা এবিধ গোন্ধতেল প্ৰস্তুত কৰিছিল। এই 'পমেটম'ত পকা সুমথিৰা টেঙাৰ বাকলি, শ্বেত বেহাৰ অৰ্থাৎ বগা সৰিয়হৰ ফুল, পিৰিকা শাকৰ ফুল, কেঁচা হালধিৰ ৰস, অগৰু চন্দনৰ গুড়ি শুদ্ধ গৰু ঘিউত উতলাই প্ৰস্তুত কৰাৰ প্ৰথা আছিল। চুলিৰ বাবে যি তেল উলিয়াইছিল তাত গাজ ওলোৱা মাটিমাহ, ভীমকল গছৰ ৰস, ঔটেঙাৰ ৰস, ঘিলাবটা, গুণৰাজ, ভীমৰাজ, কেঁহৰাজ, মুঠা, গন্ধ-বিৰিণা, শতমূল, কেঞ্চাবনৰ গুটি, মিথিগুটি, শঙ্খীলতা, বাঘযাঁচোৰা বন, পথালী কোমোৰা, চালকুঁৱৰী, কলডিল প্ৰভৃতি খুন্দি থেতেলি ৰস উলিয়াই শুদ্ধ সৰিয়হৰ তেলত গৰম কৰি সুগন্ধিজাত তেল প্ৰস্তুত কৰাৰ নিয়ম আছিল। এই তেল পৰিষ্কাৰ বটলত ঠিলা মাৰি বহুত দিনলৈকে থৈ দিব পৰা গৈছিল।

আগৰ দিনত আইদেউসকলে কেতেকী ফুলৰ ৰেণু মুখত ঘঁহিছিল। অনেকে ঘিলা বটি বা চাউল ধোৱা পানীৰে, নাইবা ঔটেঙাৰ বীজেৰে

চুলি ধুই মেলি তেল ঘঁহিছিল। অনেকে আকৌ চুলি দীঘল আৰু ক'লা কৰিবলৈ নাৰ' মাহৰ পানীৰে চুলি ধুইছিল। তিল তেল, নীল, সন্ধক লোণ, পিপলি গুড়ি পানীৰে পিহি মলমৰ দৰে থুপথুপীয়া কৰি অনেকে চুলিত ঘঁহিছিল। ভিঙ্গৰাজৰ ৰস, গাখীৰ, ভাতৰ নিসনি, গাঠিয়ণ, শিলিখা, আমলখি, ত্ৰিফলা, জামু গছৰ ফুল, প্ৰভৃতি মিলাই ৰস কৰি চুলিৰ সুগন্ধি দ্ৰব্য ব্যৱহাৰ কৰিছিল।

আগৰ দিনত আমাৰ দেশত গা ধুবৰ বাবে চাবোন ব্যৱহাৰ নহৈছিল। তেল আৰু চৰ্বি জাতীয় বস্তুৰে গাৰ ছাল পৰিষ্কাৰ কৰা হৈছিল। বুট মাহৰ গুড়ি, চাউলৰ গুড়ি, খাটি মিঠাতেল, জলফাই তেল, ছালমোগৰা তেল, বাদাম তেল, তিল তেল আদি ব্যৱহাৰ কৰি ছাল নিমজ আৰু দেখনিয়াৰ কৰা হৈছিল। গাখীৰৰ সৰ, কণীৰ কুহুম, নেমুটেঙাৰ ৰস, বা বাকলি আদিৰে মুখ ধোৱা প্ৰথা গম পোৱা যায়। অনেকে সুমথিৰা টেঙা, নেমু টেঙা, টিয়হ, চালকুঁৱৰী প্ৰভৃতি ব্যৱহাৰ কৰি গাৰ খহটা ছাল মিহি কৰিছিল। ছালৰ বেমাৰৰ বাবে জলফাই তেল, নিম তেল, চন্দন তেল আদি প্ৰখ্যাত আছিল। খাটি সৰিয়হৰ তেলক ছালৰ বাবে উপযোগী বুলি গণ্য কৰা হৈছিল। স্নান কৰাৰ পূৰ্বে শৰীৰত ভালকৈ তেল ঘঁহি লোৱা প্ৰথা সদৌ অসমতে জনাজাত। তেল গৰম কৰি নহৰু, আদা, কৰ্পূৰ, সৰিয়হ প্ৰভৃতি দি কেচুৱাক ঘঁহিলে গাৰ ছাল নিমজ হয়, ছালৰ বেমাৰ আৰোগ্য হয়, শৰীৰ আটিল হয় বুলি সকলোৱে বিশ্বাস কৰে। অনেকে আকৌ কুহুমীয়া পানীৰে গা ধুই সুগন্ধি তেল ব্যৱহাৰ কৰে। কোনো কোনোৱে ভোলৰ বাকলি, শিলৰ টুকুৰা প্ৰভৃতিৰে ভৰিৰ গোৰোহা, হাতৰ তলুৱা, মুখ প্ৰভৃতি পৰিষ্কাৰ কৰা অভ্যাস ৰাখিছে।

পুৰণি দিনত অসমৰ মাইকী মানুহে লংতেল, মৌৰ চকা, নিমখ, নিমতেল আদিৰপৰা তৈয়াৰ কৰি ক্ৰীম জাতীয় বস্তু ব্যৱহাৰ কৰিছিল। চাউলৰ গুড়ি, চকমাটিৰ গুড়ি, 'পাউদাৰ' স্বৰূপে ব্যৱহাৰ কৰি মুখৰ সৌন্দৰ্য্য বৃদ্ধি কৰিছিল। ইয়াৰ বাহিৰেও মৌ, ভেটফুলৰ গুড়ি, নিমৰ গুড়ি, হালধি, কলাখাৰ, আলুক প্ৰভৃতি ব্যৱহাৰ কৰা তালিকা সুগন্ধি আৰু প্ৰসাধনৰ ভিতৰত পোৱা গৈছিল। মৌৰ ব্যৱহাৰ অসমৰ সকলোৱে জানিছিল। মৌৰ লগত কণীৰ বগা কুহুম আৰু

চাউলৰ মিহি গুড়ি মিহলাই মলমৰ দৰে কৰি মুখত ঘঁহি কিছু সময়ৰ পিচত কুহমীয়া পানীৰে মুখখন ভালকৈ ধুই-মেলি শুকান গামোচাৰে মুছি পেলোৱা অভ্যাস কৰি অনেকে মুখৰ দাগ গুচাই ধুনীয়াজনী হৈ পৰিছিল। মৌ তেলৰ লগত নেমুটেঙাৰ ৰস মিহলাই মুখত সানিলে ৰং উজ্জ্বল হয় বুলি অনেকে কয়।

বৌদ্ধ ধৰ্মৰ প্ৰাদুৰ্ভাৱৰ সময়ত পুখুৰী বা নদীৰ পলসেৰে মুখ ধোৱা প্ৰথা আমাৰ অসমলৈ সোমাইছিল। তেজৰ চলাচলৰ বাবে অতি প্ৰয়োজনীয় ঔষধ স্বৰূপে অনেকে পলসেৰে গা ঘঁহি স্নান কৰিছিল।

অসমীয়া জাতীয় জীৱনৰ লগত দৈনন্দিন স্নান কৰাটো প্ৰাচীন কালৰে পৰা চলি আহিছে। পুৰুষ-মহিলা, ল'ৰা-ছোৱালী সকলোৰে স্নান কৰাটো এক দৈনন্দিন কৰ্মৰূপে গণ্য কৰি আহিছে। কোনো ধৰ্মীয় বা সামাজিক অনুষ্ঠানত বাহি গাৰে যোগ দিয়া অভ্যাস অসমীয়া মানুহৰ নাছিল। গৰম পানী, ঠাণ্ডা পানী দুয়ো বিধেৰে স্নান কৰা প্ৰথা অসমত প্ৰাচীন দিনৰেপৰা চলি আহিছে। আহোম স্বৰ্গদেউৰ কোনো কোনোৱে সুগন্ধিযুক্ত পানীৰে স্নান কৰিছিল বুলি গম পোৱা যায়। আভিজাত্যসম্পন্ন লোকসকলৰ ঘৰত আঁৰ-বেৰৰ মাজত স্নান কৰা প্ৰথা আছিল যদিও সাধাৰণভাৱে অসমীয়া তিৰোতাই মুকলি ঠাইতে গা ধুইছিল বুলি প্ৰাচীন ফলি, দানপত্ৰ আদিত উল্লেখ আছে। নৈত বা পুখুৰীত সাধাৰণতে আঁৰ-বেৰ নোহোৱাকৈয়ে জীয়াৰী-বোৱাৰীসকলে পুৱাই গা তিয়াইছিল। প্ৰাচীন পুথি, যেনে হস্তিবিদ্যাৰ্ণৱ, ধৰ্ম-পুৰাণ, শংখচূড়বধ প্ৰভৃতিত অঙ্কিত ৰং-বেৰঙৰ চিত্ৰসমূহ চালে পুৰণি অসমৰ কেশৰাগৰ 'ঠাচ্' সম্পৰ্কে আভাস পোৱা যায়। পাছফালে টানি বন্ধা খোপা, ওপৰলৈ টানি বন্ধা চুলি, চুলিত বৈ পৰা ফুলৰ মালা এইবোৰ চিত্ৰত দেখিবলৈ পোৱা যায়। অসমীয়া তিৰোতাই খোপাত ফুলৰ মালা লোৱা অভ্যাস আছিল। গোৱালপৰীয়া লোক-গীতত বেউলাৰ সাজ-সজ্জাৰ বৰ্ণনা কৰোঁতে বিবিধ খোপাৰ উল্লেখ পোৱা যায়।

দিহা ঃ অ' বালী সাজিলা অ' কাচিলাৰে।
নানান বৰণে বালী সাজিলাৰে ॥

পদ ঃ ধনুক মাৰি বান্ধে খোপা লহুক মাৰি চায়,
মনতে নালাগিল খোপা খসেয়া ফেলায় ।
এটা খোপা বান্ধি আৰ নৰহিলা মন,
আৰু এটা খোপা বান্ধিবা কৰিলা যতন ।
প্ৰথমতে বান্ধে খোপা হেমগিৰি মেঘ,
আগে পাছে হালি পৰে কৰিতৰৰ ভেশ ।

* *

আৰু এটা মাৰে খোপা বান্ধিয়া লাটিলুটি
টানি টুনি মাৰে খোপা বেল কুৰিৰ গুটি
তাৰ পাচতে বান্ধে খোপা খোপাই আমুল মুল,
খোপাৰ মাজত গুজাই লৈছে গন্ধ-মকৰা ফুল ।
অৱশেষে বান্ধে খোপা নাৰদ বিলাস,
সেই খোপা বান্ধি আৰ মন হল উল্লাস ।

সেই একেদৰেই গোৱালপৰীয়া মহ ৰখীয়া গীততো খোপা বিন্যাসৰ বিৱৰণ পোৱা যায়---

খাটা-খুটা চেংড়া মৈষাল
দীঘল মাথাৰ কেশ,
উল্টা কৰিয়া বান্ধং খোপা
কৃষ্ণচূড়াৰ বেশ ।

ওপৰলৈ থিয় কৰি কৃষ্ণচূড়া গছজোপাৰ দৰে খোপা বন্ধা প্ৰথা ইয়াত প্ৰকাশ পাইছে ।

কেশ-বিন্যাসৰ আন এটা উপমা পদ্মাৰ ৰূপ বৰ্ণনাত আছে এনেকৈ—

সোনেকা কাঙ্কৈ কৰিয়া
কেশ বিচাৰিয়াযে, আগত দৰ্পণ থৈয়া
বান্ধি কেশজুট সুবৰ্ণ মুকুট
শিৰত বান্ধে তুলিয়া । ( মনসা কাব্য)

অসমীয়া তিৰোতাই চুলিৰ যত্ন সদায় লৈ আহিছে । ৰমণীৰ অত্যন্ত প্ৰিয় বস্তু এই চুলিকোছা কিচ্কিচিয়া ক'লা, তললৈকে ওলমি পৰা, নিমজ আৰু মৰম লগা কৰিবলৈ অসমীয়া গাভৰুৱে বিশেষ গুৰুত্ব দি

আহিছে অতীজৰেপৰা। মুখৰ শোভাৰ লগত মিলাই কপালত ফোঁট, কাণ-নাক, ডিঙি প্ৰভৃতিত দুই-এপদ অলঙ্কাৰো লোৱা তেওঁলোকৰ কামনা। কপালী, জোনবিৰি, লং, ঢোলবিৰি, শিলিখাবিৰি, শিৰপতা-বিৰি, পাৰচকুৱা বিৰি, দুগদুগী, সাতসৰী, খোপামণি, চন্দ্ৰহাৰ, গলপতা, কণ্ঠহাৰ, কেৰু, মণি, থুৰীয়া, লটকণ, কৰ্ণবালা, লোকাপাৰ, জাংফাই-কেৰু, বাখৰপতা কেৰু প্ৰভৃতি বিধে বিধে অলঙ্কাৰ পিন্ধি শোভাবৰ্দ্ধন কৰিছিল।

চকুৰ প্ৰতিও অসমীয়া গাভৰুৱে যত্ন নকৰা নহয়। পুৱা শুই উঠি এবাৰ, গা ধোওঁতে এবাৰ, ৰাতি শুবলৈ যাওঁতে এবাৰ অন্ততঃ মুখখন ভালকৈ পৰিষ্কাৰ কৰাত তেওঁলোকে হেলা নকৰিছিল। মুখৰ লগতে দাঁতৰো যত্ন তেওঁলোকে লৈছিল। আগৰ দিনত অসমীয়া মানুহে সৌৰা ঠাৰি, ভোট, নিম, এঙাৰ, মিঠাতেল-নিমখ প্ৰভৃতিৰে দাঁত মাজিছিল। অনেকে আকৌ এঙাৰৰ লগত জালুকৰ গুটি মিহলাই খুন্দি দাঁতৰ পাউদাৰ ঘৰতে তৈয়াৰ কৰি লৈছিল। কোনোৱে হয়তো ধপাত খোৱা আওঠাৰ ছাই, চকমাটিৰ গুড়ি কৰ্পূৰৰ লগত নাইবা গোন্ধবিৰিণাৰ গুড়িৰ লগত মিহলাই দাঁতত ঘঁহিছিল। মুখৰ বেয়া গোন্ধ-আঁতৰাবলৈ অনেকে বাঁদামৰ বাকলি পুৰি গুড়ি কৰি তাত নিম আৰু ক'লা জালুকৰ গুড়ি মিহলাই দাঁতৰ মাজন ৰূপে ব্যৱহাৰ কৰি-ছিল। এইবিধ পাউদাৰকে অলপ পানীৰে জুলীয়া কৰি তাত মিচিৰি কেইডোখৰমান বতি কৰ্পূৰ ছটিয়াই আজিকালিৰ দৰে টুথ-পেষ্ট জাতীয় বস্তু তৈয়াৰ কৰিছিল।

সেইদৰে, চকুৰ চেলাউৰীৰ প্ৰতিও অসমীয়া নাৰী সজাগ আছিল। আগৰ দিনত আইদেউহঁতে শুদ্ধ মিঠাতেল, জলফাইৰ তেল কুহমীয়া কৰি চেলাউৰীত লগাইছিল। অনেকে আকৌ তিলতেল, নাৰিকল তেল, নাহৰ গুটিৰ তেল ব্যৱহাৰ কৰাৰ কথাও গম পোৱা যায়।

প্ৰাকৃতিক বস্তুক আদৰ কৰা অসমীয়া জাতিয়ে বিভিন্ন বনৌষধি বস্তুৰপৰা প্ৰসাধনৰ বাবে নানান বস্তু তৈয়াৰ কৰি নিজে ব্যৱহাৰ কৰিছিল আৰু আনৰো শোভা বৃদ্ধি কৰাত সহায় কৰিছিল।

# অন্যান্য দেশত অঙ্গৰাগ

প্ৰাচীন কালৰেপৰা সুগন্ধি দ্ৰব্য আৰু প্ৰসাধনে ভাৰতবৰ্ষৰ দৰে অন্যান্য দেশতো এক বিশিষ্ট স্থান অধিকাৰ কৰি আহিছে। সকলো সভ্যতাৰ লগত সৌন্দৰ্য্য চৰ্চাৰ এক গৌৰৱময় ইতিহাস সোমাই আছে। সুগন্ধি দ্ৰব্য উপভোগ কৰিবলৈ আৰু নিজক দেখনিয়াৰ কৰি তুলিবলৈ মানুহৰ আদিম বাসনা। জীৱিতসকলক সৌৰভ বিতৰণ কৰাৰ উপৰিও মৃত ব্যক্তিকো সুগন্ধি দ্ৰব্যৰ দ্বাৰা সন্মান প্ৰদৰ্শন কৰা নীতি প্ৰাচীন যুগৰপৰা সকলো সমাজতে চলি আহিছে। সুগন্ধি দ্ৰব্য আৰু প্ৰসাধনৰ ব্যৱহাৰ আজিৰ যুগত এক প্ৰয়োজনীয় অঙ্গস্বৰূপে পৰিগণিত হৈছে। ইয়াক কোনেও অলাগতিয়াল লাহ-বিলাহ বা দুনীতিৰ পৰিচায়ক বুলি ক'ব নোৱাৰে। সকলো পুৰুষ আৰু নাৰীয়ে কম-বেছি পৰিমাণে সুগন্ধি দ্ৰব্য ব্যৱহাৰ কৰে। স্বাস্থ্যৰক্ষাৰ ফালৰপৰাও ইয়াৰ প্ৰয়োজনীয়তা নুই কৰিব নোৱাৰি। শৰীৰৰ পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ মাজেদি মুখমণ্ডলকে আৰম্ভ কৰি গোটেই অঙ্গ-প্ৰত্যঙ্গৰ প্ৰতি যত্নবান হ'ব পাৰিলে এটি সুঠাম দেহ আশা কৰিব পাৰি। প্ৰসাধনে শৰীৰৰ প্ৰতি সচেতন হোৱাত সহায় কৰে আৰু মানুহক ৰূপবান বা ৰূপৱতী কৰি তোলে। সুগন্ধি দ্ৰব্য সেইবাবে অতি আৱশ্যকীয় সৌন্দৰ্য্যৰ উপাদান; সম্ভৱতঃ ৰতি দেৱীৰো পূজাৰ প্ৰধান উপচাৰ। প্ৰেমৰ বিষয়ত যেনেকৈ বয়সৰ কোনো মাপ-কাঠি নাই, ঠিক তেনেকৈয়ে সুগন্ধি দ্ৰব্য আৰু প্ৰসাধন ব্যৱহাৰ কৰাটো কোনো নাৰীক বয়সৰ হিচাপত পেলাব নোৱাৰি; অৰ্থাৎ বুঢ়ীয়ে হওক নাইবা পাট-গাভৰুৱে হওক, কম-বেছি পৰিমাণে সুগন্ধি দ্ৰব্যৰ প্ৰতি আকৰ্ষিত নহৈ নোৱাৰে। ইংৰাজীত এষাৰ কথা আছে, "No

woman is ever too old to be interested in perfumes." নাৰীৰ দৰে পুৰুষো সুগন্ধিৰ প্ৰতি সচেতন। গোন্ধতেল, গোন্ধ চাবোন, ডাঢ়ি খুৰাই উঠি ঘঁহা ক্ৰীমজাতীয় বস্তু, চুলিত ঘঁহা নানাবিধ কলপ, ক্ৰীম পুৰুষৰ প্ৰিয় বস্তু। প্ৰাচীন কালত অৱশ্যে সুগন্ধি আৰু প্ৰসাধন ব্যৱহাৰৰ বহুত ক্ষেত্ৰত পুৰুষে নাৰীক চেৰ পেলাব পাৰিছিল। হুমাৰ, অসুৰ বানি পাল, জুডেলাল, নিৰ', হেড্ৰিয়ান, নেপোলিয়ন আদিয়ে ব্যৱহাৰ কৰা বিভিন্ন সুগন্ধি দ্ৰব্য এগৰাকী ৰাজকুমাৰীৰ প্ৰসাধনৰ আড়ম্বৰতকৈ কোনোগুণে কম নাছিল।

ইজিপ্ত, মেছোপ'টেমিয়া, আৰব, গ্ৰীচ, ৰোম, ইটালী, ফ্ৰান্স, ইংলণ্ড, চীন প্ৰভৃতি দেশৰ প্ৰাচীন সভ্যতালৈ এই বিষয়ত আঙুলিয়াব পাৰি।

## মিছৰীয় সভ্যতাত অঙ্গৰাগ

প্ৰাচীন মিছৰীয় সভ্যতাই নীল নদীৰ পাৰত গঢ়ি উঠা এক গৌৰৱময় বুৰঞ্জীৰ চিত্ৰ দাঙি ধৰে। আধুনিক যুগৰ বহুত আঁতি-গুৰি বিচাৰিবলৈ হ'লে প্ৰাচীন ইজিপ্তৰ সভ্যতালৈ চকু ফুৰাব লাগিব। ইজিপ্তৰ প্ৰাচীন ইতিহাস পেপিৰাছ নামৰ কাকতত পোৱা গৈছিল। সভ্যতাৰ উচ্চ শিখৰত উঠি মিছৰীয়সকলে নিজস্ব প্ৰভাৱ বিস্তাৰ কৰিছিল।

প্ৰাচীন ইজিপ্তত সুগন্ধি দ্ৰব্য স্থানবিশেষে উল্লেখযোগ্য। উৎসৱ, ভোজ, মেল আদিত সুগন্ধি দ্ৰব্যই আগভাগ লৈছিল। উৎসৱলৈ নিমন্ত্ৰিত অতিথিসকলৰ গাত মলমলীয়া গোন্ধতেল ছটিয়াই সন্মান প্ৰদৰ্শন কৰা হৈছিল। প্ৰাচীন যুগত ইজিপ্তৰ ডা-ডাঙৰীয়াসকলে কৃত্ৰিম চুলি ব্যৱহাৰ কৰিছিল। গোন্ধতেল ছটিয়াই বিশিষ্ট অতিথিবৰ্গক নোৱাই-ধুৱাই শুদ্ধ কৰি উৎসৱত বহুৱাইছিল। পদুম পাতেৰে মৃদু বা লগাই সুগন্ধি ফুলৰ মালা পিন্ধোৱা হৈছিল। চাৰিওফালে ফুলজাৰিবে জাতিষ্কাৰ কৰি উৎসৱ মুখৰিত কৰি তোলা হৈছিল।

ইজিপ্তৰ মহিলাই, বিশেষকৈ অৱস্থাপন্ন উচ্চশ্ৰেণীৰ মহিলাই লাহ্-বিলাহ কৰি ভাল পাইছিল। মূল্যবান কাপোৰ, অলঙ্কাৰ পিন্ধি তেওঁলোকে ৰং-ধেমালিত দিন অতিবাহিত কৰিছিল।

ইজিপ্তৰ মহিলাই দীঘল চুলিৰ খোপা বান্ধিছিল। চুলিৰ সৌন্দৰ্য্যৰ বাবে তেওঁলোকে বিশেষ যত্ন লৈছিল। চুলিত অসংখ্য পিন, কাকৈ ব্যৱহাৰ কৰিছিল আৰু মূৰত দামী বাখৰৰ কপালী, ঝৰি আদি লগাই চুলিৰ সৌন্দৰ্য্য বৃদ্ধি কৰিছিল। ম'বা চৰাইৰ চালিৰ দৰে নাইবা পদুম ফুলৰ পাহিৰ দৰে চুলি বান্ধি তেওঁলোকে ভাল পাইছিল। অনেক সময় ধৰি প্ৰসাধন কৰা ইজিপ্তৰ মহিলাৰ দৈনন্দিন কাম আছিল। এই প্ৰসাধনৰ আড়ম্বৰ বৰ বাহুল্য আৰু পৰিপাটি আছিল। তেওঁলোকৰ, বিশেষকৈ ৰাজ-পৰিয়ালৰ মহিলাসকলৰ সময়ৰ অভাৱ নাছিল। দিনটোৰ বেছিভাগ সময় আমোদ-প্ৰমোদৰ মাজেদি পাৰ হৈছিল; নানা ধৰণৰ সুগন্ধি দ্ৰব্য গাত ঘঁহি, বিভিন্ন প্ৰসাধন ব্যৱহাৰ কৰি, গাত লিপিট খাই থকা মিহি কাপোৰ পিন্ধি এওঁলোকে আধুনিকতাৰ পৰিচয় দিছিল। প্ৰসাধনত পৰিচৰ্য্যা কৰিবলৈ অৱস্থাপন্ন সুন্দৰী মহিলাৰ বান্দী-বেটীৰ অভাৱ নাছিল। সুগন্ধিপূৰ্ণ পানীৰে তেওঁলোকে স্নান কৰিছিল। মিহৰীয় গাভৰুসকলে গালত আৰু ওঁঠত ৰঙা ৰং ব্যৱহাৰ কৰিছিল আৰু হাতৰ নখতো ৰং ঘঁহিছিল। ভৰিৰ গোৰোহাত আলতাজাতীয় ৰং লগাইছিল। গাত মল্‌মলীয়া গোন্ধতেল, ব্ৰঞ্জৰ আইনা চাই চকু আৰু চেলাউৰি যুগলত কলা ৰং (KOHI) লগাই দেখনিয়াৰ কৰিছিল। আচিৰ বেৰডাল কাৰুকাৰ্য্যৰে পৰিপূৰ্ণ। ইয়াত নানা ফুলৰ, দেৱ-দেৱীৰ বা জীৱ-জন্তুৰ চিত্ৰ অঙ্কিত কৰা হৈছিল। অঙ্গৰাগত ব্যস্ত থাকিব লগা সময়ছোৱাত ৰাজকুমাৰীৰ নাকৰ কাষত ৰাজকুমাৰীয়ে ভালপোৱা এপাহ সুগন্ধি ফুল লিগিৰী এজনীয়ে ধৰি থাকিব লাগিছিল। লিগিৰীহঁতে যত্ন-সহকাৰে ৰাজ-কুমাৰীক প্ৰসাধন কৰি অলঙ্কাৰ-পাতি, কাপোৰ-কানি পিন্ধাই দিছিল। ইজিপ্তৰ প্ৰাচীন চিত্ৰসমূহত বিভিন্ন প্ৰসাধনৰ দৃশ্য দেখিবলৈ পোৱা যায়।

ৰাণী ক্লিওপেট্ৰাৰ আমোলত ইজিপ্তত অঙ্গৰাগে চৰম সীমা পাইছিলগে। ক্লিওপেট্ৰাই মাৰ্ক এণ্টনিওক আকৰ্ষণ কৰিবলৈ বিশে

বিধে সুগন্ধি দ্রব্য ব্যৱহাৰ কৰিছিল। শ্বেক্সপীয়েৰে ইয়াৰ ওপৰতে ভিত্তি কৰি তেওঁৰ বিখ্যাত নাটক "এন্টনিও এণ্ড ক্লিওপেট্রা" লিখিছিল।

ইজিপ্তৰ প্রাচীন লিখনি 'পাপিৰাছ' বিলাকত সেই যুগৰ এটি গৌৰৱময় বুৰঞ্জীৰ আভাস পাওহঁক। সেই যুগত প্রচলিত বিভিন্ন ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, ৰাজনৈতিক, সাংস্কৃতিক, ধৰ্মবিশ্বাস, সাহিত্য আদি বিচিত্র সভ্যতা এই 'পাপিৰাছ'বিলাকে দাঙি ধৰে।

প্রাচীন ইজিপ্তত ধৰ্মৰ প্রভাৱ বিশেষভাৱে উল্লেখযোগ্য। সকলো ব্যৱস্থাতে ধৰ্মৰ প্রভাৱ অটুট আছিল আৰু সকলো ৰাজহুৱা অনুষ্ঠানত ধৰ্মযাজক বা পুৰোহিতসকলে আগভাগ লৈছিল। ৰজাৰ পিছতে পুৰোহিতসকলে প্রজাৰ সন্মান লাভ কৰিছিল। এওঁলোক শিক্ষা-দীক্ষাত বৰ আগবঢ়া আছিল আৰু সকলো জনসাধাৰণক এওলোকে জ্ঞান বিতৰণ কৰিছিল। ইজিপ্তৰ মানুহে বিশ্বাস কৰিছিল যে আত্মাই সংসাৰলৈ কিছুদিনৰ পিছত সোঁ-শৰীৰে উভতি আহিব। এই বিশ্বাসৰ বাবে ইজিপ্তৰ লোকে তেওঁলোকৰ মৰাশ' সংৰক্ষণ কৰি থৈ দিছিল। শটোক তেল-টেঙা ঘঁহি, বিভিন্ন সুগন্ধিৰে পবিত্র কৰি, মিহি লিনেন কাপোৰেৰে মেৰিয়াই কাঠ বা শিলৰ পেৰাত নষ্ট নোহোৱাকৈ ৰখা হৈছিল। এনেদৰে ৰখা মৰাশক ইজিপ্তৰ মানুহে 'মামি' বুলি কৈছিল। মামিৰ বুকুত সুগন্ধিৰে পূৰ্ণ এটা সৰু শিলৰ পাত্র ৰখাৰ নিয়ম আছিল। মিছৰীয়সকলে বিশ্বাস কৰিছিল যে এই শিলৰ পাত্রটি সূৰ্য্যদেৱতাই গ্রহণ কৰি মৃত ব্যক্তিক পুনৰ জীৱনদান দি পৃথিৱীলৈ পঠাই দিব।

ধৰ্মৰ সকলো আয়োজনত সুগন্ধি দ্রব্যৰ প্রয়োজন হৈছিল। ধূপ-ধুনা জ্বলাই, ফুল-ফলেৰে ইজিপ্তৰ মানুহে 'ওচিৰিছ' নামৰ দেৱতাক পূজা দিছিল।

ইজিপ্তৰ প্রাচীন ধ্বংসাৱশেষৰপৰা গম ধৰিব পাৰি যে আধুনিক যুগৰ সকলো অঙ্গৰাগৰ অনুৰূপ সামগ্রী প্রাচীন মিছৰীয়সকলে ব্যৱহাৰ কৰিছিল। আজি আমেৰিকাৰ প্রসাধন ব্যৱসায় কেন্দ্রবিলাকে উলিওৱা প্রায়বিলাক দ্রব্যই প্রাচীন সৌন্দৰ্য্য-চৰ্চাৰ অনুকৰণ।

ইজিপ্তৰপৰা ইহুদীসকলে স্বাস্থ্য সম্বন্ধীয় ৰীতি-নীতি গ্ৰীচ আৰু ৰোমত প্ৰচাৰ কৰে। ইজিপ্তৰ স্নান কৰা প্ৰণালী অতি উন্নত আছিল। বিভিন্ন ধৰণেৰে স্নান কৰি তেওঁলোকে সৌন্দৰ্য্য বৃদ্ধি কৰিছিল। স্নান কৰি ব্যৱহাৰ কৰা নানাবিধ সুগন্ধি প্ৰলেপ, মলম আদি ইহুদীসকলে বিভিন্ন দেশত প্ৰচাৰ কৰি ইয়াৰ সমাদৰ বৃদ্ধি কৰিছিল। প্ৰবাদ আছে যে 'মজেছে' ইজিপ্তৰপৰা অহাৰ পিছত গীৰ্জাৰ থাপনাত সজোৱা আৰু অভিষেকত ব্যৱহাৰ কৰা পবিত্ৰ সুগন্ধি তেল তৈয়াৰ কৰিবলৈ আদেশ পাইছিল। এই তেল অতি পবিত্ৰ আৰু গোপনীয় বুলি বিবেচনা কৰা হৈছিল আৰু ইয়াৰ ব্যৱহাৰ পবিত্ৰ স্থানৰ বাহিৰে অন্যত ব্যৱহাৰ কৰা নিষিদ্ধ আছিল। প্ৰবাদ আছে যে মজেছৰ সেই আদেশ উলংঘা কৰা বাবে কৰাহ, ডাঠান আৰু আবিৰাম আদি দুশ পঞ্চাশজন ধৰ্মদ্ৰোহী সপৰিয়ালে পৃথিৱীৰ বুকুত লীন গৈছিল। ইহুদী-সকলৰপৰাই ৰাজ-অভিষেকত পবিত্ৰ সগন্ধি তেল ব্যৱহাৰ কৰাৰ প্ৰথা ইংলণ্ড আদি দেশত চলিবলৈ ধৰে। ইহুদীসকলে গোন্ধ থকা গছৰ ছাল-বাকলি দি উপাসনা কৰিছিল। এই ছাল-বাকলিৰপৰাই সুগন্ধি আৰু ঔষধত ব্যৱহাৰ কৰা মেক্কা বোলচাম্ জাতীয় গছৰ এঠা ওলাইছে বুলি অনুমান কৰিব পাৰি। ইহুদীসকলে আইন অনুযায়ী মহিলাসকলক শুচি কৰোঁতে সুগন্ধি দ্ৰব্য ব্যৱহাৰ কৰিছিল। এই শুচি কৰা পদ্ধতি প্ৰায় এবছৰ ধৰি চলিছিল। এষ্টাৰ্ নামৰ কুমাৰী গৰাকীও এই কঠোৰ পৰীক্ষাৰ সন্মুখীন হ'ব লগা হৈছিল। ৰজা আহাচুয়েৰাছৰ আগত এষ্টাৰক থিয় কৰোৱা হৈছিল যাতে তেওঁ ৰজাৰ দৰ্শনৰ দ্বাৰা পবিত্ৰ হৈ সকলোতকৈ বেছি সৌন্দৰ্য্য আৰু সমাদৰ লাভ কৰিব পাৰে। সুগন্ধিৰ দ্বাৰা জুদিয়ে তেওঁৰ প্ৰেমিক হলফাৰণেচক বশ কৰি কেনেকৈ প্ৰজাসকলক পৰাধীনতাৰপৰা উদ্ধাৰ কৰিছিল তাৰ মনোমোহা কাহিনী শুনিবলৈ পাওঁহক।

বাইবেলত সুগন্ধি দ্ৰব্যৰ কথা অনেকবাৰ বৰ্ণনা কৰা হৈছে। এক্ক'ডাছত প্ৰথম বিৱৰণীতে কেনেকৈ বিবিধ শুকান দ্ৰব্য সংগ্ৰহ কৰি অতি মিহিকৈ পিহি গুড়ি কৰি ধূপ তৈয়াৰ কৰি গীৰ্জাঘৰৰ পবিত্ৰ মজিয়াত জ্বলাব লাগে উল্লেখ আছে।

ইহুদী মহিলাসকলে ইজিপ্তৰ মহিলাসকলৰ দৰেই তেওঁলোকৰ প্ৰসাধনৰ দ্ৰব্যসমূহ ব্যৱহাৰ কৰিছিল। স্নান কৰোঁতে তেওঁলোকে চাবোন জাতীয় এবিধ সুগন্ধি ব্যৱহাৰ কৰিছিল আৰু পানীত আঁতৰ ঢালি মলমলীয়া কৰি লৈছিল। জি অ'ন নামে ইহুদী এজনৰ গাভৰু ছোৱালীকেইজনী অঙ্গৰাগৰ বাবে প্ৰখ্যাত হৈ পৰিছিল। সিহঁতৰ বিতোপন চেহেৰা, বৈ পৰা চেলাউৰি, ধোঁৱা বৰণীয়া চকুকেইটাই বাটৰ মানুহক মতলীয়া কৰি তোলাত ইহুদীসকলৰ কৰ্তাসকলে জি অ'নৰ ছোৱালীকেইজনীক শাস্তি বিহিব লগা হ'ল। এই শাস্তি অনুযায়ী সিহঁতে সুগন্ধি প্ৰসাধনৰ পৰিবৰ্তি দুৰ্গন্ধ প্ৰলেপ, মূল্যবান অলঙ্কাৰৰ ঠাইত লোহাৰ গধুৰ বালা, পৰিপাটী দীঘল চুলিকোছাৰ পৰিবৰ্তে টকলা মূৰৰ শাস্তি ল'ব লগাত পৰিল। হিব্ৰুসকলে দীঘল চুলি ৰাখি ভাল পাইছিল। কিন্তু ইজিপ্তৰ পুৰুষসকলে চুলি-ডাড়ি খুৰাই ভাল পাইছিল। এব্ চালম্ নামৰ হিব্ৰু এজনৰ চুলিৰ ওজন প্ৰায় ছয় পাউণ্ড আছিল বুলি শুনা যায়। চুলিৰ যত্ন আৰু বন্ধাৰ নিয়ম, মূৰৰ সাজ-পোছাক প্ৰসাধনৰ অন্যতম অঙ্গ স্বৰূপে ইহুদী-সকলে বিবেচনা কৰিছিল। আজিৰ যুগতো চুলিৰ সৌন্দৰ্য্যৰ বাবে বিশেষ যত্ন লোৱা নাৰীস-মাজৰ এটা প্ৰচলিত নিয়ম। চুলিত বিভিন্ন গোন্ধতেল, চেম্প' আদি লোৱা প্ৰায় আধুনিকাৰে অভ্যাস। খোপাক অলঙ্কাৰ বা ফুলেৰে আৰু দেখনিয়াৰ কৰি তুলিবলৈ বহুতৰ আগ্ৰহ আছে। (আজিকালি কিছুমান পাটি-গাভৰুৱে ওপৰলৈ চুলি চুচি ওখকৈ চুলি বন্ধা ফেশ্যন ওলাইছে। ইয়াক এজন বন্ধুৱে "পক্ষৱ" ডিজাইন বোলা মনত পৰে। ইংৰাজীত ড্ৰামহেড্ বা টাইট কেবেজ বোলে)

ইৰাকৰ দুয়ো কাষে বৈ যোৱা টাইগ্ৰিছ আৰু ইউফ্ৰেটিচ্ নদীৰ লগত বহুত প্ৰাচীন সভ্যতা সোমাই আছে। সিন্ধু নদীক কেন্দ্ৰ কৰি যেনেকৈ এদিন ভাৰতীয় সভ্যতা গঢ়ি উঠিছিল, নীল নদীক কেন্দ্ৰ কৰি যেনেকৈ ইজিপ্তৰ সভ্যতাৰ সূচনা হৈছিল, ঠিক তেনেদৰেই খৃঃ পূঃ চাৰি হেজাৰ বছৰৰ আগৰেপৰা টাইগ্ৰিছ আৰু ইউফ্ৰেটিচ নদী দুখনক কেন্দ্ৰ কৰি এক গৌৰৱময় সভ্যতাই বৃহৎ ভূভাগ জুৰি মূৰ দাঙি উঠিছিল। এই ভূভাগক সেই যুগত মেছোপটেমিয়া বোলা

হৈছিল। মেছোপটেমিয়াৰ সমতলভূমি দুই অঞ্চলত ভগোৱা হৈছিল। উত্তৰ অঞ্চলক এচিৰীয়া আৰু দক্ষিণ অঞ্চলক বেবিলনীয়া বোলা হৈছিল। চুমেৰীয় বুলি এটা সভ্য জাতিয়ে মেছোপটেমিয়াত বাস কৰি কৃষ্টি-সভ্যতাৰ চৰম সীমাত উপনীত হৈছিলগৈ।

এচিৰীয়সকলে প্ৰচুৰ পৰিমাণে সুগন্ধি দ্ৰব্য ব্যৱহাৰ কৰিছিল। তেওঁলোকৰ দেশত তৈয়াৰ কৰা নানাবিধ সুগন্ধিৰ বাহিৰেও আৰব আদি ওচৰ-চুবুৰীয়া দেশৰপৰা বিৰাট পৰিমাণৰ সুগন্ধি দ্ৰব্য আমদানি কৰিছিল। ধুনপেচৰ চৰম সীমা পাইছিলগৈ অসুৰবানিপালৰ ৰাজত্বৰ সময়ত। তেতিয়া প্ৰায় ৬৫০ খৃঃ পূঃ। ৰজাই নিজেও প্ৰচুৰ পৰিমাণে সুগন্ধি দ্ৰব্য ব্যৱহাৰ কৰিছিল আৰু ছোৱালীৰ দৰে সাজপোছাক পিন্ধি ভাল পাইছিল। প্ৰবাদ আছে যে সুগন্ধি কোঠাৰ ধোঁৱাত সোমাই উশাহ-নিশাহ বন্ধ হৈ ৰজা অসুৰবানিপালৰ মৃত্যু ঘটে।

সুগন্ধি দ্ৰব্য আৰু মাল-মচলাৰ বাবে বেবিলন বিখ্যাত হৈ পৰিছিল। আজিকালিৰ পেৰিছ, লণ্ডন আদিৰ দৰে প্ৰাচীন যুগত বেবিলন আৰু এচিৰীয়াৰ প্ৰধান নগৰ নিনেভে' সুগন্ধি দ্ৰব্যৰ বাবে প্ৰধানতম কেন্দ্ৰ হৈ পৰিছিল। আৰবসকলে ইয়াৰপৰা সুগন্ধি কিনিছিল, তেওঁলোক এইবোৰৰ বেহা-বেপাৰ কৰি চহকী হৈছিল। বেবিলনৰ লোকসকলে আইনাৰ পাত্ৰ তৈয়াৰ কৰাত পাকৈত আছিল। এই পাত্ৰ-সমূহত আৰু মাৰ্বল পাথৰৰ বিতোপন পাত্ৰত সুগন্ধি দ্ৰব্য ভৰাই বহুত দিনলৈ থ'ব পৰা ব্যৱস্থা কৰিছিল। ইজিপ্তৰ মানুহৰ দৰে বেবিলনীয়সকলে গাত সুগন্ধি তেল লেপন কৰিছিল আৰু ঘৰত সুগন্ধি কাঠ জ্বলাই ভাল পাইছিল।

প্ৰাচীন বেবিলনৰ বিখ্যাত আকাশী উদ্যানখনত ফুলগছ ভৰি আছিল আৰু ইয়াক নেবুকাড্‌নেজাৰ নামৰ কেলদীয়ান ফৈদৰ ৰজা এজনে তেওঁৰ প্ৰিয়তমা ভাৰ্য্যা আমিতেছৰ সুখৰ বাবে সজাইছিল। এই উদ্যানখনক গ্ৰীকসকলে আচৰিত বস্তু বুলি বিবেচনা কৰিছিল। এইখন উদ্যান আচলতে ৰাজপ্ৰাসাদৰ মুধচত থকা বিৰাট ছালখনৰ ওপৰত বন্দোৱা ফুলৰ বাগিছাহে। মাটিৰপৰা বহুত ওপৰত থকা বাবে ইয়াক আকাশী উদ্যান বোলা হৈছিল। ৰাণী আমিতেছ পাৰস্য কুঁৱৰী আছিল আৰু ফুল ভাল পাইছিল। এই উদ্যানত বহি ৰাণীয়ে

দূৰ দিগন্তত থকা পাৰস্য দেশৰ কথা কল্পনা কৰিছিল আৰু বেবিলনৰ সৌন্দৰ্য্য উপভোগ কৰিছিল।

বিখ্যাত ইংৰাজ কবি মিল্টনে গাৰ্ডেন অব্ ইডেনৰ বৰ্ণনা 'পেৰ-ডাইচ লষ্ট'ত সুন্দৰকৈ দিছে। মেছোপটেমিয়াতে গাৰ্ডেন অব্ ইডেন আছিল বুলি ধাৰণা কৰিব পাৰি। ভগৱানে এই উদ্যানত সকলো উৎকৃষ্ট ফুল ফুলিবলৈ আদেশ দিছিল।

In this pleasent Soil,
His far more pleasent Garden God ordained
Out of the fertile ground, he caused to grow
All trees of noblest for sight, Smell, taste...

বেবিলনৰ লোকসকলৰ দৰে মেডাচসকলেও সুগন্ধি দ্ৰব্য আৰু প্ৰসাধনৰ ব্যৱহাৰ কৰি সুনাম অৰ্জন কৰিছিল। পাৰ্ছিয়ানসকলে মেডাচ সকলৰপৰা সুগন্ধি আৰু প্ৰসাধনৰ ব্যৱহাৰ শিকে।

ছিৰিয়াৰ ৰজা এনটিঅ'কাছ ইপিফানেছ সুগন্ধিৰ প্ৰধান ভক্ত আছিল। ডাফ্নেৰ ব্যায়াম খেলৰ আলহীসকলক গোলাপ জলৰ সুগন্ধি ছটিয়াবলৈ ৰজাই দুগৰাকী বিতোপন গাভৰু আৰু বিবিধ সুগন্ধি ধূপ জ্বলাবলৈ অনেক চেঙেলীয়া ল'ৰাক নিয়োগ কৰিছিল। খেলৰ মণ্ডপত সোমোৱাৰ লগে লগে দৰ্শকসকলৰ প্ৰত্যেককে পোন্ধৰখন সোণৰ থালত বিভিন্ন ধৰণৰ দ্ৰব্যৰে আদৰণী জনোৱা হৈছিল। ৰজাই বহমূলীয়া সুগন্ধিযুক্ত স্নান কৰি বিধে বিধে প্ৰসাধন ঘঁহি খেল পথাৰলৈ গৈছিল। এদিন ৰজা ইপিফানেছে ৰাজহুৱা স্নানঘৰত গা-ধুই থাকোঁতে এজন বাটৰুৱাই স্নান কৰা পানীৰ মলমলীয়া গোন্ধৰ আকৰ্ষণত ক'ব নোৱাৰা হৈ থৰ লাগি ৰ'ল। ৰজাৰ দৃষ্টিগোচৰ হ'লত বাটৰুৱাজনে কম্পিতস্বৰে উত্তৰ দিলে ঃ "হে পৰম সন্মানীয় সম্ৰাট! আপোনাৰ দৰে সুখীলোক এই সংসাৰত নোলাব। আপোনাৰ শৰীৰৰ সুগন্ধিয়ে মোক মতলীয়া কৰিছে। সুগন্ধি সাগৰত সোমাই আপুনি মহাসুখ লাভ কৰিছে।"

ৰজাই বাটৰুৱাৰ কথাত ৰং পালে। লিগিৰীহঁতক বাটৰুৱাজনৰ গাত সুগন্ধি পানী ঢালিবলৈ আদেশ দিলে। আনন্দৰ পৰিৱেশত

সুগন্ধিৰ সোৱাদ লবলৈ হেজাৰ-বিজাৰ দুখীয়া প্ৰজা গোটখাই বহু-মূলীয়া সুগন্ধিৰ পানী খাই গায়ে-মূৰে লবলৈ ধৰিলে। ৰজাই এই দৃশ্য পৰম তৃপ্তিৰে উপভোগ কৰি প্ৰজাৰ লগতে পিছল হৈ পৰা মজিয়াত নাচিবলৈ আৰম্ভ কৰিলে।

আৰবৰ দক্ষিণ অঞ্চলত থকা প্ৰাচীন ৰাজ্য ছেবাৰ লোকসকল সৌন্দৰ্য্য-সাধক আছিল। তেওঁলোকে অঙ্গৰাগত বিশেষ যত্ন লৈছিল। চিনামন (দালচিনি) জাতীয় দ্ৰব্য এওঁলোকৰ একচেতীয়া আছিল বুলি ক'লেও বঢ়াই কোৱা নহব। এইবিধ বস্তু সংগ্ৰহ কৰাৰ প্ৰথা এওঁ-লোকে প্ৰথমতে উলিয়ায়। প্ৰবাদ আছে যে চিনামন জাতীয় দ্ৰব্য ফণিক্স বোলা এবিধ চৰাইৰ বাহত পোৱা গৈছিল। এই বাহৰ চাৰিওফালে বোলে ভয়ঙ্কৰ বাদুলীয়ে পহৰা দি আছিল। ইহঁতে মানুহ অহা গম পালেই মানুহক আক্ৰমণ কৰি চকু আঁচুৰি ফালি পেলাইছিল। 'কেল্লামাছ' জাতীয় সুগন্ধি অতি গোপন অঞ্চলতহে পোৱা গৈছিল। ইয়াৰপৰা ছেবিয়ানসকলে মদ তৈয়াৰ কৰিছিল বুলি আখ্যানত আছে।

আৰবসকলে গ্ৰীক্‌সকলৰপৰা ৰসায়ন বিদ্যা শিকিছিল। নৱম আৰু দ্বাদশ শতিকাৰ মাজছোৱাত তেওঁলোকে চিকিৎসা বিজ্ঞানত মূল্যবান বৰঙণি দান কৰিছিল। 'এভিচিনা' নামৰ এজন চিকিৎসকে বিভিন্ন ঔষধ উলিয়াই সুনাম অৰ্জন কৰিছিল। জাবিৰ-বিন-হেয়ান নামৰ আন এজন চিকিৎসকে বহুতো ৰাসায়নিক দ্ৰব্য আৱিষ্কাৰ কৰিছিল। এৱেঁই বোলে বসন্ত বেমাৰৰ প্ৰথম লক্ষণসমূহ বৰ্ণনা কৰে। এভি-চিনাই কেনেকৈ ধোঁৱাৰ দৰে বেগেতে উৰি যোৱা গোন্ধ ফুলৰপৰা আহৰণ কৰি বিশেষ পাত্ৰত বহুদিনলৈ ৰাখিব পাৰি তাৰ ব্যৱস্থা উলিয়ালে। এৱেঁই প্ৰথমতে ৰাসায়নিক পদ্ধতিৰে "গোলাপজল" উলিওৱাৰ প্ৰথা আৱিষ্কাৰ কৰিলে। গোলাপ ফুলৰ দৰে সাৰ্বজনীন সুগন্ধি ফুল বোধকৰোঁ নোলাব।

আজি হেজাৰ হেজাৰ বছৰ ধৰি মধ্যপ্ৰাচ্যত গোলাপ ফুলৰ আদৰ চলি আহিছে। অতিথি আহিলে গোলাপ জলেৰে অভ্যাৰ্থনা জনোৱা আৰবসকলৰ অতি প্ৰাচীন প্ৰথা। গুলাপদানত বিশেষ যত্ন-সহকাৰে

গোলাপজল থৈ দিয়া হয়। ১১৮৭ চনত যেতিয়া চালাদ্দিনে জেৰু-জালেমত প্ৰবেশ কৰে তেতিয়া তাত থকা অমৰ মছজিদৰ বেৰ আৰু মজিয়াবিলাক গোলাপ জলেৰে ধুই পবিত্ৰ কৰা হৈছিল। কোনো দৰ্শকে মছজিদৰপৰা উভতি যাওঁতে লগত সুগন্ধি দ্ৰব্য লৈ যাবলৈ বিশেষ ব্যৱস্থা কৰা হৈছিল। বিধে বিধে সুগন্ধিপূৰ্ণ ধূপ-ধূনা জ্বলাই মছজিদৰ বাহিৰ-ভিতৰ প্ৰাঙ্গন সুগন্ধিময় কৰি ৰখা হৈছিল। পাছিয়ানসকলে গোলাপ ফুলক অতি আদৰ কৰিছিল। পাৰ্ছি কবি আৰু লিখকসকলে তেওঁলোকৰ লিখনিত গোলাপ ফুলক বিশেষ স্থান দিছিল। বিখ্যাত কবি চাদীৰ অমৰ লিখনি 'গুলিস্তান'ত গোলাপৰ সৌন্দৰ্য্য অতি মনোৰম কৰি বৰ্ণনা কৰা হৈছে।

চাদীয়ে কিতাপখনৰ প্ৰসঙ্গত কৈছিল, "উৰ্দাবিহেস্ত (ইংৰাজী বছৰৰ মে' মাহ)ৰ প্ৰথম দিনা মই এজন বন্ধুৰ সৈতে মোৰ ফুলৰ বাগিছা-খনতে ৰাতিটো কটাই সৌন্দৰ্য্য উপভোগ কৰিবলৈ ঠিক কৰিলো। গোটেই ফুলনিখন ফুলেৰে জাতিষ্কাৰ হৈ আছিল। আকাশ আছিল নিৰ্মল, কিন্তু উজ্জ্বল তৰাই আকাশখন জিক্‌মিকাই পেলাইছিল। গছৰ ওখ ডালত পৰি নাইটিংগেল চৰায়ে সুমধুৰ গীত গাইছিল, মৰম লগা গোলাপ ফুলৰ পাহিবিলাকত নিয়ৰৰ টোপাল পৰিছিল। এইবোৰ যেন ওফোন্দ পতা এজনী সুন্দৰী গাভৰুৰ গোলাপী গালেদি বৈ অহা অভিমানৰ চকুৰ পানীহে। ফুলনিবাৰীৰ মাজে মাজে থকা সৰু ঠেক বাটটো হাজাৰ বৰণীয়া হায়েচিন্থ ফুলেৰে আগুৰি আছিল। কাষেদি বৈ গৈছিল ফটফটীয়া পানীৰে এটি সৰু নিজৰা। এনে এটা অপূৰ্ব দৃশ্য উপভোগ কৰি থাকোতেই কেতিয়ানো ৰাতি পুৱাল ক'বকে নোৱাৰিলো। বন্ধুৱে আনন্দতে উল্লাসিত হৈ পুৱাৰ সূৰ্য্যৰ ৰেঙনিত জকমকাই উঠা গোলাপ ফুলবোৰ ছিঙি তেওঁৰ গাত লোৱা চাদৰখনতে ভৰাবলৈ ধৰিলে। বন্ধুৰ কাণ্ড দেখি মই কলো, এইবোৰ ফুল কিয় ছিঙিছা। আজিয়েই এইবোৰ মৰহি শুকাই যাব। মই কিন্তু এনে এটা কবিতা লিখিম যাৰ সৌৰভ কেতিয়াও ম্লান নপৰে। মোৰ কবিতা পুথিৰ নাম দিম গুলিস্তান—গোলাপ ফুলৰ বাগিছা। গোলাপ ফুলক মই অমৰ কৰিম।"

"What use are many flowers to thee, O man ?
Take thou one rose-leaf from my Gulistan.
A flower enduresth for a little day,
But this Rose-Garden shall delight for aye.

চাদীৰ গোলাপ আছিল প্ৰকৃত অৰ্থত সত্য। ভগৱানৰ মাহাত্ম্য এই সত্য অন্বেষণৰ দ্বাৰা প্ৰাণৱন্ত হৈ উঠিছিল। প্ৰকৃততে গুলিস্তান এখন জগতবিখ্যাত গ্ৰন্থ হৈ পৰিছিল—ইয়াত থকা মনোমোহা কাব্যিক বৰ্ণনাৰ বাবে। প্ৰায় ৬০ বছৰ বয়সৰ ডেওনা পাৰ কৰি চাদীয়ে পাৰ্ছিয়ান ভাষাত গদ্য পদ্য উভয়তে ইয়াক লিখি উলিয়ায়। গদ্যৰ মাজেদি সাধু আৰু কবিতাৰ মাজেদি নীতিবাক্য ইয়াত ফুটি ওলাইছিল। অৱশ্যে নীতিবাক্যৰ ক্ষেত্ৰত চাদীৰ ভাবধাৰাত কোৰাণৰ বাণীয়ে প্ৰভাৱ বিস্তাৰ কৰিছিল।

আৰবসকলে ভাল পোৱা অন্যতম উৎকৃষ্ট সুগন্ধি ফুলৰ ভিতৰত নাৰ্চিচাছ বিশেষ উল্লেখযোগ্য। এওঁলোকে গোলাপ ফুলৰ পাছতে এইবিধ ফুলক আদৰ কৰিছিল। এজন বিখ্যাত লিখকে কৈছিল, "যদি কাৰোবাৰ হাতত দুডোখৰ ৰুটি আছে তেওঁ কিছুমান নাৰ্চিচাছ ফুলৰ বিনিময়ত নিজ ভাগৰ এডোখৰ ৰুটি দিব পাৰে। ৰুটি প্ৰকৃততে শৰীৰৰহে আহাৰ, কিন্তু নাৰ্চিচাছ হৈছে আত্মাৰ আহাৰ।"

আৰবসকলৰ ধৰ্মত সুগন্ধি দ্ৰব্যসমূহক বিশেষ ঠাই দিয়া হৈছিল। হজৰত মহম্মদে কৈছিল ঃ "আৰবত তিনিটা বস্তুৱে, যথা তিৰোতা, ল'ৰা-ছোৱালী আৰু সুগন্ধি দ্ৰব্যই বিশেষ আনন্দ দিব পাৰিছিল।"

আৰবত যাদুবিদ্যাৰ বিশেষ চৰ্চা আছিল। ব্লেকমেজিক্ বা অনিষ্টকাৰী যাদুবিদ্যাৰ বাবে প্ৰাচীন আৰব প্ৰখ্যাত আছিল।

আৰবীয় প্ৰসাধনৰ ভিতৰত 'হেমচিয়া' নামৰ সামগ্ৰী উল্লেখযোগ্য। এইবিধ প্ৰসাধন ছাল পৰিষ্কাৰ কৰিবলৈ ব্যৱহাৰ কৰিছিল। আখ-ৰোট গছৰ শুকান বাকলি পুৰি আৰবীয়সকলে দাঁতৰ মাজোন তৈয়াৰ কৰিছিল। ইয়াক তেওঁলোকে চুয়েক বুলিছিল। তাৰমেনটিনা নামৰ এবিধ সুগন্ধি তেল আৰবসকলে লোমনাশকস্বৰূপে ব্যৱহাৰ কৰিছিল। ইয়াত অধিক পৰিমাণে টাৰপিন তেল মিহলি কৰা

হৈছিল। ‘স্কনাওদা’ নামৰ এবিধ সুগন্ধি মলম আৰবৰ মহিলাই মুখত প্ৰলেপৰূপে ব্যৱহাৰ কৰিছিল। ইয়াত বেনজইন (এবিধ সুগন্ধি গছৰ আঠা, ধুনা জাতীয়) আৰু জেছমিনৰ গোন্ধ মিশ্ৰিত আছিল। ‘কওৰেছ’ নামৰ সুগন্ধিত কস্তুৰী আৰু জাংফ্ৰাই ব্যৱহাৰ হৈছিল। হাৰেমৰ কুঁৱৰীসকলে কওৰেছ ব্যৱহাৰ কৰি বিশেষ আমোদ পাইছিল।

আৰবসকলে খোৱা ভিন ভিন আহাৰ-ব্যঞ্জনতো প্ৰচুৰ পৰিমাণে সুগন্ধি যুক্ত গৰমমছলা ব্যৱহাৰ কৰিছিল। বিভিন্ন ব্যঞ্জনতো গোলাপজল আৰু সুগন্ধি মছলা দি উৎকৃষ্ট আহাৰ তৈয়াৰ কৰাত আৰব দেশৰ লগত ফেৰ মাৰিব পৰা দেশ নাছিল। এই উৎকৃষ্ট আহাৰৰ সোৱাদ লবলৈ দেশ-বিদেশৰপৰা অতিথিৰ সমাগম হৈছিল। আজিও অৱশ্যে এইবোৰৰ আদৰ কমা নাই। বিভিন্ন সুগন্ধি সামগ্ৰীৰ লগতে অসমৰপৰা ‘অগৰু’ আৰব দেশলৈ ৰপ্তানি হৈছিল। আজি-কালিও অনেক বেপাৰীয়ে অসমৰপৰা আগৰ গছ আৰু ইয়াৰ তেল আৰবৰ মানুহক বহু মূল্যত বিক্ৰী কৰে।



# গ্ৰীচ আৰু ৰোমান সভ্যতাত অঙ্গৰাগ

খৃঃ পূঃ ৫০০ বছৰৰ আগত গ্ৰীক সভ্যতা যশস্যাৰ চৰম সীমা পাইছিলগৈ। প্ৰায় ২০০ বছৰ কাল বিয়পি গ্ৰীক্ সভ্যতাই ইউৰোপৰ দক্ষিণ-পূব অঞ্চলত থকা গ্ৰীচ উপদ্বীপত এক গৌৰৱময় বুৰঞ্জীৰ সৃষ্টি কৰে। বাণিজ্য, শিল্প, বিজ্ঞান, সাহিত্য, দৰ্শন, ইতিহাস, আইন, সঙ্গীত আদি সকলো বিষয়তে গ্ৰীকসকল আছিল আগৰণুৱা ; গ্ৰীক্-সকলৰ অসাধাৰণ কৃতিত্বই তেওঁলোকৰ সভ্যতাক যুগমীয়া কৰি ৰাখিছে। এথেন্স নগৰৰ সভ্যতাই সুসভ্য সকলো জাতিকে অনুপ্ৰেৰণা দিছিল। গ্ৰীক পণ্ডিতসকলে জ্ঞান, বিজ্ঞান, দৰ্শন, কলাশিল্প আদি সকলোতে বহুমূলীয়া বৰঙণি দি গৈছে।

চক্ৰেটিছ, প্লেটো, এৰিষ্টটল আদিৰ দৰে জগত বিখ্যাত দাৰ্শনিক গ্ৰীকসকলৰেই শ্ৰেষ্ঠ দান। চিকিৎসা বিদ্যাত হিপোক্ৰেটাছ, ইতিহাস বিষয়ত হিৰোডোটাছ আৰু থুচিডাইড্চ্ প্ৰসিদ্ধ পণ্ডিত আছিল। ছফক্লিচ আৰু এক্লোইলাছ প্ৰখ্যাত নাট্যকাৰ ৰূপে যাউতিযুগীয়া হৈ আছে। সাহিত্য ক্ষেত্ৰত ইউৰিপিডিছ, চিত্ৰকলাত ৰজা পেৰিক্লিছ, থেচ্চৰ পলিগনুটাছ, জিউক্চিছ এপেলাছ আদি বিশেষ উল্লেখযোগ্য। স্থাপত্য বিদ্যাত গ্ৰীকসকল কিমান উন্নত আছিল তাক উপলব্ধি কৰিব পাৰি তেওঁলোকৰ প্ৰাচীন ধ্বংসাৱশেষ বা সংৰক্ষিত বিভিন্ন মূৰ্তি-বিলাকলৈ চকু ফুৰালে। মহাকবি হোমাৰৰ ইলিয়াড্ আৰু ওডিছি নামৰ মহাকাব্য দুখনে প্ৰাচীন গ্ৰীকসকলৰ কৃষ্টি-সভ্যতাৰ বিষয়ে মহান সাহিত্য জগতবাসীৰ আগত দাঙি ধৰিছে।

গ্ৰীক সভ্যতাৰ ইতিহাসৰপৰা গ্ৰীচ দেশত ব্যৱহাৰ কৰা অনেক সুগন্ধি দ্ৰব্যৰ আভাস পাওঁহঁক। গ্ৰীকসকলে হিন্দুসকলৰ দৰে বহুতো দেৱ-দেৱীক পূজা-পাতল দিছিল ; সেইবাবে পূজা-পাতলৰো ব্যৱস্থা

আছিল বাহুল্য ধৰণৰ। কোনো ৰাজহুৱা কাম আৰম্ভ কৰাৰ আগেয়ে নানা ধৰণৰ যাগ-যজ্ঞ কৰা গ্ৰীকসকলৰ নিয়ম আছিল। গ্ৰীকসকলৰ প্ৰাচীন দেৱ-দেৱীৰ ভিতৰত জিউচ বিশেষ উল্লেখযোগ্য। এওঁক দেৱতাসকলৰ ৰজা বুলি বিশ্বাস কৰা হৈছিল। মিনাৰ্ভা আছিল জ্ঞানৰ অধিষ্ঠাত্ৰী দেৱী। যুদ্ধৰ দেৱতা মাৰ্ছ, অগ্নিদেৱতা ভালকান, যম ৰজা প্লুটো, সৌন্দৰ্য্যৰ দেৱী ভেনাছ। কিউপিড্ আছিল কামদেৱ প্ৰেমৰ অধিকৰ্ত্তা—দেৱতা। এপলো আছিল সূৰ্য্য দেৱতা, ডায়না চন্দ্ৰৰ দেৱী। ইয়াৰ বাহিৰেও অনেক দেৱ-দেৱীক গ্ৰীকসকলে পূজা কৰিছিল আৰু তেওঁলোকৰ তুষ্টিৰ বাবে জীৱ-জন্তু দান দিছিল। পূজা-পাৰ্বন, যাগ-যজ্ঞ সকলোতে সুগন্ধিৰ প্ৰচুৰ প্ৰয়োজন আছিল। সুগন্ধি ধূপ-ধূনা, তেল, মছলা, গছ-বন, ফুলপাত আদি দৈনন্দিন প্ৰয়োজনীয় দ্ৰব্য হৈ পৰিছিল।

গ্ৰীকসকলৰ মাঙ্গলিক অনুষ্ঠানত সুগন্ধি দ্ৰব্যৰ ব্যৱহাৰ বৰ বাহুল্য আছিল। গ্ৰীকসকলে বিশ্বাস কৰিছিল যে দেৱ-দেৱীসকল সুগন্ধি দ্ৰব্যৰ অতি প্ৰিয় ভক্ত। এওঁলোকে ব্যৱহাৰ কৰা অমৃত সুধা মৰ্ত্যৰ মানুহৰ বাবে দুৰ্লভ আছিল। ভক্তৰ কাতৰ প্ৰাৰ্থনাত তুষ্ট হৈ কোনো কোনো দেৱতাই মানুহক অমৃত দান কৰা কাহিনী বহুতো আছে। শোকাতুৰা পেনেলপক নিজৰ গাৰ সুগন্ধি ছটিয়াই দেৱতা পালছে আশীৰ্বাদ দান কৰিছিল। ছদ্মবেশী দেৱী এগৰাকীয়ে নৈ পাৰ কৰি দিয়াৰ বাবে সন্তুষ্ট হৈ সুগন্ধি ছটিয়াই নাৱৰীয়া ফা অনক' মনোমোহা ৰূপ দান কৰিছিল। ফা অন'ৰ ৰূপ-যৌৱন দেখি চাফ' নামৰ ধুনীয়া অপেশ্বৰী এগৰাকী ফা অন'ক পাবৰ বাবে মতলীয়া হৈ ঘূৰি ফুৰিছিল। আন এটা উপকথাত পোৱা যায় যে সুগন্ধিৰ মোহত ইউলেচিছক ক্ৰিৰ্‌চেই আবদ্ধ কৰি ৰাখিছিল। ট্ৰয়ৰ ৰাণী হেলেনৰ দৰে ৰূপহী গ্ৰীচ দেশত কোনোৱেই নাছিল। এওঁৰ ৰূপ আৰু অঙ্গৰাগে গ্ৰীক আৰু ট্ৰোজানসকলক বিপাঙত পেলাইছিল। মহাকবি হোমাৰৰ ইলিয়াডত ট্ৰোজান যুদ্ধৰ কথা বৰ্ণনা কৰা হৈছে। স্পাৰ্টাৰ ৰজা মেনেলাছৰ পত্নী হেলেনক ট্ৰয়ৰ ৰাজকুমাৰ পেৰিছে হৰণ কৰি নিয়া বিষয়বস্তুকে কেন্দ্ৰ কৰি গ্ৰীক সাহিত্যৰ অমূল্য সম্পদ ইলিয়াড আৰু ওডিছি ৰচিত হৈছিল।

প্ৰত্যেক গ্ৰীক পৰিয়ালৰ ঘৰত সুগন্ধিদ্ৰব্যৰ ব্যৱহাৰ হৈছিল। ঘৰত দিবৰ বাবে সুগন্ধিৰ পেৰা ৰখা হৈছিল। সকলো ৰাজকীয় অনুষ্ঠানত ফুলৰ প্ৰয়োজন বিশেষ অঙ্গস্বৰূপ আছিল। তোৰণ আদিও উৎকৃষ্ট ফুলজাৰিৰে সজোৱা হৈছিল। খোৱা আহাৰ-পানীত সুগন্ধি মিহলোৱা হৈছিল আৰু কাপোৰ-কানিও সুগন্ধি কাঠৰ পেৰাত ৰখা হৈছিল। শৰীৰৰ বিভিন্ন অঙ্গে অঙ্গে প্ৰসাধনৰ গোন্ধ আৰু সুগন্ধি ফুলে শোভা পাইছিল। আজিকালি আধুনিক মহিলাই ফেশ্যনৰ কথা আলোচনা কৰাৰ দৰে আগৰ দিনত গ্ৰীকসকলে অঙ্গৰাগৰ আলোচনা কৰিছিল আৰু প্ৰসাধন সামগ্ৰী বিক্ৰী কৰা দোকান-পোহাৰবোৰত খৰিদ্দাৰেৰে ভীৰ খাই পৰিছিল।

গ্ৰীকসকলৰ সাহিত্যত সৌন্দৰ্য্য চৰ্চা আৰু সুগন্ধিদ্ৰব্য ব্যৱহাৰ কৰা অনেক বিৱৰণ পোৱা যায়। এপল'নিয়াছৰ—"ট্ৰিটিছ অব্ পাৰফিউমছ" নামৰ পুথিত কোনবিধ সুগন্ধি ক'ৰপৰা তৈয়াৰ কৰা হৈছে, কোন ফুলৰ কি কি সুগন্ধি উৎপন্ন হয়, ক'ৰপৰা ধূপ-ধুনা আদি তৈয়াৰ কৰিব পাৰি, ইত্যাদি সবিশেষ বিৱৰণ পোৱা যায়। গ্ৰীক উদ্ভিদ পণ্ডিত থিঅ'ফ্ৰাছটাছে সুগন্ধিৰ গুণ বা অৱস্থা অনুসৰি শ্ৰেণী বিভাগ কৰে। তেলজাতীয় সুগন্ধিৰ দ্বাৰা কোনো বস্তু বহুত দিনলৈ কেনেকৈ থৈ দিব পাৰি থিঅ'ফ্ৰাছটাছে তাৰ উপায় উলিয়ায়। জলফাই, আদা, তিল প্ৰভৃতি তেল ব্যৱহাৰ কৰি বস্তু নেগেলাকৈ বহুত দিনলৈ থৈ দিব পৰা নিয়ম ইয়াৰ যোগেদিয়েই আমি পাইছোঁহঁক।

দৰৱত লগা সুগন্ধিবিলাকৰো এটা বিস্তৃত শ্ৰেণীবিভাগ কৰি থিঅ'ফ্ৰাছটাছে এটা ডাঙৰ অভাৱ পূৰণ কৰিছিল। মেগালাছ নামৰ আন এজন বিখ্যাত পণ্ডিতে সুগন্ধি দ্ৰব্যৰ বিষয়ে বিশেষ গৱেষণা কৰাৰ প্ৰমাণ পোৱা যায়। এওঁ আবিষ্কাৰ কৰা মেগালেয়ন নামৰ সুগন্ধি দৰৱত ব্যৱহাৰ কৰা হৈছিল। বিশেষকৈ ঘা পোৰণিত ইয়াৰ ব্যৱহাৰ অতি প্ৰয়োজনীয় আছিল। কুইন্স নামে বেলৰ দৰে এবিধ সুগন্ধি টেঙা ফলৰপৰা ৰস উলিয়াই গ্ৰহণী, পেটৰ বেমাৰ আদি ভাল কৰা উল্লেখ আছে। এথেঞ্চৰ পাৰণ নামেৰে এজন সুবিখ্যাত সুগন্ধি দ্ৰব্য বিক্ৰেতাৰ কথা গ্ৰীক সাহিত্যত পোৱা যায়। তেওঁৰ দোকানত সকলো ধৰণৰ লোকৰ সমাগম হৈছিল। পণ্ডিত,

দাৰ্শনিক, চিত্ৰকৰ, শাসনকৰ্তা, পুৰোহিত, বিচাৰপতি, সঙ্গীতজ্ঞ, কবি আদি সকলো ধৰণৰ ডা-ডাঙৰীয়াই পাৰণৰ দোকানৰ খৰিদ্দাৰ আছিল। পাৰণৰ মেলঘৰত বহি তেওঁলোকে নতুন সুগন্ধিৰ গুণাগুণ আলোচনা কৰিছিল আৰু লগে লগে ৰাজনীতিও চৰ্চা কৰিছিল। পাৰণৰ দোকানেই আছিল দৈনন্দিন বা-বাতৰিৰ কেন্দ্ৰস্বৰূপ। স্লিনিপ্‌পছ নামে অন্য এজন সুগন্ধি বিষয়ক পণ্ডিতৰ নাম আমি উল্লেখ কৰিব পাৰোঁ। পেৰিছৰ যাদুঘৰত এওঁৰ নামত ফুলৰ চিত্ৰ ৰখা হৈছে। বেকাৰিছ্ আৰু ছাগডাছ্ নামৰ দুবিধ অতি উৎকৃষ্ট সুগন্ধিৰ কথা গ্ৰীক সাহিত্যত ঘনাই পোৱা যায়।

গ্ৰীকসকলে মিছৰীয়সকলৰপৰা আৰামদায়ক স্নান কৰা নিয়ম গ্ৰহণ কৰে। অৱশ্যে নিজৰ সুবিধাৰ বাবে বহুতো সালসলনি কৰি গ্ৰীকসকলে স্নান কৰা প্ৰথা বহল কৰে। হোমাৰৰ লিখনিত পোৱা যায় যে প্ৰত্যেক গ্ৰীক পৰিয়ালৰ ঘৰত আলহীক স্নান কৰাই সুগন্ধি সনা হয়। সুগন্ধিপূৰ্ণ আহাৰ-পানীৰে আলহীক সোধ-পোচ কৰি ফুলৰ মালা পিন্ধোৱা হয়।

গ্ৰীকসকলৰ ধাৰণা যে বেছি মদ খাই মূৰত গৰম উঠিলে সুগন্ধি পানীৰে মূৰ ধুলে বহুতো আৰাম পোৱা যায়। বুকুত সুগন্ধি ঘঁহি হাওঁফাওঁ আদি শীতল কৰিব পাৰি। গ্ৰীকসকলে চাবোনৰ ব্যৱহাৰ বহুত দিনলৈকে নাজানিছিল। তেওঁলোকে গোন্ধ থকা মাটিৰে হাত-মুখ ধুইছিল। গ্ৰীকসকলে মদ খাই ভাল পাইছিল। মদত গোলাপ-জল, মৌ মিহলাই খাইছিল। কোনোৱে আকৌ বেছি গা-গৰম কৰিবলৈ এবিধ সুগন্ধি ৰজন সুৰাত মিলাই লৈছিল। মিডাইন বোলা এবিধ মূল্যবান সুৰাত এবিধ জলজলীয়া সুগন্ধি ৰস মিহলাই খাই গ্ৰীকসকলে আমোদ পাইছিল। গ্ৰীক পণ্ডিতসকলে এই অধিক মাত্ৰা সুগন্ধিৰ ব্যৱহাৰৰ বিষয়ে চোকা সমালোচনা কৰা দেখা গৈছিল। বিখ্যাত দাৰ্শনিক ছক্ৰেটিছে কৈছিল যে, "ব্যায়ামশালাতো অধিক মলমলীয়া গোন্ধ মই পাইছোঁ। ইয়াৰ দ্বাৰা ব্যায়ামশালা পুৰুষতকৈ মহিলাৰ বাবেহে বেছি কামত আহিব বুলি মই ভাবোঁ। এজন বন্দী আৰু এজন স্বাধীন মানুহে ব্যৱহাৰ কৰা গোন্ধতেল প্ৰকৃততে একে

ধৰণেই গোন্ধাব। কিন্তু কঠিন পৰিশ্ৰম] আৰু ব্যায়াম কৰিলে যি ঘাম বাহিৰ হয়, সেই ঘামৰ গোন্ধ আচলতে বীৰ আৰু স্বাধীন পুৰুষৰ লক্ষণ বুলি মই কওঁ।"

সুগন্ধি বিষয়ক চৰ্চা কৰা গ্ৰীক পণ্ডিত পাৰণ আৰু আন আন সকলৰ আগতে ধৰ্মযাজকসকলে দেৱতাবিশেষে সুগন্ধি দ্ৰব্য তৈয়াৰ কৰি পূজা-পাতলত ব্যৱহাৰ কৰিছিল। এইবোৰ পিছত বেয়া মানুহৰ হাতত পৰি যাদুবিদ্যা আৰু অসৎ উদ্দেশ্যৰ কামত লগোৱা হৈছিল। গ্ৰীচ দেশৰ উপকথাত এইবোৰ কাহিনীস্বৰূপে আমি পঢ়িবলৈ পাওঁহঁক। মিলট বোলা এজনী ধুনীয়া ছোৱালীক মিস্ত্ৰী কাম কৰা দুখীয়া বাপেকে ভৰণ-পোষণ দিব নোৱাৰাত তাই অসৎ লোকৰ ফুচুলনিত পৰি বেয়া কামত হাত দিলে। তাইৰ সুন্দৰ চেহেৰা লাহে লাহে মৰহি যাবলৈ ধৰিলে আৰু থুঁতৰিত এডোখৰ বেয়া ধৰণৰ সংক্ৰামক ঘা দেখা দিলে। ঘা বেছি হৈ ক্ৰমাৎ তাইৰ শৰীৰৰ অধঃপতন আৰম্ভ হল। উপায়হীনা হৈ মিলটে সৌন্দৰ্য্যৰ দেৱী ভেনাছৰ মন্দিৰলৈ গৈ সুগন্ধিৰে পৰিপূৰ্ণ নতুন ফুলৰ মালাৰে পুৱা-সন্ধিয়া দুয়ো বেলা প্ৰাৰ্থনা জনাবলৈ ধৰিলে। মিলটৰ কঠোৰ আৰাধনাত ভেনাছ মুগ্ধ হ'ল আৰু তাইক সপোন দেখুৱাই ক'লে যে মন্দিৰত দিয়া গোলাপ ফুল এপাহ দেৱীৰ থাপনাৰপৰা আনি যদি তাই ঘা ডোখৰত লগাই দিয়ে, তেন্তে তাইৰ সকলো বেমাৰ দূৰ হ'ব। পিছদিনা পুৱাই তাই মন্দিৰলৈ গৈ পূজা দি তাৰপৰা এপাহি গোলাপ ফুল লৈ আহিল আৰু ঘাবোৰত লগাবলৈ ধৰিলে। কি কথা! ঘাবোৰ তৎক্ষণাৎ ভাল হবলৈ ধৰিলে আৰু তাই সুন্দৰ ৰূপ-লাৱণ্যৰে ফুটো ফুটো উজ্জ্বল চেহেৰা লাভ কৰিলে। তাইক গোলাপ ফুলৰ দৰে মৰম লগা দেখি সকলো মুগ্ধ হ'ল। অৱশেষত চাইৰাছ নামৰ এজন ৰজাৰ পাটৰাণী হৈ মিলট ৰাজ-সিংহাসনত উঠিল। গোলাপ ফুলৰ অদ্ভুত প্ৰভাৱৰ বিষয় এনেকুৱা অলেখ উপকথা গ্ৰীক সাহিত্যত পোৱা যায়।

গোলাপ ফুলক ভগবানৰ অতি আদৰৰ সুগন্ধি দ্ৰব্য বুলি গ্ৰীক-পূজাৰীসকলে বিশ্বাস কৰিছিল।

গোলাপ ফুলৰ দ্বাৰা কিছুমান ছালৰ ঘা আৰু চকুৰ পোৰণি ভাল হয় বুলি আজিও কিছুমান ধাৰণা আমাৰ আছে। অনেক

ঔষধত গোলাপজল ব্যৱহাৰ কৰা হয়। এই ধাৰণা গ্ৰীচ দেশৰ পৰা আহিছে।

ফিল'নাইডেছ নামৰ চিকিৎসক এজনে কেনেকৈ ফুলৰ মালা প্ৰথমে আবিষ্কাৰ কৰে তাৰ বিৱৰণ গ্ৰীক সাহিত্যত পোৱা যায়। এদিন এজন মানুহৰ অতিপাত মূৰ কামুৰিছিল। বেচেৰাই তথ নাপাই হাতৰ তলুৱাৰে চকুৰ ভ্ৰূ-যুগল পিহি দিলে। এনে কৰাত তেওঁ বৰ আৰাম পালে আৰু কপালত এডাল পটি বান্ধি থলে। এই পটি বন্ধাৰ পৰা মূৰত পিন্ধা ফুলৰ মালা আৰু মুকুট বা টুপী পিন্ধা প্ৰথা আবিষ্কাৰ হ'ল বুলি গ্ৰীকসকলে বিশ্বাস কৰিছিল। এই প্ৰথাৰে মূৰ ঠাণ্ডা ৰখা হৈছিল। গোলাপ ফুলৰ মালা মূৰত পিন্ধি প্ৰাচীন কালত গ্ৰীকসকলে মূৰ ঠাণ্ডা কৰিছিল। মূৰ কামুৰিলে নাইবা মূৰত বিষ উঠিলে আজিও মানুহে মূৰত গামোচা এখন আঁটি মাৰি থোৱা দেখিবলৈ পোৱা যায়।

গ্ৰীকসকলে বিভিন্ন বস্তুৰ সহায়ত সুগন্ধি দ্ৰব্য তৈয়াৰ কৰিছিল। অসংখ্য দ্ৰব্যৰ সংমিশ্ৰণত তৈয়াৰ কৰা সুগন্ধি বিশেষ উৎকৃষ্ট বুলি তেওঁলোকৰ ধাৰণা। তেওঁলোকে এলকানেট্ আৰু খুমা জাতীয় গছৰ গুৰি থেতেলিয়াই তাৰ ৰসৰপৰা মাৰ্জৰম নামৰ এবিধ সুগন্ধি উলিয়াইছিল। ইয়াৰ গোন্ধ আমাৰ ধনীয়া, পদুনাৰ দৰে মলমলীয়া আছিল।

মিছৰীয়সকলৰ দৰে গ্ৰীক মহিলায়ো প্ৰায় একে ধৰণেৰে সুগন্ধি-প্ৰসাধন ব্যৱহাৰ কৰিছিল। চকুত কাজলজাতীয় ৰঙ, মুখমণ্ডলত বগা গুড়ি, ওঁঠত আৰু গালত ৰঙচুৱা গুড়ি ব্যৱহাৰ কৰিছিল। চুলিত কলপ লগোৱা প্ৰথা পুৰুষ-মহিলা উভয়ৰে বিলাসৰ প্ৰথা আছিল। কৃত্ৰিম চুলি তেওঁলোকে ব্যৱহাৰ কৰি ভাল পাইছিল।

এথেন্সত থকা বিচাৰ সভাই গ্ৰীক মহিলাসকলৰ পিন্ধন-উৰণ, অঙ্গৰাগ আদিৰ বিষয়ে বিশেষ লক্ষ্য ৰাখিছিল। অমাৰ্জিত ৰুচি আৰু অসঙ্গত অঙ্গৰাগৰ বাবে মাজে-সময়ে আইন ৰচনা কৰা নিয়ম সমাজত প্ৰচলন আছিল। পুৰুষেও মহিলাৰ দৰে পখাৰ নিচিনাকৈ চুলি পকাই ওপৰ ফালে এটা গাঁঠি মাৰি নাইবা মুকুটৰ দৰে বান্ধি ভাল পাইছিল। চুলি আঁচোৰাৰ বিভিন্ন প্ৰকাৰৰ ষ্টাইল গ্ৰীক

মহিলাসকলৰ মাজত প্ৰিয় আছিল। গ্ৰীক সভ্যতালৈ মন কৰিলে ৰুচি অনুযায়ী ভিন ভিন সময়ত ভিন ভিন ৰূপৰ কেশবিন্যাস দেখিবলৈ পোৱা যায়। কিছুমান প্ৰথা আজিও আধুনিক সমাজত প্ৰচলিত হৈ আছে।

মৃত ব্যক্তিক সুগন্ধিৰে সন্মান প্ৰদৰ্শন কৰা নিয়ম প্ৰাচীন কালৰে-পৰা চলি আহিছে। উদ্যোগী মানুহে যেনেকৈ তেওঁৰ ইষ্ট দেৱতাক ধূপ-ধূনা জ্বলাই ফুল-ফলেৰে প্ৰাৰ্থনা কৰে, ঠিক তেনেকৈ মৃত ব্যক্তিকো সন্মান জনাবলৈ, শ্ৰদ্ধা নিবেদন কৰিবলৈ যুগ যুগ ধৰি মানুহে বন্তি জ্বলায়, ধূপ-ধূনা দিয়ে, ফুল-ফল অৰ্পণ কৰে। মিছৰ, গ্ৰীচ আদিতো এই নিয়ম হেজাৰ হেজাৰ বছৰ ধৰি চলি আহিছে। ভাৰততো এই নিয়ম সন্মান প্ৰদৰ্শনৰ অপৰিহাৰ্য্য অঙ্গস্বৰূপ। গান্ধীজীৰ সমাধিত ফুলৰ মালাৰে শ্ৰদ্ধাঞ্জলি নিবেদন কৰাটো বিদেশী অতিথিসকলৰ ভাৰত ভ্ৰমণৰ প্ৰথম কাৰ্য্যসূচী বুলি ক'ব পাৰি। ফুলৰ সৌৰভ আৰু সুগন্ধিয়ে মৃত ব্যক্তিৰ আত্মাক তুষ্ট কৰে আৰু সুগন্ধিৰ বতাহে স্বৰ্গলৈ লৈ যায়। ফুলৰ সুঘ্ৰাণে আত্মাক পাপ কৰ্মৰপৰা মুক্ত কৰে আৰু সংস্কাৰ কৰি কল্যাণ সাধন কৰে। হিন্দুসকলৰ শ-সৎকাৰত সুগন্ধিৰ প্ৰয়োজন বৰ বেছি। মৃত ব্যক্তিক ধুৱাই-মেলি, পৰিধান বস্ত্ৰ গুচাই, মাটিত কুশ পাৰি শুৱাই, গাত ঘিউ, মৌ আদি সুগন্ধি দ্ৰব্য সানিব লাগে। তাৰ পাছত নতুন বস্ত্ৰ পিন্ধাই ফুলৰ মালা, চন্দন, অগৰু লগাব লাগে। ভাৰতত সুগন্ধি দ্ৰব্যৰ ব্যৱহাৰ প্ৰসঙ্গত এইবোৰ কথা বিশদভাৱে আলোচনা কৰা হৈছে।

গ্ৰীকসকলেও মৃত লোকৰ সৎকাৰ কৰোঁতে বাহুল্যৰূপে সুগন্ধি দ্ৰব্য ব্যৱহাৰ কৰিছিল। মূল্যবান সুগন্ধি দ্ৰব্য দিবলৈ অসমৰ্থ দুখীয়া মানুহে কফিনৰ বাকচত ফুলৰ লগতে সুগন্ধিৰ পাত্ৰ এটাকে আঁকি দিয়াৰ ব্যৱস্থা আছিল।

ৰোমান সভ্যতাই এক যুগমীয়া কীৰ্তিস্তম্ভ স্থাপন কৰি গৈছে। গ্ৰীকসকলৰ দৰেই এওঁলোক বহুমুখী প্ৰতিভাৰ উচ্চস্তৰত উঠি সমগ্ৰ পৃথিৱীৰ ভিতৰতে এটা প্ৰবল পৰাক্ৰমী জাতিস্বৰূপে যশস্যা অৰ্জন কৰিবলৈ সমৰ্থ হৈছিল। ৰোমানসকলৰ বৰগুণি সভ্যতাৰ ইতিহাসত চিৰস্মৰণীয় হৈ থাকিব।

প্ৰাচীন গ্ৰীকসকলৰ দৰে ৰোমানসকলে সুগন্ধি দ্ৰব্যৰ বাবে জগত প্ৰখ্যাত হৈ পৰিছিল। প্ৰথম অৱস্থাত সুখবিলাস বা সুকুমাৰ কলাৰ প্ৰতি তেওঁলোকৰ বিশেষ ৰাপ নাছিল। যুদ্ধ কৰি তেওঁলোকে ভাল পাইছিল। দেশ জয় কৰি ৰোমান সাম্ৰাজ্য বিস্তাৰ কৰাত তেওঁলোকে বেছি সময় অতিবাহিত কৰিব লগাত পৰিছিল। ইটালী দেশৰ দক্ষিণাঞ্চলত অৱস্থিত মেগ্‌নাগ্ৰেচীয়া নামৰ দেশখন গ্ৰীচ শাসনাধীনৰপৰা অধিকাৰ কৰিবলৈ যাওঁতে ৰোমানসকলে প্ৰথমতে সুগন্ধিৰ সোৱাদ পায়। ইয়াৰ আগতে অতি কমসংখ্যক লোকেহে ৰোমত সুগন্ধি দ্ৰব্যৰ ব্যৱহাৰ জানিছিল। বেয়া গ্ৰহ আঁতৰ কৰিবলৈ ঘৰৰ সমুখত সুগন্ধিযুক্ত বনলতা আঁৰি থোৱা হৈছিল। যাজকসকলে ফুল-ফল দি ইষ্টদেৱতাক সাধাৰণভাৱে পূজা-পাতল দিছিল। তেজপাত জাতীয় গছৰ ডালপাত বা কেইটিমান শস্যৰ গুটি নাইবা অলপমান নিমখ মাত্ৰ পূজা-পাতলৰ উপকৰণ আছিল। পিচত পৰাজিত কৰা গ্ৰীচৰ অঞ্চলবিলাকৰ পৰা ৰোমানসকলে লাহে লাহে সৌন্দৰ্য্যতত্ত্ব উপলব্ধি কৰে আৰু সেইবোৰ চৰ্চা কৰিবলৈ ধৰে। কালক্ৰমত এই বিষয়ত গ্ৰীক আৰু মিছৰীয়সকলকো সৌন্দৰ্য্য উপাসনাত ৰোমানসকলে চেৰ পেলালে। ৰোমানসকলৰপৰাই ইউৰোপলৈ সুগন্ধিৰ ব্যৱহাৰ প্ৰচাৰ হ'ল।

ধৰ্ম অনুষ্ঠানত গ্ৰীক আৰু ৰোমানসকলৰ একে ধৰণৰ উপাসনাৰ ব্যৱস্থা আছিল বুলি ক'ব পাৰি। অকল নামকৰণতহে দেৱ-দেৱীসকল বেলেগ আছিল। যুঁজ-বাগৰত ব্যস্ত থাকিব লগা হোৱাত সম্ভৱতঃ ৰোমানবিলাকে ধৰ্মবিষয়ত বিশেষ চিন্তা কৰিবলৈ সময় নাপাইছিল আৰু গ্ৰীকসকলৰ প্ৰায়বিলাক ৰীতি-নীতি নিজৰ সুবিধা-অসুবিধা অনুযায়ী ইফাল-সিফাল কৰি গ্ৰহণ কৰিছিল। ৰোমানসকলে বেলেগ বেলেগ উপাসনাৰ মন্দিৰলৈ বয়বস্তু অনা-নিয়া কৰিবৰ বাবে আৰু ফল-ফুল, উপচাৰ-নৈবেদ্য, ধূপ-ধূনা, বন্তি, সুগন্ধি তেল প্ৰভৃতি কঢ়িয়াবৰ নিমিত্তে এবিধ ৰথ (ঘোঁৰাই টনা গাড়ী) উলিয়াইছিল।

টিটিনাছ মেনাছ নামে চিচিলিয়ান এজনে ৰোম দেশত প্ৰথমে ডাঢ়ি-গোঁফ খুৰোৱা প্ৰথা উলিয়ায়। তেওঁ চিচিলৰপৰা কেইজনমান নাপিত আনি ৰোমত থকা হাৰকুলেছ মন্দিৰৰ কাষতে দোকান

খুলিলে। ৰোমৰ ডা-ডাঙৰীয়াসকলে নতুন ফেশ্যন গ্ৰহণ কৰি দীঘল ডাড়ি-গোঁফ খুৰাই নিমজ, দেখনিয়াৰ চেহেৰা লাভ কৰিলে। দোকানত ব্যৱহাৰ কৰা নানান সুগন্ধি তেলে ৰোমানসকলক দূৰৰপৰা আকৰ্ষণ কৰিছিল। টিচিনাছ মেনাছৰ ব্যৱসায় চাওঁতে চাওঁতে নদন-বদন হৈ পৰিল। সম্ৰাট হেড্ৰিয়ানৰ দিনলৈকে ডাড়িগোঁফ খুৰোৱা অভ্যাস ৰোমত চলি আছিল। সম্ৰাট হেড্ৰিয়ানে আকৌ ডাড়ি-গোঁফ ৰখা আৰম্ভ কৰিলে। সম্ৰাটৰ গালত টেমুনা এটা আছিল। গালতো সৰু-বৰ অনেক দাগ থকাত সম্ৰাটে এইবোৰ ঢাকিবলৈ দীঘল ডাড়ি-গোঁফ ৰাখিব লগা হ'ল। সম্ৰাটক ভাল লগাবৰ বাবে ৰাজ-সভাৰ সভাসদ্‌সকলে ডাড়ি-গোঁফ ৰাখিবলৈ ধৰিলে। লাহে লাহে ৰোম দেশৰ সকলোৰে এই কামত যত্ন লবলৈ ধৰাত নাপিতৰ প্ৰয়োজন নোহোৱা হ'ল। ডাড়ি-গোঁফৰ লগতে চুলিৰো সৌন্দৰ্য্য বৃদ্ধি কৰিবলৈ ৰোমানসকলে নানান সুগন্ধি দ্ৰব্য ব্যৱহাৰ কৰিবলৈ ধৰিলে। চুলিত তেলতেলীয়াকৈ সুগন্ধি তেল ঘঁহি এওঁলোক দেখনিয়াৰ হৈ পৰিল। এছিয়াত ৰোমান সাম্ৰাজ্য বিস্তাৰৰ লগে লগে এছিয়াৰপৰা বিভিন্ন ধৰণৰ সুগন্ধি দ্ৰব্য ৰোমলৈ আমদানি হৈছিল। জুলিয়াছ চিজাৰে ৰোমলৈ অহা সুগন্ধিৰ বিৰাট সোঁত বন্ধ কৰিবলৈ যত্ন কৰিছিল। কিন্তু হতাশ হ'ব লগাত পৰিল। ৰোমত সুগন্ধিৰ ব্যৱহাৰ নিয়ন্ত্ৰণ হওক চাৰি ক্ৰমাৎ বৃদ্ধিহে পাবলৈ ধৰিলে। সম্ৰাট অথ'ৰ আমোলত ইয়াৰ ব্যৱহাৰে চৰম সীমা পাইছিলগৈ। অথ' নিজেও প্ৰসাধনৰ প্ৰধান ভক্ত আছিল। যুদ্ধযাত্ৰাৰ লগত অন্যান্য সামগ্ৰীৰ লগতে বহুত ধৰণৰ সুগন্ধি দ্ৰব্য অথ'ই নিজৰ ব্যৱহাৰৰ বাবে ভাৰীৰ কান্ধত লৈ গৈছিল। যুদ্ধৰ আগতে সম্ৰাটে বিধে বিধে প্ৰসাধন আৰু সুগন্ধি লোৱা অভ্যাসক বিখ্যাত কবি জুভেনালে তেওঁৰ ব্যঙ্গাত্মক কবিতাত বৰ্ণনা কৰি গৈছে।

"A looking-glass must load the Imperial car,
The most important carriage of the war ;
Galba to kill he thought a general's part ;
But as a courtier used the nicest art—

To keep his skin from tan ; before
the fight would paint and see
His Soiled complexion right."

নিৰ' নামৰ এজন ৰোমান সম্রাটেও সুগন্ধিৰ ব্যৱহাৰ কৰি বিখ্যাত হৈ পৰিছিল। এবাৰ এখন শৰদাহত নিৰ'ই ইমান সুগন্ধি তেল জ্বলাইছিল যে ইয়াৰ পৰিমাণ সমগ্ৰ আৰব দেশত তৈয়াৰ হোৱা দহ বছৰৰ মুঠ সুগন্ধিৰ পৰিমাণতকৈয়ো বেছি আছিল। নিৰ'ৰ ৰাজপ্রাসাদৰ আলহী ঘৰত চালৰপৰা বাগৰি ঝিৰ্ঝিৰকৈ সুগন্ধি বেণু মজিয়াত পৰিছিল।

আনহাতে, বিখ্যাত পণ্ডিত অভিদে তেওঁৰ লিখনি 'দি আৰ্ট অব্ লাভ' নামৰ পুথিত ৰোমানসকলক অধিক মাত্ৰা সুগন্ধি ব্যৱহাৰ কৰাৰ পৰা দূৰত থাকিবলৈ উপদেশ দিছিল। তেওঁ লিখিছিল যে সাধাৰণ পৰিষ্কাৰ-পৰিচ্ছন্নতা আৰু পৰিপাটিৰ ভিতৰেদিহে লোকৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ শিকিব লাগে। 'ব্যায়াম খেলৰ দ্বাৰা, কঠোৰ পৰিশ্ৰমৰ দ্বাৰাহে তোমাৰ শৰীৰ আটিল হ'ব। তোমাৰ সাজ-পোছাক ৰুচি-বিৰোধী হোৱা অযুগুত। যি পোছাক পিন্ধা, তাকে পৰিষ্কাৰ কৰি পৰিপাটিকৈ পিন্ধিবা। জোতাযোৰ উৰ্বলি যাবলৈ নিদিবা। তোমাৰ দাঁত সদায় নিকাকৈ ৰাখিবা। চুলি বেছি হলেই ভাল নাপিতেৰে কটাই পেলাবা। তোমাৰ নখবিলাক যাতে দীঘল হবলৈ নাপায় চকু ৰাখিবা। অসৎ চৰিত্ৰৰ তিৰোতাৰপৰা সদায় দূৰত থাকিবা।'

প্ৰাচীন ৰোমানসকলৰ স্নান কৰা পদ্ধতি বিশেষ উল্লেখযোগ্য আছিল। ৰাজহুৱা স্নানঘৰবোৰে ৰোমানসকলৰ বহুতো কৃষ্টি-সভ্যতা দাঙি ধৰিছিল। অৱশ্যে মিছৰীয় অৱদানৰপৰাই স্নান কৰাৰ বিভিন্ন প্ৰথা নতুন ৰূপেৰে অন্যান্য দেশলৈ প্ৰবেশ কৰে। ৰোমানসকলে গাত কাপোৰ প্ৰায়ে নলৈছিল। শুদা গাৰে তেওঁলোকে সুঠাম, বলিষ্ঠ দেহা উলিয়াই ফুৰিছিল। ভৰিত মোজাও তেওঁলোকে নিপিন্ধিছিল। ভালকৈ স্নান কৰি শৰীৰৰ ধুলি-মাকতি গুচাই পেলোৱা সেইবাবে তেওঁলোকৰ প্ৰয়োজনীয় নিয়ম হৈ পৰিছিল। থাৰমেৰ ধ্বংসাৱশেষ-বিলাকলৈ মন কৰিলে উপলব্ধি কৰিব পাৰি যে যশস্যাৰ উচ্চ শিখৰত

থাকোঁতে ৰোমানসকলে শৰীৰৰ বাবে কিমান যত্ন লৈছিল। ৰজা-মহাৰজা, ডা-ডাঙৰীয়াৰ বাহিৰেও যাতে সাধাৰণ প্ৰজাই সহজতে স্নান কৰি বিশুদ্ধতা অৱলম্বন কৰিব পাৰে তাৰবাবে ৰোমান সম্ৰাট-সকলে ৰাজহুৱা স্নানঘৰ কৰাই দিছিল। এইবোৰত বিভিন্ন বিষয়ৰ চৰ্চা কৰিবলৈ গ্ৰন্থাগাৰ, যাদুঘৰ, আলোচনা কেন্দ্ৰ, ব্যায়ামশালা, শিল্প-কলাৰ উৎকৃষ্ট প্ৰদৰ্শনী আদি একোৰে অভাৱ নাছিল। জিৰণিঘৰ, ভোজনশালা, আলহীঘৰ, মনোমোহা উদ্যান, খেল-পথাৰ আদি সকলো ব্যৱস্থাৰে স্নানঘৰ পৰিপূৰ্ণ আছিল। এই স্নানঘৰবোৰৰ লগত ৰোমান সভ্যতাৰ সকলো নিদৰ্শন সোমাই আছে। দুহেজাৰ বছৰৰো অধিক দিনৰ আগতে থকা এই উচ্চখাপৰ সভ্যতাই ৰোমানসকলৰ নাম যাউতিযুগীয়া কৰি গৈছে। স্নান কৰাৰ কিছু চমু বিৱৰণ নিদিলে আলোচনা সম্পূৰ্ণ নহ'ব।

স্নান ঘৰৰ চৌহদত সোমাই স্নান কৰিবলৈ যোৱা লোকজনে তেওঁৰ গাৰ কাপোৰ খুলি ৰখীয়াক দিয়ে। ইয়াৰ পাছত খালি গাৰে চাবোন জাতীয় দ্ৰব্য থকা ঘৰলৈ যায়। ইয়াক "অংকশ্চুৰিয়াম্" বোলা হয়। ইয়াৰ আকাৰ এটা দীঘলীয়া ঘৰৰ দৰে। মাৰ্বল পাথৰৰ ৰেকবোৰত ওলোমাই বিধে বিধে সুগন্ধি চাবোন, মালিচ দ্ৰব্য, তেল, মলম আদি সজোৱা থাকে। গা ধুবলৈ যোৱাৰ আগতে এইবোৰ বচিয়াকৈ ঘঁহি-মেলি শীতল পানী থকা পুখুৰীলৈ যোৱা নিয়ম। ইয়াক "ফ্ৰিজিডেৰিয়াম্" বোলা হয়। ইয়াত সাধাৰণভাৱে গা-পা পৰিষ্কাৰ কৰি ধূলি-মাকতি গুচোৱা হয়। ইয়াৰ পাচতে কুহুমীয়া পানীৰ পুখুৰীলৈ গৈ গা ধুব লাগে। ইয়াক "টেপিডেৰিয়াম" বোলা হয়। টেপিডেৰিয়ামৰ পাচত গৰম পানীৰ পুখুৰীত গা-ধোৱা নিয়ম। ইয়াক "কেলডেৰিয়াম্" বোলা হয়। ইয়াত গা ঘঁহি পৰিষ্কাৰ কৰা হয়। ইয়াৰ পাচতে ব্ৰঞ্জৰ ফণিৰে মুৰ আঁচোৰা হয়। এই ফণিক "ষ্ট্ৰিজিল" বোলা হৈছিল। খৰচ কৰিব পৰা লোকে ভাড়াতীয়া লোকৰ হতুৱাই মুৰ আঁচোৰাই লবৰ সুবিধা আছিল। ডা-ডাঙৰীয়াসকলে ঘৰৰ পৰা লিগিৰা-লিকচৌ লৈ আহিছিল—গা ধোওঁতে যাৱতীয় জা-যোগাৰ কৰি আলপৈচান ধৰিবলৈ। গা ধোৱা পৰ্ব শেষ হলে গা ভালকৈ মচি ব'দ লোৱা নিয়ম। গা মালিচ কৰাটো অতি আৱশ্যকীয় অঙ্গ

যাবে স্নান কৰাৰ আগতে আৰু পাছতো সুগন্ধি তেল-টেঙাৰে গাৰ ছালত সোমাই যোৱাকৈ মালিচ কৰা হয়। ধনী লোকে মালিচ কৰিবলৈ লগুৱা লগত লৈ আহে। গা-পা ধুই কাপোৰ-কানি পিন্ধি শীতল কোঠালীত গৈ ক্ষন্তেক জিৰণি লোৱা হয় আৰু পাচত সুগন্ধি আঁতৰ লগাই মলমলীয়া হৈ ৰোমানসকলে নতুন উৎসাহ আৰু উদ্দীপনাৰে নিজ নিজ কামলৈ যায়গৈ।

সম্রাট হেড্রিয়ানৰ আমোলত ৰাজহুৱা স্নান ঘৰৰ প্ৰতি ৰোমান-সকলৰ আকৰ্ষণে চৰম সীমা পাইছিলগৈ। হেড্রিয়ানে মাজে-সময়ে ৰাজহুৱা স্নানাগাৰত প্ৰজাৰ লগত স্নান কৰি ভাল পাইছিল। এদিন তেওঁ গা-ধুই থাকোঁতে দেখিলে যে কিছু দূৰত যুদ্ধত ঘূণীয়া হোৱা এজন বুঢ়া সৈনিকে নিজে পিঠিখন ঘঁহিব নোৱাৰি মাৰ্বল পাথৰৰ বেৰখনত পিঠিখন লগাই পৰিষ্কাৰ কৰিছে। এই দৃশ্য দেখি হেড্রিয়ানে অভিভূত হৈ বুঢ়া সৈন্যজনক আলপৈচান ধৰিবলৈ দুটা লগুৱা দান কৰিলে আৰু লগুৱা দুটাক ৰাজভঁৰালৰপৰা ভৰণ-পোষণ দিবলৈ মোটা ধনৰো ব্যৱস্থা কৰি দিলে। এই দৃশ্য আন দুটা বুঢ়া সৈন্যই চাই আছিল। লগৰ বুঢ়া সৈন্যজনৰ সৌভাগ্য দেখি সিহঁতৰ হিংসা লাগিল। সিহঁতে এটা বুদ্ধি সাজিলে। সম্রাট যেতিয়া আন এদিন স্নান ঘৰলৈ আহিল, সিহঁত দুটাই ঘূণীয়া সৈন্যৰ ভাও ধৰি মাৰ্বল পাথৰৰ বেৰত সম্রাটক দেখুৱাই দেখুৱাই পিঠি ঘঁহিবলৈ ধৰিলে। হেড্ৰিয়ানৰ চকুত সিহঁতৰ দুষ্ট বুদ্ধি ধৰা পৰিবলৈ আৰু বেছি সময় নালাগিল। সিহঁতক ওচৰলৈ মতাই আনি ইটোৰ পিঠিত সিটোৰ পিঠি লগাই ঘঁহি থাকিবলৈ হুকুম দিলে।

অংকশ্বৰিয়ামত থকা সুগন্ধিবোৰত যদিও ভিন্ ভিন্ গোন্ধ মিহলোৱা থাকে তথাপি সকলোতে গোলাপৰ গোন্ধৰ প্ৰাদুৰ্ভাৱ আৰু জনপ্ৰিয়তা বেছি। গোলাপৰ বাহিৰেও নাচিছাছ ফুলৰ লগত কুইন্স জাতীয় ফলৰ ৰস মিহলাই মেলিনাম নামৰ সুগন্ধি দ্ৰব্য ৰোমান-সকলে ব্যৱহাৰ কৰিছিল। মিশ্ৰিত সুগন্ধিৰ সমাদৰ বেছি আছিল। ইয়াৰ ভিতৰত "সুশিনন" বিখ্যাত। এই সুগন্ধিত ভেটফুল, মৌ, দালচেনি, ইলাচি, নেমু, আদা আদিৰ ৰস মিহলি আছিল। আনধৰ

পৰিচালনা কৰাত অনেক ধন খৰচ হৈছিল বাবে পাচলৈ হাটবাৰতহে ইয়াক সৰ্বসাধাৰণৰ বাবে খোলা হৈছিল। ৰোমান তিৰোতাসকলে ঘৰুৱা স্নানঘৰতে বিভিন্ন সুগন্ধিৰে স্নান কৰিছিল। স্নান কৰা প্ৰথা অৱশ্যে একেই আছিল।

ৰোম ৰাজ্যৰ সম্ভ্ৰান্ত, উচ্চবংশৰ মহিলাসকলৰ সময়ৰ অভাৱ নাছিল। তেওঁলোকে লাহ-বিলাহত থাকি সৌন্দৰ্য্যৰ সাধনা কৰিছিল। অঙ্গৰাগৰ বাবে তেওঁলোকে বিশেষ যত্ন লৈছিল আৰু বিভিন্ন ৰুচিৰ সাজ-পোছাক পিন্ধিছিল। তেওঁলোকৰ প্ৰসাধন আড়ম্বৰপূৰ্ণ আছিল। বহুত সময় ধৰি ৰোমান মহিলাসকলে ধুন-পেচ মাৰি বাংহালী হৈ নিজকে শুৱনি কৰি ভাল পাইছিল। তেওঁলোকৰ এই বাহুল্য প্ৰসাধন পৰ্বক "ৰূপহীৰ পৃথিবীখন" বুলি বহুতে বৰ্ণনা কৰিছিল। জুভেনালে তেওঁৰ ব্যঙ্গ কবিতাত এই ৰোমান মহিলাসকলক "প্ৰসাধন কুঁৱৰী" বুলি আখ্যা দিছিল। এই প্ৰসাধন কুঁৱৰীসকলক আলপৈচান ধৰিবলৈ বেলেগ বেলেগ বংশ আৰু জাতৰ লিগিৰী সংগ্ৰহ কৰা হৈছিল। ইয়াত বগী আৰু ক'লী দুয়ো জাতৰ লিগিৰী বছা হৈছিল। এইবিলাকক ৰোমানসকলে কজমেটেকু বুলিছিল। ইয়াৰ পৰাই ইংৰাজী শব্দ cosmetics ওলাইছে। প্ৰত্যেকজনী লিগিৰীয়ে বেলেগ বেলেগ আলপৈচান ধৰি ৰাজকুমাৰীৰ সৌন্দৰ্য্য বৰ্দ্ধনৰ সহায়িকা হৈছিল। কামত গাফিলি কৰিলে নাইবা অসাৱধান হলে গুৰুতৰ শাস্তি লিগিৰীহঁতৰ কপালত লিখা আছিল।

দৈনন্দিন আহাৰ-পানীৰ দৰেই ৰোমানসকলে সুগন্ধি দ্ৰব্য ব্যৱহাৰ কৰিছিল। অনেকে আকৌ বেছি মাত্ৰা সুগন্ধি ঘঁহি জধে মধে পইচাও পানী কৰিছিল। কেতিয়াবা প্ৰসাধনত ইমান পইচা খৰচ হৈছিল যে খোৱাবোৱাত নাটনি পৰি আনৰপৰা ধাৰ কৰি সংসাৰ চলাব লগাত পৰিছিল। চাৰ্বাকে কোৱাৰ দৰে "ঋণং কৃত্বা ঘৃতং পিবেৎ" অৰ্থাৎ ধাৰ কৰি হলেও ঘিউ খাব লাগে। ৰোমান সকলেৰো এই কথাই কামত ফলিয়াইছিল।

মাৰচিয়েল, জুভেনাল আদিয়ে ৰোমানসকলৰ অঙ্গৰাগৰ মাত্ৰা বেছি হোৱাত অৱশ্যে ৰোমান মহিলাসকলক সতৰ্ক কৰিছিল।

তেওঁলোকে লিখনিৰ যোগেদি ৰোমান জাতিৰ ধোঁৱাখুলীয়া স্বভাৱক ধ্বংসৰ প্ৰথম পদক্ষেপ বুলি বৰ্ণনা কৰিছিল। জুভেনালে তেওঁৰ এটা ব্যঙ্গ কবিতাত লিখিছিল, "এজন ৰোমান স্বামীৰ বাবে নিজৰ স্ত্ৰীৰ প্ৰকৃত ৰূপটোৰ দৰ্শন লাভ কৰাটো পৰম সৌভাগ্যৰ কথা আছিল ; যেতিয়ালৈকে প্ৰসাধনৰ টেবুলৰপৰা উঠি নাহে তেতিয়ালৈকে স্বামীৰ লগত স্ত্ৰীৰ সাক্ষাৎ হোৱাটো সম্ভৱ নহয়। বাহিৰ ভ্ৰমণলৈ ওলাবৰ সময়ত ক্ষন্তেকৰ বাবে দেখা হবৰ বাবে বেচেৰা স্বামীয়ে দুৱাৰমুখত অপেক্ষা কৰি থাকিব লগাত পৰিছিল। কেতিয়াবা হয়তো স্ত্ৰীৰ সুদৰ্শন নঘটিছিল।"

নিৰ' নামৰ ৰোমান সম্ৰাটজনৰ ৰাণীয়ে সদায় গাধৰ গাখীৰেৰে গা ধুইছিল। যেতিয়া ৰোমৰপৰা তেওঁক বাহিৰ কৰা হৈছিল ৰাণীয়ে লগত পঞ্চাশটা গাধ ৰোমৰপৰা লৈ যাবলৈ প্ৰাৰ্থনা জনাইছিল। সম্ৰাটেও ৰাণীৰ এই প্ৰাৰ্থনা পূৰণ কৰিছিল।

অভিদ নামৰ পণ্ডিত জনে অঙ্গৰাগৰ বিষয়ে এখন মূল্যবান গ্ৰন্থ লিখিছিল। দুৰ্ভাগ্যবশতঃ এইখন পুথিৰ বহুত অংশ লুপ্ত পালে। যিখিনি সংগ্ৰহ কৰি ৰখা হৈছে সেইখিনি অমূল্য সম্পদ বুলি গ্ৰন্থাগাৰিকসকলে মত প্ৰকাশ কৰিছে। ইয়াত প্ৰসাধনৰ বিভিন্ন প্ৰণালী বৰ্ণনা কৰা হৈছে।

ৰোমান মহিলাই চুলিৰ সৌন্দৰ্য্য চৰ্চা কৰিছিল। স্বাভাৱিক চুলিত সোণালী বা অন্য উজ্জ্বল ৰূপালী ৰঙৰ বোল সানি ভাল পাইছিল। চুলিত এই ধৰণেৰে উজ্জ্বল কৰা প্ৰথাকে "চেম্পু" বুলিছিল। সম্ভৱ এই প্ৰথাৰ পৰাই আমি ব্যৱহাৰ কৰা 'চাবোন' ওলাইছে। ৰোমানসকলে ছাগলীৰ চৰ্বি, উজ্জ্বল কৰা এবিধ ছাঁই বা গুড়ি মিহলাই মূৰত ঘঁহা এবিধ কলপ উলিয়াইছিল। অৱশ্যে অনেক মহিলাই ক'লাচুলিকে ৰাখি ভাল পাইছিল। চুলিত বিভিন্ন ৰং ব্যৱহাৰ কৰি অনেক মহিলাই সৌন্দৰ্য্য বৃদ্ধি কৰক চাৰি নষ্টহে কৰিছিল। এই প্ৰসঙ্গতে অভিদে তেওঁৰ প্ৰিয়তমাক দিয়া উপদেশ বিশেষ উল্লেখযোগ্য।

"মই তোমাক চুলিত কৃত্ৰিম ৰং লগোৱা অভ্যাসটো এৰিবলৈ বাৰে বাৰে উপদেশ দিয়া নাছিলোঁ নে ? এতিয়া তুমি আক্ষেপ কৰিলে কি

হ'ব। তোমাৰ আজি স্বাভাৱিক চুলিৰ সৌন্দৰ্য্য নোহোৱা হৈ কৃত্ৰিম ৰঙৰ চুলিয়ে শোভা পাইছে। কিন্তু কলপ লোৱাৰ আগতে তোমাৰ নিজৰ চুলিকোচা আঠুলৈকে বৈ পৰিছিল। ইমান ধুনীয়া মৰম লগা চুলিটাৰি ফণিৰে আঁচুৰিবলৈকে তুমি দেখোন বেয়া পাই ছিলা। দুই-এডাল চুলি সৰিলে তুমি সেইকেইডাল তুলি মেলি আনি অইনৰ যাতে মুখ নালাগে—লুকাই থৈছিলা। আজি তুমি বেজাৰ কৰিলে কি হ'ব। ৰং-চঙত ভোল গৈ তুমি নিজ হাতেৰেই দুৰ্দশা মাতি আনিলা। নিজ হাতেৰেই মৰত বিহ ঘঁহিলা। এতিয়া জাৰ্মান দেশত দাসীয়ে বিক্ৰী কৰা চুলি আনি তুমি ব্যৱহাৰ কৰিব লাগিব। পৰাধীন দেশৰপৰা কৃত্ৰিম চুলি আনি তুমি মূৰৰ সৌন্দৰ্য্য বঢ়াব লাগিব। এই সৌন্দৰ্য্য দেখি তোমাক হয়তো বহুতে প্ৰশংসা কৰিব, নানান উপমা দিব। কিন্তু তুমি প্ৰশংসা শুনি আনন্দ লাভ কৰিব নোৱাৰিবা। তোমাৰ মুখখনি লাজতে ৰঙা পৰি উঠিব। তুমি হয়তো নিজেই কৈ উঠিবা: "এই চুলিকোছা আচলতে কৃত্ৰিম চুলিহে। কিনি আনি মই পিন্ধিছোঁ। ইয়াৰ জৰিয়তে মই দহৰ প্ৰশংসা লাভ কৰিছোঁ। মানুহে মোৰ সৌন্দৰ্য্যক 'চিকেমবাৰ' নামৰ জনজাতীয় কুমাৰীৰ স্বাভাৱিক ৰূপ-লাৱণ্যৰ লগত তুলনা কৰিছে। আয়ৈ দেহি! এদিন এনে এটা দিন আছিল যিদিনা সঁচাকৈয়ে এই প্ৰশংসাৰ যোগ্যা মই আছিলোঁ।"......

আজি চুলিত ব্যৱহাৰ কৰিবলৈ নাইলনৰ টাৰ্চেল, বোল, ডনেট, ক্লুইচ ঘৰে ঘৰে সোমাইছে। যিসকলে এইবোৰ ব্যৱহাৰ কৰিছে তেখেতসকলৰ জ্ঞাতাৰ্থে ওপৰৰ কথাখিনি উদ্ধৃত কৰা হৈছে। অৱশ্যে যাৰ চুলি সৰি পাতল হৈ গৈছে, নাইবা চুলি সৰা ববে বোপ, বেণী আদি বান্ধিবলৈ অসুবিধা হৈছে তেখেতসকলে এই কৃত্ৰিম চুলি ব্যৱহাৰ নকৰিলে উপায় নাই।

এবাৰ মোৰ এজন বন্ধু কলিকতালৈ গৈছিল। আগতে কলি-কতালৈ যোৱা নাছিল। যোৱাৰ আগতে ঘৰৰ নানান ফৰ্মাচৰ লগতে তেওঁৰ পৰিবাৰে একোছা কৃত্ৰিম চুলি লৈ আহিবলৈ অনুৰোধ কৰিলে। বান্ধৱী হাজৰিকাই লোৱা চুলিকোছাও আনি গিৰিয়েকক দেখুৱালে। "ঠিক এনেকুৱা একোছাকে আনিব। এই কোছাৰে খোপা বান্ধিলে মানুহে আচল নে নকল ধৰিবলৈ সাধ্য নাই।

মোৰ চুলিও সৰি তালু ওলাল। চুলি যি কেইডাল বৈছেগৈ তাৰে গাঠিকে এটা মাৰিবলৈ নোজোৰে। অপর্ণা বৰুৱাৰ ইমান ধুনীয়া খোপাটোৰ কথা সেইদিনা আপুনি কোৱাহি নাছিল জানো? তেওঁ আচলতে ছুইছ্ ব্যৱহাৰ কৰি ওপৰলৈ তুলি নেট মাৰিছে। মোলৈ একো আনিব নালাগে, চুলি একোছাকে আনিব। কলিকতাত বহুত ভাল ভাল চুলি পায়। নাপাহৰিব আৰু'......।"

বন্ধুৱে নোট-বুকত লিখি থলে। এক নম্বৰ—"মৃদুলাৰ বাবে চুলি।" কলিকতাত যাৱতীয় কাম-কাজখিনি শেষ কৰি বন্ধুৱে চুলি বিচাৰি বজাৰ পালেগৈ। কলিকতা হেন চহৰত কৃত্রিম চুলিৰ কি অভাৱ আছে? ৰাস্তাই-ঘাটে, দোকানে-বজাৰে সকলোতে থৈ দিয়া হৈছে ভিন্ন ভিন্ন ধৰণৰ ভিন্ন ভিন্ন দামৰ নাইলন, ৰিয়েল আদিৰ চুলিৰ টার্চেল, ছুইচ, ৰোল......। ফেশ্যনৰ বোধকৰোঁ উজান উঠিছে......। স্বাভাৱিক চুলিবোৰ ক'লৈ গ'ল? ইত্যাদি হেজাৰ-বিজাৰ প্রশ্নই বন্ধুক চঞ্চল কৰি তুলিছিল। পাঁচ-ছখন দোকান ঘূৰি অৱশেষত নিউমার্কেটৰপৰা একোছা চুলি স্ত্রী মৃদুলাৰ বাবে কিনি পেলালে।

কলিকতাৰপৰা ঘূৰি আহি যেতিয়া ঘৰ পালেহি, ল'ৰা-ছোৱালীৰ লগতে পৰিবাৰেও কলিকতাৰপৰা কি কি আনিছে অন্বেষণ কৰাত লাগিল। .....আল্‌ফুলকৈ প্লাষ্টিকৰ বেগত বান্ধি অনা চুলি ডালত হাত পৰিল। যেন ইন্দ্ৰৰপৰা পাৰিজাতহে আনি তেওঁৰ হাতত দিলেহি।

আবেলি মৃদুলাই স্বামীৰ লগত বান্ধৱী হাজৰিকাৰ ঘৰলৈ সান্ধ্য ভ্রমণৰ বাবে ওলাবলৈ প্র'গ্রেম কৰিলে। বন্ধুৰ জিৰণি লোৱাৰ আগ্রহত বাগী কুঠাৰ পৰিল। মৃদুলাই প্রসাধনত বেছি সময় লৈ খোপা বন্ধা পর্ব আৰম্ভ কৰিলে। এদিন মিছেছ হাজৰিকাই মৃদুলাৰ পাতল চুলিকোছা দেখি ইতিকিং কৰি হাঁহিছিল। আজিকালি আধুনিক যুগত ইমানবোৰ উপায় থাকোঁতে ইমান সককৈ খোপা বান্ধেনে? দেখিবলৈ শুৱনি কৰি খোপা বান্ধিবলৈ শিকিব লাগে। এইটো এটা আর্ট....। গার্বনীয়া মৃদুলাই অৱশ্যে

সেই সময়ত কৃত্রিম চুলিৰ নাম গোন্ধেই পোৱা নাছিল। ইজনী-সিজনীকৈ দহজনী বান্ধবীয়ে কৃত্রিম চুলি লৈ গুৱনি, ৰূপহী হোৱা গুপুত কথাৰ উৱাদিহ পাই মৃদুলাই গিৰিয়েকক সময় নাই অসময় নাই চুলি একোছা আনিবলৈ ব্যতিব্যস্ত কৰি তুলিছিল। আজি সেই দেৱৰো দুৰ্লভ হেন কলিকতাৰপৰা অনা চুলিকোছা হাতত লৈ একান্ত মনেৰে মৃদুলাই অতীতৰ বহুতো কথাই ভাবিবলৈ ধৰিলে। হাতৰ কোমল স্পৰ্শ পাই চুলিকোছা যেন সজীৱ হৈ উঠিল। এয়া কি? মৃদুলাই ভালকৈ চালে। পকা চুলি যেন দেখিছোঁ। বাহিৰলৈ উলিয়াই পোহৰত এডাল এডালকৈ চাবলৈ ধৰিলে।

এডাল, দুডাল, তিনিডাল কেইবাডালো পকা চুলি। মৃদুলাৰ গা কঁপিবলৈ ধৰিলে। আলফুলকৈ ধৰা চুলিকোছা হাতৰপৰা মাটিত পৰি গ'ল। গিৰিয়েকে তেন্তে মৃদুলাক ফাকি দিলে। মৰা মানুহৰ চুলি আনিবলৈতো গিৰিয়েকক কোৱা নাছিল। মৃদুলাৰ মূৰত যেন সৰগ ভাগি পৰিল। চুলিকোছা আকৌ নিঃসংকোচ মনেৰে হাতত তুলি ললে। কিজানিবা, নহয়! এইবাৰ তন্ন তন্নকৈ চুলি কোছা মেলি মেলি পৰীক্ষা কৰিবলৈ ধৰিলে। এইবোৰ দেখোন ওকণি, লেখি ওকণি,⋯⋯ ছিঃ ছিঃ মোক মৰা মানুহৰ চুলি পিন্ধাই মাৰিব খুজিছিল। মৃদুলাই কান্দিবলৈ ধৰিলে। সময় অতীত হৈ যাবৰ উপক্ৰম হোৱাত বন্ধুৱে পৰিবাৰক বিচাৰি বাৰাণ্ডা পালেগৈ। আউলি-বাউলি হৈ পত্নী তলমূৰ কৰি মাটিত বহি আছে। "হেৰা কি হ'ল? নোযোৱা নেকি? চুলিকোছা দেখোন পৰি আছে, কোনে দলিয়াই পেলালে?" মৃদুলাৰ উত্তৰ নাই। মূক-মৌন-বধিৰ। বন্ধুৱে গাত ধৰি মৃদুলাক মাতিলে। তথাপি উত্তৰ নাই। কি হ'ল। ডাক্তৰক মাতিব লাগিল। মূৰ ঘূৰালে নেকি? এইবোৰ কথাই যেনিবা জ্বলা জুইত ঘিউহে ঢালিলে। মৃদুলাই ৰণচণ্ডী মূৰ্তি ধৰি গৰ্জি উঠিল: "এইবোৰ, এইবোৰ কি? মৰা মানুহৰ চুলি, লেখি ওকণিয়ে লেই লেই হৈ আছে। মই এইবোৰ আনিবলৈ কৈছিলোঁ নেকি?" বন্ধুৱে পৰিস্থিতিটো আয়ত্ত কৰাত পলম নালাগিল। কলিকতাৰপৰা বিয়েল চুলি আনি কি অঘটন ঘটালে তেওঁ এতিয়া উপলব্ধি কৰিলে।

নাইলন, টেৰিলিন আদিৰ কৃত্ৰিম টাৰ্চেল একোছাকে অনাহৈঁতেন। সেইবোৰতো পকা চুলি, ওকণি নোলালহেঁতেন। হমুনিয়াহ এটা কাঢ়ি মাটিত পৰি থকা চুলিকোছা বুটলি লৈ বন্ধু বাহিৰ পালেগৈ।

ওপৰত উল্লেখ কৰা ঘটনাটো ব্যতিক্ৰম। আজি ফেশ্যনৰ কথা কওঁতে কৃত্ৰিম চুলিৰ বিপক্ষে কৰা মন্তব্য অশোভনীয়। দুঃচিন্তা, কঠোৰ পৰিশ্ৰম, শাৰীৰিক অসুখ-অশান্তি, অনিদ্ৰা, অভাৱ-অনাটনৰ মাজত জীৱন অতিবাহিত কৰোতে স্বাভাৱিক চুলিৰ সৌন্দৰ্য্য অক্ষুণ্ণ ৰখা অনেকৰ বাবে সম্ভৱ নহয়। অথচ একোছা ধুনীয়া চুলিৰে নিজৰ চেহেৰা দেখনীয়াৰ কৰি ৰাখিবলৈ ধনী-দুখীয়া সকলোৱে কামনা কৰে। অতি ধুনীয়া মুখ আৰু উজ্জ্বল দেহ-লাৱণ্যক একোছা যত্ন-হীন, নিস্তেজ অনাকৰ্ষণীয় চুলিয়ে বহুত পৰিমাণে ম্লান কৰি পেলাব পাৰে—এই কথা নুই কৰিব নোৱাৰি। বিভিন্ন উপায়ৰ কেশ পৰিচৰ্য্যা, চেম্পু ব্যৱহাৰ, কলপ ব্যৱহাৰ (Hair Dye), কৃত্ৰিম চুলি বা ছুইচ (Switch) ব্যৱহাৰ আজি বহুতৰ দৈনন্দিন জীৱনৰ লগৰী হৈ পৰিছে। মুখখনৰ লগত সংগতি ৰাখি বঢ়িয়াকৈ শুৱাই খোপাটো মাৰিব পাৰিলে, মেলি ধৰা চুলি কোছা ভালকৈ ফণিয়াব বা ব্ৰাচ মাৰি লব পাৰিলে এগৰাকী সচেতন যুৱতীয়ে এখন উজ্জ্বল মুখৰ গৌৰৱ আশা কৰিব পাৰে। স্বাভাৱিক চুলি অটুট ৰাখিবলৈ মূৰৰ যত্ন নিতান্ত প্ৰয়োজন। চুলি অত্যন্ত কোমল বস্তু, সেইবাবে ধৈৰ্য্য আৰু সাৱধানতাৰে উপযুক্ত যত্ন লব লাগে। যাৰে তাৰে কথা শুনি, সস্তীয়া বিজ্ঞাপনৰ কথাত ভোল যোৱা ঠিক নহয়। ৰোমত এদিন কৃত্ৰিম চুলিৰ আকৰ্ষণে পুৰুষ-মহিলা উভয়কে মতলীয়া কৰিছিল। তেওঁলোকে জ্ঞান হেৰুৱাই, স্বাভাৱিক চুলি খুৰাই কৃত্ৰিম 'উইগ' ব্যৱহাৰ কৰি ধুন-পেচ মাৰিছিল, সমাজৰো অমঙ্গল ঘটাইছিল।



# ইটালী আৰু ফ্ৰান্স

ইটালী আৰু ফ্ৰান্সত সুগন্ধি দ্ৰব্যৰ ব্যৱহাৰৰ লিখিত বিবৰণী ১৫ শতিকাৰপৰাহে জনা যায়। অৱশ্যে ইয়াৰ আগতে যে অঙ্গৰাগৰ আদৰ এই দুই দেশত নাছিল এনে নহয়। ১৫ শতিকাত ইটালীত সুকুমাৰ কলাই চৰম সীমা পাইছিলগৈ। এই সময়ত লাহ-বিলাহ, ধুন-পেচৰ বাবে ইটালী প্ৰখ্যাত আছিল। পূব দেশৰপৰা ভেনিচ্ চহৰলৈ বেপাৰীসকলে সুগন্ধি দ্ৰব্য আনি ব্যৱসায় চলাইছিল। ফ্লৰেন্সত দেশীয় সামগ্ৰীয়ে বিশেষ সমাদৰ লাভ কৰিছিল।

ইটালীত ধৰ্মযাজকসকলে সাহিত্য, কলা, শিল্প আদিৰ ক্ষেত্ৰত অপূৰণীয় বৰঙনি দান কৰি গৈছে। এওঁলোকে উদ্ভিদ বিদ্যাৰ বিশেষ চৰ্চা কৰিছিল। গীৰ্জাৰ প্ৰাঙ্গণত প্ৰাকৃতিক সৌন্দৰ্য্য বৃদ্ধি কৰিবলৈ বিধে বিধে মূল্যবান গছ-গছনি, ফুলজাৰি লগাই চালে-চকুৰোৱা কৰিছিল। ১৫০৮ চনত ফ্লৰেন্সৰ 'চান্টা মেৰিয়া নভেলা' নামৰ গীৰ্জাত সুগন্ধি দ্ৰব্য তৈয়াৰ কৰিবৰ বাবে গবেষণাগাৰ স্থাপন কৰা হৈছিল। এই গবেষণাগাৰত বিশেষকৈ ছাল, বাকলি, শিপা, ফুল-পাতৰ ৰস উলিয়াই ৰাসায়নিক গুণাগুণ পৰীক্ষা কৰিছিল আৰু ইয়াৰপৰা বিভিন্ন ঔষধ-পাতি আবিষ্কাৰ কৰিছিল। এই ঔষধ দূৰ দেশলৈ ৰপ্তানি হৈছিল আৰু বিশেষ ফলদায়কৰূপে জনসাধাৰণে গ্ৰহণ কৰিছিল। আনজিঅ'লপালাদিনি নামৰ ইটালীয় ধৰ্মযাজক এজনে ছালত ঘঁহা এবিধ সুগন্ধি মলম আবিষ্কাৰ কৰে। এওঁ ভেটফুলৰ ৰসৰপৰা এবিধ সুগন্ধি প্ৰসাধনো উলিয়াই যশস্যা অৰ্জন কৰে।

১৭০৭ চনত লুদিভিক' বাৰ জিজেটি নামৰ আন এজন ধৰ্মযাজকে 'লাইফ্ ইলিক্জৰ' নামৰ এবিধ বলকাৰক ঔষধ আবিষ্কাৰ কৰে।

অন্য এজনে "চিনকনা ইলিকজাৰ" উলিয়ায়। চিনকনা জাতীয় গছৰ ছালৰপৰাই মেলেৰীয়া জ্বৰৰ মহৌষধ 'কুইনাইন' ওলাইছে। ইটালীৰ গীৰ্জাসমূহত নিয়মিতভাৱে তৈলজ দ্ৰব্যৰ গৱেষণা হোৱাৰ ফলত বহুতো মূল্যবান ঔষধ মানৱ সেৱাৰ বাবে আজিও ব্যৱহাৰ হৈ আছে।

ইটালীত প্ৰথমতে গুড়ি পাউদাৰ আৰু টান মলম জাতীয় সুগন্ধিৰ ব্যৱহাৰ হৈছিল। এইবোৰ হাতীদাঁতৰ বা মূল্যবান পাথৰৰ সৰু টেমাত সাৱধানেৰে সংৰক্ষণ কৰা হৈছিল। এই টেমাবোৰক "পিলেট-নিয়াৰছ" বোলা হৈছিল। লণ্ডন, পেৰিছ আদি চহৰলৈ এইবোৰ ব্যৱসায়ৰ বাবে পঠোৱা হৈছিল। সমাজৰ ধনী সম্প্ৰদায়ে বহু মূল্যত এইবোৰ কিনি ব্যৱহাৰ কৰিছিল আৰু লগত লৈ ফুৰিছিল। বেয়া নৰ্দমাৰ বা গেলা-পঁচা গোন্ধ নাকত লাগিলে লগত লৈ ফুৰোৱা এই সুগন্ধি টেমাবোৰৰ ঘ্ৰাণ লৈ ভ্ৰমণ-বিলাসীয়ে ৰক্ষা পাইছিল।

মাৰকু-চিঅ' ফ্ৰেন্দিপানি নামৰ লোক এজনে শুকান সুগন্ধিৰ গুড়ি সুৰাৰ লগত মিহলাই প্ৰথম জুলীয়া সুগন্ধি আঁতৰ আৱিষ্কাৰ কৰে। এই আঁতৰ বহুত দিনলৈ ৰাখিব পৰা গৈছিল। এইজন উদ্ভিদবিদ পণ্ডিতে কলম্বাছৰ লগত সাগৰ-যাত্ৰাত ৱেষ্ট ইণ্ডিজলৈ গৈছিল আৰু বতাহত অহা সুগন্ধি ঘ্ৰাণৰপৰা এওঁ কলম্বাছক স্থলভাগৰ দূৰত্বৰ অনুসন্ধান দিছিল। এল্টিগুৱাত আজিও এবিধ ফুলৰ নাম "ফ্ৰেঙ্গিপানি" বুলি প্ৰখ্যাত হৈ আছে। ইয়াৰ গোন্ধ অতি আকৰ্ষণীয় আৰু বহুত দূৰৰপৰাই ইয়াৰ সুঘ্ৰাণ অনুভৱ কৰিব পাৰি।

ফ্ৰেঙ্গিপানি পৰিয়ালৰ অন্য এজনে ১৬ শতিকাত সুগন্ধিযুক্ত হাত-মোজা আৱিষ্কাৰ কৰে। যি চামৰাৰে এই হাতমোজা তৈয়াৰ কৰা হৈছিল সেই চামৰাত ফ্ৰেঙ্গিপানিয়ে উলিওৱা এবিধ উৎকৃষ্ট সুগন্ধি তেল মিহলোৱা হৈছিল। এই সুগন্ধিক ফ্ৰেঙ্গিপানি গোন্ধতেল বুলি কোৱা হৈছিল। এই প্ৰথাৰে পাচলৈ স্পেইন আৰু ৰুছিয়াত চামৰাৰ লগত সুগন্ধি মিহলোৱা হৈছিল। ফ্ৰেঙ্গিপানিৰ সুগন্ধি হাতমোজাই ফৰাচী দেশত বিশেষ সমাদৰ লাভ কৰি বিখ্যাত হৈ পৰে আৰু লগে লগে ইয়াৰ বহুল প্ৰচলনৰ বাবে মোটা ধনৰ আৰ্থিক সাহায্য লাভ কৰে। অৱশ্যে ফৰাচী দেশত এই হাতমোজাৰ বেলেগ ব্যৱসায় স্থাপন কৰা

হ'ল। সুগন্ধি দ্ৰব্য তৈয়াৰ কৰোঁতাসকলেই এই হাতমোজা তৈয়াৰ কৰা ব্যৱসায়ত হাত দিলে। সুগন্ধি হাতমোজা তৈয়াৰী ব্যৱসায় আৰু প্ৰসাধনৰ বাবে উলিওৱা বিভিন্ন সুগন্ধি দ্ৰব্য প্ৰতিষ্ঠানে সেই সময়ত ফৰাচী দেশত অশেষ জনপ্ৰিয়তা লাভ কৰিছিল। এই দুই ব্যৱসায় ইমান বৃদ্ধি পাইছিল যে চৰকাৰে ইয়াৰপৰা কৰ আদায় কৰিবলৈ আইন প্ৰণয়ন কৰিবলগীয়া হৈছিল আৰু লাইচেঞ্চৰ ব্যৱস্থা কৰিছিল। ফৰাচী ব্যৱসায়ীসকলে ইটালীৰপৰা "ফ্ৰেঙ্গিপানি" আমদানি কৰি চামৰাৰ হাতমোজা তৈয়াৰ কৰিছিল আৰু বহুত মূল্যত কস্তুৰী তেল সংগ্ৰহ কৰি সুগন্ধি দ্ৰব্য সমূহ প্ৰস্তুত কৰিছিল। চামৰাৰ হাত-মোজাত এইবোৰ মিহলাই চামৰা কোমল আৰু সুগন্ধিযুক্ত কৰা হৈছিল। এই হাতমোজা পিন্ধি এসময়ত ফৰাচী দেশৰ সম্ভ্ৰান্ত বংশধৰসকলে লাহ-বিলাহত দিন কটাইছিল।

ইটালী দেশত 'নানি' নামৰ এগৰাকী সম্ভ্ৰান্ত মহিলাই ১৬ শতিকাৰ শেষছোৱাত সুগন্ধি দ্ৰব্য আৰু অঙ্গৰাগৰ বিষয়ে এখন পুথি ৰচনা কৰে। এই পুথিত বহুতো মূল্যবান তথ্যপাতি পোৱা যায়। সেই সময়ত ইটালীত প্ৰচলন থকা বিভিন্ন প্ৰসাধনৰ ধৰণ-কৰণ এই পুথিত বৰ্ণনা কৰা হৈছিল। চুলিত কেনেকৈ সোণালী ৰঙৰ কলপ লোৱা হৈছিল তাৰ বিৱৰণ মন কৰিবলগীয়া। "দুই পাউণ্ড গুড়ি ফিট্‌কিৰি, ছয় আউন্স ওজনৰ এবিধ ক'লা গন্ধকৰ গুড়ি আৰু চাৰি আউন্স মৌ একত্ৰে পানীত ভালকৈ মিহলাই মূল্যবান চুলিৰ কলপ তৈয়াৰ কৰা হয়। চুলিকোছা ভালকৈ এই কলপত জুবুৰিয়াই বাহিৰ চোতালত বা ঘৰৰ ওপৰৰ চাঙত ৰ'দৰ ফালে ভালকৈ মেলি শুকাব লাগে। ৰ'দৰপৰা মুখমণ্ডল ঢাকিবলৈ ওপৰৰ ঢাকনি নোহোৱা এবিধ টুপী পিন্ধিব লাগে। এই টুপীৰ দ্বাৰা চুলিকোছা পৰিপাটিকৈ ৰ'দত মেলি দিব পাৰি। ৰ'দত শুকাই লাহে লাহে চুলি সোণালী হৈ তিৰ্‌বিৰাবলৈ ধৰিব।" ইত্যাদি।

'পেড্‌ মনটেছৰ গুপুত তথ্য' নামৰ পুথিখন ফৰাচী ভাষাত লিখা সুগন্ধি আৰু প্ৰসাধনৰ বিষয়ৰ প্ৰথম পুথি বুলি ক'ব পাৰি। এই পুথিখন আনুমানিক ১৫৫৫ শকত লিখা হৈছিল আৰু বহুতো বিদেশী ভাষালৈ অনুবাদ কৰা হৈছিল। প্ৰসাধনত ব্যৱহাৰ কৰিব পৰা বিধে

বিধে সুগন্ধি গুড়ি, মলম জাতীয় দ্ৰব্য ইয়াত বৰ্ণনা কৰা হৈছিল। এবিধ সুগন্ধি পানী আবিষ্কাৰ কৰি তাৰদ্বাৰা কেনেকৈ এগৰাকী নাৰীয়ে সৌন্দৰ্য্য লাভ কৰিব পাৰে সবিশেষ বৰ্ণনা ইয়াত দিয়া হৈছিল। "চোৰাকাউৰী পোৱালী এটা বাহৰপৰা ধৰি আনি 40 দিন টান কুহুম থকা কণী খুৱাব; পোৱালীটো নোদোকা হৈ পৰিব। তাৰ পাছত পোৱালীটো মাৰি পাখি গুচাই জেতুকা গছৰ কোঁহপাত, বাঁলিছন্দা আৰু অগৰু তেলৰ লগত পানীযেনকৈ সিজাব। আৰকখিনি পিছত ভালকৈ চেকি বটলত ভৰাই কিছুদিন থৈ দিব। কুৰিদিনমানৰ পিছত এই তেল চুলিত ব্যৱহাৰ কৰিব পাৰিব। দেখিব, আপোনাৰ চুলি-কোছাই নতুন জীৱন লাভ কৰিছে। চুলিৰ ৰূপ-লাৱণ্যই আপোনাক অতি দেখনিয়াৰ কৰি তুলিছে।"

ফৰাচী দেশৰ ৰজা দ্বিতীয় হেনৰীয়ে ইটালীৰ ৰাজকুমাৰী কেথে-ৰিণক বিবাহ কৰিছিল। কেথেৰিণ সুগন্ধিৰ প্ৰধান ভক্ত আছিল আৰু নিজে ইয়াৰ চৰ্চা কৰিছিল। এওঁ ফৰাচী দেশলৈ সুগন্ধিৰ চৰ্চা কৰিবৰ অভিপ্ৰায়ে কচ্‌ম ৰুগিয়াৰ' নামৰ এজন ৰাসায়নিক পণ্ডিত ইটালীৰপৰা লৈ আহিছিল। ৰুগিয়াৰক সহায় কৰিবলৈ ফৰাচী দেশৰ "ৰেণে" নামৰ এজন পণ্ডিত নিয়োগ কৰা হৈছিল। ৰেণেই সুগন্ধিৰ বাহিৰেও বিষাক্ত বিষাক্ত বিহ জাতীয় দ্ৰব্য তৈয়াৰ কৰাত পাকৈত আছিল। প্ৰসাধন দ্ৰব্যত অৱশ্যে বিহ জাতীয় বস্তুৰ প্ৰয়োজন হৈ পৰিছিল। ৰেণেই সৰ্বপ্ৰথমে পেৰিছ চহৰত প্ৰসাধনৰ দোকান খোলে। সেই সময়ত পেৰিছবাসীৰ ই বিশেষ আকৰ্ষণৰ কেন্দ্ৰস্বৰূপ হৈ পৰিছিল।

ৰাণী কেথেৰিণে ৰাজক্ষমতা নিজৰ হাতত ৰাখিবলৈ ৰেণেৰ সহায় লৈছিল আৰু ৰেণেৰ সহায়ত বহুতো শত্ৰুক দূৰ কৰিবলৈ সমৰ্থ হৈছিল। চতুৰ্থ হেনৰীৰ মাক কেথেৰিণৰ চকুৰ কুটা দাঁতৰ শূল আছিল। এই আপদীয়া বুঢ়ীজনীক আঁতৰ কৰিবলৈ ৰেণেৰ সহায়ৰ প্ৰয়োজন হ'ল। ৰেণেই এযোৰ বিতোপন হাতমোজা কৰি ৰাণী কেথেৰিণৰ হাতত দিলে আৰু এই মোজা চতুৰ্থ হেনৰীৰ মাকক কোনো এক উৎসৱ উপলক্ষে উপহাৰ দিবলৈ পৰামৰ্শ আগবঢ়ালে। এই হাত-মোজাত সুগন্ধিৰ লগত বিহ মিহলোৱা আছিল, ইয়াৰ ঘ্ৰাণত বেচেৰী বুঢ়ীৰ মৃত্যু হ'ল। ৰাণীৰো আপদ দূৰ হ'ল।

১৭ শতিকাৰ শেষছোৱাত দেশত সুগন্ধিৰ প্ৰচলন অধিক মাত্ৰাই বৃদ্ধি পাবলৈ ধৰিলে। ইটালীৰপৰা বিখ্যাত বেপাৰীসকল আহি পেৰিছ চহৰ সুগন্ধিৰে ওপচাই পেলায়। পেৰিছবাসীয়ে এইবোৰৰ মূল্য বুজিছিল আৰু ব্যৱসায়ীসকলক উৎসাহ-অনুপ্ৰেৰণা যোগাইছিল। অভিজাত বংশধৰসকলো সুগন্ধিপ্ৰিয় হৈ পৰিল। মহিলাসকলে সকলো ধৰণৰ সুগন্ধি ব্যৱহাৰ কৰিবলৈ ধৰিলে। শৰীৰৰ এনে এটা অঙ্গ নাছিল য'ত সুগন্ধিৰ প্ৰভাৱ বিস্তাৰ নহৈছিল। কস্তুৰী, অগৰু, গোলাপ-জল আদি প্ৰত্যেক গাভৰুৱে লবলৈ ভাল পাইছিল। অৱশ্যে পদ-মৰ্য্যাদা ভেদে ভিন্ ভিন্ মূল্যৰ সুগন্ধি এওঁলোকে ক্ৰয় কৰিবলৈ সুবিধা পাইছিল। চতুৰ্দশ লুইয়ে লগত সদায় মাৰচিয়েল নামৰ এজন বিখ্যাত সুগন্ধি বিষয়ক উপদেষ্টা ৰাখিছিল, আৰু স্থানকাল বিশেষে বিধে বিধে সুগন্ধি আৰু প্ৰসাধন ব্যৱহাৰ কৰিছিল। চতুৰ্দশ লুইক সেইবাবে পেৰিছত "সুগন্ধিপূৰ্ণ সম্ৰাট" বুলি অভিহিত কৰা হৈছিল। মাৰচিয়েলে আবিষ্কাৰ কৰা নস্য (স্নাফ) জগত বিখ্যাত। ৰাণীৰ বাবেই তেওঁ নস্য আবিষ্কাৰ কৰিব লগাত পৰিছিল। ৰজা চানটেলপে পউচিন নামৰ এজন শিল্পীক সুগন্ধি হাতমোজা কিনিবলৈ ৰোমদেশলৈ পঠিয়াই-ছিল। "লাচিনৰ মাডেলেনা" নামৰ বিখ্যাত ব্যৱসায়ী কেন্দ্ৰ এটাৰপৰা পউচিনে বহুতো মূল্যবান হাতমোজা ক্ৰয় কৰি ফৰাচী দেশলৈ আনে। পঞ্চদশ লুইৰ ৰাজত্বৰ আমোলত ৰাজসভাত নিতৌ বেলেগ বেলেগ গোন্ধৰ সুগন্ধি দ্ৰব্য ব্যৱহাৰ কৰাটো সুৰুচিৰ পৰিচায়ক ৰূপে বিবেচনা কৰা হৈছিল। ৰজা-ৰাণীয়ে প্ৰচুৰ পৰিমাণে সুগন্ধি ঘঁহি ৰাজসভাত যোগ দিছিল। পেৰিছ চহৰৰ ডা-ডাঙৰীয়াই সুগন্ধি নোলোৱাকৈ ৰাহিৰলৈ নোলাইছিল। মহিলাৰ বাবে ইয়াৰ প্ৰয়োজনীয়তা বৰ্ণনা কৰা নিষ্প্ৰয়োজন। "মাদাম পমপাডৰ" নামৰ লাহ-বিলাহ ভাল পোৱা ৰাণী এগৰাকীয়ে ইমান বেছি মূল্যৰ সুগন্ধি আৰু প্ৰসাধন ব্যৱহাৰ কৰিছিল যে ৰাজ-ভঁৰালৰ আৰ্থিক অৱস্থা জুকলা হৈ পৰিছিল। "মাদাম টেলিয়েন" নামৰ আন এগৰাকী ফৰাচী ৰাণীয়ে বেছি সময় সুগন্ধি পানীৰ স্নান-ঘৰতে কটাইছিল। এই স্নান-ঘৰৰ পানীত সুগন্ধিৰ লগতে জামু আৰু ডিমকৰ ৰস মিহলাই লোৱা হৈছিল। ৰাণীয়ে সুগন্ধি গাখীৰেৰেহে গা ঘঁহি আৰাম পাইছিল। বিখ্যাত লিখক জন-

চাৰ্য্যাৰে ফৰাচী সমাজৰ বহুতো কথা তেওঁৰ লিখনিত দাঙি ধৰিছে। অধিক মাত্ৰা সুগন্ধি ব্যৱহাৰক এটা বিপজ্জনক নিচা আৰু লাহ-বিলাহৰ উৎকট ব্যাধি বুলি তেওঁ বৰ্ণনা কৰিছিল। ৰজা-প্ৰজা উভয়ে নিজৰ কৰ্তব্য পাহৰি লাহ-বিলাহত বিভোল হৈ অধঃপতনৰ সূচনা কৰিছিল বুলি তেওঁ আক্ষেপ কৰিছিল।

সম্ৰাট নেপ'লিয়নে সুগন্ধিক আদৰ কৰিছিল। তেওঁ অধিক মাত্ৰা সুগন্ধি ব্যৱহাৰ কৰি ভাল পাইছিল। তেওঁ "ইউ-ডি-কলন" ইমান বেছি পৰিমাণে ব্যৱহাৰ কৰিছিল যে ইয়াৰ যোগান ধৰিবলৈ বেলেগ ব্যৱসায় কেন্দ্ৰ স্থাপন কৰা হৈছিল। সম্ৰাট নেপ'লিয়নে মাহেকত প্ৰায় ষাঠি বটল 'ইউ-ডি-কলন" ব্যৱহাৰ কৰিছিল। সম্ৰাটৰ বাবে বহুতো পৰিমাণৰ অগৰুৰ প্ৰয়োজন হৈছিল আৰু আউন্সত ৭২ ফ্ৰাংক মূল্যত সৰহ সংখ্যক অগৰু সংগ্ৰহ কৰি ৰাজভঁৰালত জমা ৰাখিব লগা হৈছিল। নেপ'লিয়নে ব্যৱহাৰ কৰা চাবোন অতি উৎকৃষ্ট ধৰণৰ। ইয়াক "ব্ৰাউণ্ড উইণ্ডচৰ" নামে জনাজাত। এই চাবোনত কেচিয়া তেল, এবা গুটিৰ তেল, পদ্মকাঠৰ ৰস, লং, ইলাচী, দালচেনি, জাংক্ৰাই, লেভেণ্ডৰ আদি অনেক বস্তু মিহলি আছিল। এটা হিচাপৰ পৰা জানিব পৰা গৈছে যে তিনি মাহৰ ভিতৰত নেপ'লিয়নক ১৬২ বটল ইউ-ডি-কলন, ২৬ বটল বাদাম জাতীয় ক্ৰীম, ২০ ডোখৰ ব্ৰাউণ্ড উইণ্ডচৰ চাবোনৰ প্ৰয়োজন হৈছিল। ইয়াৰ বাহিৰেও "স্পেইনিছ জেছমিন" নামৰ সুগন্ধিৰ যোগান ধৰা হৈছিল। এইবোৰ সম্ৰাটে নিজে অকলে ব্যৱহাৰ কৰিছিল নে আনকো উপহাৰ দিছিল গম পোৱা নাযায়।

সম্ৰাজ্ঞী জোছেফিনো সুগন্ধিৰ প্ৰতি সমানে আকৃষ্ট আছিল। সদায় বেছি মাত্ৰা সুগন্ধি ব্যৱহাৰ কৰা তেওঁৰ বিলাস আছিল। লগত সম্ৰাজ্ঞীয়ে কস্তুৰী লৈ ফুৰিছিল আৰু কমালত সদায় বেলেগ বেলেগ গোন্ধৰ উৎকৃষ্ট সুগন্ধি ব্যৱহাৰ কৰিছিল। সম্ৰাজ্ঞীৰ কমালৰ ঘ্ৰাণত নেপ'লিয়ন অভিভূত হৈ পৰিছিল আৰু সকলো দুখ-কষ্ট, চিন্তা-ভাৱনা পাহৰি পেলাইছিল। নিৰ্বাসনত এলবা'ত থকা কালছোৱাত নেপ'লিয়নে মেহগনিৰ প্ৰতি বিশেষ আগ্ৰহ দেখুৱাইছিল।

ফ্ৰান্সত "কেগলিয়োষ্ট্ৰ" নামৰ দুষ্ট বিদ্যাত পাকৈত লোক এজনে মোহিনীবান, আহুতি আদিত ব্যৱহাৰৰ উদ্দেশ্যে এবিধ সুগন্ধি দ্ৰব্য উলিয়ায়। এই সুগন্ধি গাত লাগিলে বোলে মনোবাঞ্চা পূৰ্ণ হয়, "অপুত্ৰৰ পুত্ৰ লাভ, নিৰ্ধনীৰ ধন, অসুস্থও সুস্থ হয় সুগন্ধি কাৰণ।" অভিজাত সম্প্ৰদায়ৰ মাজত কেগলিয়োষ্ট্ৰৰ নাম ফুটি-ফাটি গ'ল। সকলোৰে তেওঁৰ আহদি বিশ্বাস কৰি সমাদৰ বৃদ্ধি কৰিলে। ইয়াৰ জনপ্ৰিয়তা ১৮ শতিকাত লণ্ডন আদি ঠাইলৈ বিয়পি পৰে।



# ইংলণ্ড

ৰোমানসকলে ইংলণ্ড অধিকাৰ কৰাৰ আগতে প্ৰাচীন ব্ৰিটনসকল অন্ধকাৰত ডুব গৈ আছিল। সেই সময়ৰ কোনো ঐতিহাসিক বিৱৰণ পোৱা নগৈছিল। দুই-এঠাইৰপৰা জানিব পাৰি যে ব্ৰিটনসকলে আদি অৱস্থাত গাত বিভিন্ন চিত্ৰকলা অঙ্কন কৰিছিল। এই চিত্ৰকলাবোৰ সাধাৰণতে জীৱ-জন্তু আদিৰ ছবি আছিল। যেতিয়া তেওঁলোকে কাপোৰ পিন্ধিবলৈ শিকে তেতিয়া এই চিত্ৰকলাবোৰ শৰীৰত অঙ্কন নকৰি যুদ্ধৰ ঢালবিলাকত অংকন কৰি লৈছিল। প্ৰাচীন কালৰ চিত্ৰসমূহলৈ মন কৰিলে দেখিবলৈ পোৱা যায় যে ব্ৰিটনসকলে চুলিত ৰঙচুৱা ৰং লগাই ভাল পাইছিল। ৰোমানসকলৰ আগলৈকে এওলোকে সুগন্ধি ব্যৱহাৰ জানিছিল নে নাই ক'ব নোৱাৰি। অৱশ্যে পাছলৈ ব্ৰিটনসকলে ৰোমানসকলৰ বহুতো ধৰণ-কৰণ আয়ত্ত কৰিলে। ৰোমানসকল উভতি যোৱাৰ লগে লগে ব্ৰিটনসকল আকৌ অন্ধকাৰত সোমাই পৰিল।

এংলো চেক্সন সকল ইংলণ্ডলৈ আহি খৃষ্টধৰ্ম প্ৰচাৰ কৰে আৰু লগে লগে প্ৰাৰ্থনাত প্ৰয়োজন হোৱা বিভিন্ন সুগন্ধিৰ ব্যৱহাৰো আৰম্ভ কৰে। কিন্তু আচলতে নৰ্মানসকলে অধিকাৰ কৰাৰ পাছৰপৰাহে ইংলণ্ডত নতুন ধৰণৰ আচাৰ-ব্যৱহাৰ, পিন্ধন-উৰণৰ প্ৰচাৰ হৈছিল। বিজেতা উইলিয়ামে সুগন্ধি ভাল পাইছিল আৰু অনুষ্ঠানসমূহত এইবোৰ ব্যৱহাৰ কৰিছিল। এওঁৰ দিনতে খাগৰি জাতীয় নলেৰে মজিয়া কৰা প্ৰথা ওলায়।

প্লেণ্টেজেনেটসকলৰ আমোলত সুগন্ধি দ্ৰব্য আৰু প্ৰসাধনে বহুল প্ৰচাৰ লাভ কৰে। প্ৰথম ৰিচাৰ্ডে 'চাইপ্ৰাছ' অধিকাৰ কৰিছিল। চাইপ্ৰাছত সেই কালত ফুলৰ খেতি হৈছিল আৰু ইয়াৰ যোগেদি সুগন্ধি

তৈয়াৰ হৈছিল। ইয়াৰপৰা ইংলণ্ডৰ ৰজাৰ সম্মানাৰ্থে সুগন্ধি উপ-ঢৌকন স্বৰূপে পঠোৱা হৈছিল। ক্ৰুছেডসকলৰ আমোলতে 'গোলাপ-জল'ৰ ব্যৱহাৰ ইংলণ্ডত সোমায়। আহাৰ খোৱা টেবুলত গোলাপ জলেৰে হাত-মুখ ধোৱা প্ৰথা প্ৰচলন আছিল। সেই সময়ত কাটা চামুচৰ ব্যৱহাৰ ওলোৱা নাছিল। প্ৰথম জেমছৰ দিনতহে ইটালীৰ পৰা কাটা-চামুচৰে আহাৰ খোৱাৰ প্ৰথা ইংলণ্ডত চলিবলৈ ধৰে। ৰজা প্ৰথম হেনৰীৰ ৰাণী মেটিলডাই সুগন্ধিৰ প্ৰতি বিশেষ লক্ষ্য ৰাখিছিল আৰু ইয়াক অধিক পৰিমাণে ব্যৱহাৰ কৰিছিল।

সেই সময়ত ইংলণ্ডলৈ আৰব আৰু দূৰ প্ৰাচ্যৰপৰা বহু মূল্যবান সুগন্ধি আমদানি কৰা হৈছিল। ৰোমানসকলে ইংলণ্ডত ৰাজহুৱা স্নানাগাৰ কৰাইছিল। কিন্তু তেওঁলোক যোৱাৰ পিছত এইবোৰৰ প্ৰতি মানুহৰ আগ্ৰহ নোহোৱা হ'ল। গীৰ্জাসমূহেও ৰাজহুৱাভাৱে স্নান কৰা প্ৰথাক ঘৃণাৰ চকুৰে চাইছিল। ইংলণ্ডবাসীয়ে নিয়মিত-ভাৱে স্নান কৰিবলৈ বৰ আগ্ৰহো নেদেখুৱাইছিল। সেই বাবে ৰোমানসকলে সজা ৰাজহুৱা স্নানঘৰবোৰ তেওঁলোক যোৱাৰ পাছতে ধ্বংসৰ মুখত পৰে। ৪ৰ্থ এডৱাৰ্ডৰ দিনত সুগন্ধিযুক্ত পানীত স্নান কৰা প্ৰথাই ইংলণ্ডত জনপ্ৰিয়তা লাভ কৰে। ৪ৰ্থ এডৱাৰ্ডে কেৱল শনিবাৰৰ দিনা ৰাতি স্নান কৰিছিল আৰু অন্য দিনত সুগন্ধিৰে মুখ, ডিৰি, হাত ধুই শুদ্ধ হৈছিল। বেছি পৰিমাণে 'লেভেণ্ডৰ' ব্যৱহাৰ কৰিছিল বাবে এওঁক "The Lavender man" বুলি কোৱা হৈছিল। বহু নাৰীৰ সঙ্গত জলকেলি কৰি শনিবাৰে ৰাতি ৰজাই আমোদ উপভোগ কৰিছিল। Lavere শব্দটো লেটিন শব্দ। ইয়াৰ অৰ্থ হৈছে ধোৱা ( Wash )। ইংলণ্ডৰ প্ৰাচীন সুগন্ধি বিলাকৰ ভিতৰত লেভেণ্ডাৰ অন্যতম। ১২ শতিকাৰ ইতিহাসত ইয়াৰ প্ৰথম বিৱৰণ পোৱা যায়। সেই সময়ত লেভেণ্ডাৰ নামৰ গছৰ ৰস বহুত দৰবত ব্যৱহাৰ কৰিছিল বুলি উল্লেখ আছে। ইয়াৰ গোন্ধ তীব্ৰ আৰু জলজলীয়া। পেটৰ যন্ত্ৰণা লাঘৱ কৰিবলৈ ঔষধ স্বৰূপে লেভেণ্ডাৰ ব্যৱহাৰ কৰা চিকিৎসা শাস্ত্ৰত উল্লেখ আছিল। ১৬ শতিকালৈকে ঔষধ স্বৰূপেহে ইয়াক ইংলণ্ডত ব্যৱহাৰ হৈছিল। শুকান গুড়ি কৰি নাইবা কেঁচা ৰস উলিয়াই সুগন্ধিৰূপে ব্যৱহাৰ কৰা প্ৰথাই

লাহে লাহে লেভেণ্ডাৰক সকলোৱে জনাজাত কৰি তুলিলে। ফ্রান্সৰ ৰজা ষষ্ঠ চার্লচে তেওঁৰ শুৱনি ঘৰৰ শেতেলিবিলাক লেভেণ্ডাৰৰ ৰসত জুবুৰিয়াই লৈছিল বুলি শুনিবলৈ পোৱা যায়। আজিকালি লেভেণ্ডাৰ এবিধ সুগন্ধি। লেভেণ্ডাৰ জাতীয় গছৰ তেল, মদ আৰু আন আন সুগন্ধিৰ ৰস মিহলাই আধুনিক লেভেণ্ডাৰ তৈয়াৰ হৈছে। ভিক্টোৰীয়াৰ ৰাজত্বলৈকে সাধাৰণ তিৰোতা মানুহে প্ৰসাধন কৰাটো দোষণীয় বুলি গণ্য হৈছিল। প্ৰসাধন কৰা মাইকী মানুহক দুশ্চৰিত্ৰা বুলি গণ্য কৰা হৈছিল। এলকেমিৰ লগতে প্ৰসাধনৰ ব্যৱহাৰ প্ৰধানতঃ প্ৰয়োজন বুলি সকলোৱে ধাৰণা আছিল।

১৭ শতিকাৰ আগলৈকে সুগন্ধিৰ বেলেগ ব্যৱসায় ইংলণ্ডত নাছিল। ৰাসায়নিক পণ্ডিতসকলেই তেওঁলোকৰ বিভিন্ন ৰসায়ন সামগ্ৰীৰ লগতে এই দ্ৰব্যসমূহৰো কাৰবাৰ চলাইছিল। ৰেচমী কাপোৰ বিক্ৰেতাসকলে মুখচোৱা আইনা, ফণি, চুলিত লগোৱা পিন, কাটা, দাঁত ঘঁহা পাউদাৰ আদি প্ৰসাধনৰ সামগ্ৰী বিক্ৰী কৰিছিল। ধৰ্মযাজকসকলে আইনাত মুখ চোৱা প্ৰথাক বেয়াৰ চকুৰে চাইছিল। মুখচোৱা আইনাখনক "তোষামোদকাৰী প্ৰতিবিম্ব" বুলি ব্যঙ্গ কৰা হৈছিল। প্ৰকৃত চেহেৰা যিয়েই নহওক লাগিলে, দাপোণত ইয়াৰ প্ৰতিবিম্ব অতি বিতোপন আৰু লোভনীয় হৈ উঠে। ইয়াৰ ব্যৱহাৰত ভোল নাযাবলৈ যাজকসকলে সৰ্বসাধাৰণক উপদেশ দিছিল।

আগতে উল্লেখ কৰা হৈছে যে গ্ৰীক চিকিৎসক হিপক্ৰেটছ, ক্লিটন আদিয়ে সুগন্ধি দ্ৰব্যৰ ধোঁৱাৰে বেমাৰ নিবাৰণ আৰু চিকিৎসাৰ ব্যৱস্থা উলিয়াইছিল। মধ্যযুগত বেমাৰ-আজাৰত ধুনাজাতীয় দ্ৰব্য আৰু সুগন্ধি কাঠ জ্বলোৱা নিত্য-নৈমিত্তিক প্ৰথা আছিল। বতাহৰ লগত মিলি থকা বীজাণুৰ ধ্বংসকাৰক হিচাপে সুগন্ধি ধোঁৱা ব্যৱহাৰ কৰিবলৈ চিকিৎসকসকলে পৰামৰ্শ দিছিল। আমাৰ দেশত বেমাৰ-আজাৰ হলে, বেয়া গোন্ধ ওলালে বা মহ-দাঁহ, পোক-পৰুৱা আদি বেছি হলে ধুপ-ধুনা জ্বলোৱা, ধোঁৱাৰ জাগ দিয়া আদি প্ৰথা আজিও দেখিবলৈ পোৱা যায়। ১৫৬৩ চনত লণ্ডন চহৰত মহামাৰী প্লেগ বেমাৰে দেখা দিয়াত প্ৰত্যেকজন লণ্ডনবাসীয়ে সমুখৰ ৰাজবাটৰ কাষত কাঠ দ'মাই জুই লগাব লগা হৈছিল। এইদৰে সংগ্ৰহ কৰা কাঠ সপ্তাহৰ ভিতৰত

তিনিদিন জ্বলাব লগা হৈছিল। ১৬০৩ চনত লৰ্ড মেয়ৰৰ আদেশ অনুযায়ী ৰাজআলিত প্লেগ বেমাৰৰ প্ৰতিৰোধৰ বাবে প্ৰত্যেক গৃহস্থই ধুনা আৰু সুগন্ধি কাঠেৰে জুই লগাই ধোঁৱা দিব লগাত পৰিছিল। ঘৰে ঘৰে কাঠকয়লা, আলকাতৰা, আৰু ধূপ-ধুনা আদি লগাই বীজাণু নিবাৰণৰ ব্যৱস্থা কৰা হৈছিল। ১৬৬৩ চনত ডাঙৰ প্লেগ বেমাৰে লণ্ডনত দেখা দিয়াৰ সময়ত ৰাজআলিৰ দুয়োকাষে দিনৌ একুৰা ডাঙৰ জুই লগোৱাৰ হুকুম হৈছিল। আলিবাটৰ কাষত জুই জ্বলাবৰ বাবে যাবতীয় কাঠ, সুগন্ধি পাইন গছৰ খৰি আনি সংগ্ৰহ কৰিবলৈ খৃষ্টীয় পুৰোহিতসকলৰ অধীনস্থ অঞ্চলসমূহক ভাৰ অৰ্পণ কৰা হৈছিল। এই মেজিসমূহত ধোঁৱা বেছি কৰিবলৈ চামৰাৰ টুকুৰা, জন্তুৰ হাড়-ছাল, শিং-আদিও দিয়া হৈছিল। প্লেগৰ দ্বাৰা আক্ৰান্ত হোৱা ঘৰত য'খাৰ, তাৰপিন তেল, ৰজন, ধুনা প্ৰভৃতি জুইশালত জ্বলাবলৈ পৰামৰ্শ দিয়া হৈছিল। চেন্টপলত থকা গীৰ্জা ঘৰটোত সপ্তাহত দুবাৰকৈ গন্ধক, জালুক, সুগন্ধি বনলতাৰে জাগ দিয়া হৈছিল। আনকি প্ৰতিষেধকস্বৰূপে ডাকঘৰৰ চিঠি-পত্ৰবিলাকতো চিৰিকা পানী ছটিওৱা হৈছিল। জালুক পিপলি পুৰি তাৰ ধোঁৱা খোৱা অভ্যাসে সমাদৰ পাইছিল। বিশ্বাস আছে যে ধূমপান কৰিলে প্লেগ নহয়। এই সময়-ছোৱাত ইংলণ্ডলৈ অনেক ধৰণৰ সুগন্ধি দ্ৰব্যৰ আমদানি হৈছিল আৰু ব্যৱসায়ীসকলে এইবোৰৰ কাৰবাৰ কৰি বিস্তৰ ধনবিত অৰ্জন কৰিছিল। প্লেগৰ সময়তে মাৰচেলিচত চাৰিজন ডকাইতে এবিধ সুগন্ধিযুক্ত চিৰিকা আৱিষ্কাৰ কৰি ইয়াৰ দ্বাৰা কোনো গৃহস্থৰ ঘৰত সকলোকে অচেতন কৰি সা-সম্পত্তি লুটি নিবলৈ সমৰ্থ হৈছিল। এই চিৰিকাৰ গোন্ধ পালেই মানুহ অজ্ঞান হৈ পৰিছিল আৰু এই সুবিধাতে ডকাইতে সকলো অলঙ্কাৰ-পাতি বিনা দ্বিধাৰে লৈ যাবলৈ সমৰ্থ হৈছিল। এই সুগন্ধিৰ নাম সেই সময়ৰপৰা চাৰি ডকাইতৰ চিৰিকা ( Vinaigre des quatre voleurs ) বুলি জনাজাত হ'ল। ইয়াৰ আৱিষ্কাৰে সুগন্ধি-বিষয়ক পণ্ডিতসকলক প্ৰসাধনৰ বাবে চিৰিকা ( Toilet vineger ) কামত লগোৱাত উৎসাহ দান কৰিলে। এওঁলোকে গৱেষণা কৰি আৱিষ্কাৰ কৰিলে যে আঙুৰৰ ৰসেৰে মে' আৰু জুন মাহত মুখমণ্ডল ধুলে সৌন্দৰ্য্য বৃদ্ধি হয়, বিতোপন নিমজ চেহেৰা লাভ কৰিব পাৰি।

এওঁ লোকে টয়লেট অব্ ফ্লৰা (১৭৮৪) নামৰ পুথিত প্ৰসাধনৰ সামগ্ৰী আৰু ব্যৱহাৰৰ বিষয়ে বহুতো মূল্যবান তথ্য দাঙি ধৰিছিল। সেই সময়ত ব্যৱহাৰ হোৱা বহুতো জনপ্ৰিয় সুগন্ধিৰ বিষয়ে এই পুথিত আলোচনা কৰা হৈছিল।

প্ৰকৃততে প্ৰায় ১৫৫০ চনত ৰাণী প্ৰথম এলিজাবেথৰ ৰাজত্ব কালত ইটালী দেশৰপৰা সুগন্ধি আমদানি কৰা হয়। অক্সফৰ্ডৰ আৰ্ল এডৱাৰ্ডে ৰাণী এলিজাবেথলৈ ইটালীৰপৰা সুগন্ধি হাতমোজা, সুগন্ধি ছালেৰে তৈয়াৰী চোলা, ফিটা উপহাৰস্বৰূপে লৈ আহে। ৰাণীয়ে সুগন্ধি হাতমোজা পাই আপ্লুত হৈ পৰিছিল আৰু সদায় পিন্ধি ফুৰিছিল। শুনিবলৈ পোৱা যায় যে হাতমোজাযোৰ পিন্ধি ৰাণী এলিজাবেথে নিজৰ চিত্ৰ অংকন কৰাইছিল। ৰাণীয়ে হাতত পমেনডাৰ (Pomander) নামৰ এবিধ সুগন্ধিলাৰু হাতত লৈ ফুৰিছিল। এই লাৰু কস্তুৰী, বেন্‌জইন আদি সুগন্ধিৰে তৈয়াৰ কৰা হৈছিল। ৰাণীয়ে এই লাৰুৰ মালা ডিঙিতো পিন্ধিছিল বুলি পুথিত উল্লেখ আছে। সেই কালত ডাঙৰীয়াসকলৰ মহিলাসকলে হাতত পমেনডাৰ বঢ়ি লৈ ফুৰাটো এটা ফেশ্যন হৈ পৰিছিল। আনকি শোৱনি ঘৰ, চ'ৰাঘৰ আদিৰ বেৰতো পমেনডাৰৰ মালা আঁৰি কোঠালিবোৰ সুগন্ধিময় কৰি ৰখাৰ অভ্যাস আছিল।

ইংলণ্ডৰ প্ৰাচীন যাদুঘৰত এতিয়াও এইবোৰ যত্ন-সহকাৰে সংগৃহীত কৰি ৰখা হৈছে। ডিঙিত পিন্ধা সুগন্ধি মণিমালাৰ লকেটৰ ভিতৰত এতিয়াও প্ৰাচীন আমোলৰ উৎকৃষ্ট শুকান সুগন্ধিৰ ঘ্ৰাণ পোৱা যায়। জৰ্জ আৰু ভিক্টোৰীয়াৰ আমোলত আঙঠিৰ ভিতৰত সুগন্ধি ৰখাৰ ব্যৱস্থা আছিল। এলিজাবেথৰ আমোলত বিভিন্ন অঞ্চলৰপৰা বাছকবনীয়া সুগন্ধি আনি ৰূপৰ টেমাত নাইবা হাতীদাঁতৰ পাত্ৰত সংৰক্ষণ কৰি থোৱা হৈছিল। ৰাণীয়ে সুগন্ধি উপহাৰহে গ্ৰহণ কৰি ভাল পাইছিল বাবে দূৰ দেশৰপৰা তেওঁলৈ সুগন্ধিৰ টেমা, চন্দন কাঠৰ নানাবিধ বৰপেৰা, গোলাপদান আদি উপহাৰস্বৰূপে পঠাইছিল। ডা-ডাঙৰীয়াসকলৰ তিৰোতাসকলে সুগন্ধিৰ বিষয়ে আলোচনা কৰিছিল আৰু সৌন্দৰ্য্যবৰ্দ্ধক দ্ৰব্যসমূহ বহুত মূল্যত কিনা-বেচা কৰিছিল।

ৰাণী এলিজাবেথৰ সময়ত ৰেলফ ৰেববাৰ্ডছ (Ralph Rabbards) নামৰ এজন পণ্ডিতে 'কম্পাউণ্ড অব্ এলকেমি' নামৰ এখন মূল্যবান গ্ৰন্থ লিখে। এই গ্ৰন্থত এলকেমিৰ বিষয়ে বহুত উপাদেয় বিৱৰণী আছে।

ৰাণী এলিজাবেথৰ প্ৰিয় ফুল আছিল 'গোলাপ'। ডামাস্ক জাতীয় গোলাপে সেই কালত ইংলণ্ডত সকলোৰে সমাদৰ লাভ কৰিছিল। ক্ৰেচেন্ত বংশৰ এড্মাণ্ড নামৰ এজন কোঁৱৰে সম্ভৱতঃ মধ্যপ্ৰাচ্যৰ ডামাস্কাছ চহৰৰপৰা এই জাতীয় গোলাপ ইংলণ্ডলৈ আনিছিল। বসন্ত কালত এই জাতীয় গোলাপ উভৈনদী হৈ ফুলে। এই ফুল দেখিবলৈ অতি মনোৰম আৰু ইয়াৰ গোন্ধ অতি উৎকৃষ্ট, ইয়াৰপৰাই আধুনিক প্ৰসাধনত ব্যৱহাৰ হোৱা 'গোলাপজল' ওলাইছে।

এলিজাবেথৰ দিনত সুগন্ধি শুকান গুড়ি স্বৰূপেই ব্যৱহাৰ হৈছিল। জলীয়া সুগন্ধিৰ ব্যৱহাৰ কোনেও নাজানিছিল। ডামাস্ক গুড়িকে সকলোৱে আদৰেৰে সুগন্ধিস্বৰূপে ব্যৱহাৰ কৰিছিল। ডামাস্ক জাতীয় গোলাপ ফুলৰ পাত, কস্তুৰী, বেন্‌জইন আদিৰপৰা আহৰণ কৰা সুগন্ধিও পুৰুষ-স্ত্ৰী উভয়ে ব্যৱহাৰ কৰিছিল। মজিয়াত গোলাপজল ছটিওৱা প্ৰায়ে দেখা গৈছিল। ঘৰৰ শেতেলিত সুগন্ধিৰ লাৰু থৈ দিয়া হৈছিল। বেমাৰ-আজাৰ হলে সুগন্ধি দ্ৰব্য জ্বলাই বেমাৰৰ বীজাণু ধ্বংস কৰা হৈছিল। লণ্ডন চহৰৰপৰা গাঁৱৰ মহিলাসকলৰ বাবে বিধে বিধে সুগন্ধি আৰু প্ৰসাধনৰ দ্ৰব্য যোগান ধৰিবলৈ বেপাৰীসকল আগবাঢ়ি আহিছিল।

গোলাপ ফুলক কেন্দ্ৰ কৰি এক বেলেগ সাহিত্য গঢ়ি উঠিছে। প্ৰাচীন যুগৰপৰাই গোলাপ ফুলক কেন্দ্ৰ কৰি বহুতো উপাদেয় কাহিনী শুনা যায়। বোধকৰো গোলাপ ফুলৰ দৰে আদৰ কোনো ফুলে আজিলৈকে পোৱা নাই। ইয়াৰ আদৰ বিশ্বজনীন; মানুহৰ জন্মৰ আগতেও গোলাপ ফুল আছিল বুলি প্ৰাচীন ধ্বংসাৱশেষৰপৰা জানিব পাৰি। সকলো ধৰণৰ মানুহে গোলাপক আদৰ কৰে, সকলো পুৰুষ, সকলো মহিলাই গোলাপক মৰমৰ চকুৰে চায় সৌন্দৰ্য্যৰ বাবে, কলাশিল্পৰ বাবে গোলাপ ফুলে সকলো যুগতে সকলো মানুহকে আশা আৰু আনন্দৰ সৌৰভ দান কৰি আহিছে। প্ৰাচীন গ্ৰীচত কোনো

বক্তাক সম্ভাষণ জনাবলৈ কোৱা হৈছিল, "He Speaks roses" অৰ্থাৎ গোলাপৰ দৰে সুন্দৰ বক্তৃতা দিছে। গোলাপ ফুল যেনেকৈ আনন্দৰ স্থল, অনুভূতিৰ মূল, ঠিক তেনেকৈয়েই নিস্তব্ধতাৰো প্ৰতীক। ভোজন বিষয়ত, য'ত কথা-বতৰা, আলাপ-আলোচনাৰ বিষয়বস্তু 'গোপন' বুলি বিবেচনা কৰা হয় তাৰ টেবুলৰ ওপৰত এপাহ গোলাপ ফুল সকলোৰে চকুত পৰাকৈ আঁৰি থোৱা নিয়ম আছিল। সেইবাবে ইয়াক Sub-rosa বোলা হয়। আদি কালত গোলাপ ফুলৰ বং কেৱল বগা আছিল বুলি প্ৰবাদ আছে। সৌন্দৰ্য্যৰ ৰাণী ভেনাছৰ ভৰিত গোলাপৰ কাঁইটে বিন্ধাৰ ফলত তেজেৰে গোলাপৰ বং ৰঙচুৱা হৈ পৰিল। সোণালী গাধ নামৰ ৰোম দেশীয় উপকথা এটাত লুচিয়াছ এপুলেইছ্ নামৰ এজন যাদুকৰক এজনী দাইনীয়ে এটা সামান্য দোষতে গাধৰ ৰূপত পৰিণত কৰিছিল। যাদুকৰজনে গোলাপ ফুল খাই শেষত মানুহৰ ৰূপ পুনৰ ধাৰণ কৰে। আগতেই কৈ অহা হৈছে যে গোলাপ জলৰ আবিষ্কাৰৰ ঠাই হ'ল মধ্যপ্ৰাচ্য। ১৬১২ শঁকত পাৰ্চীয়ানসকলে গোলাপজল আবিষ্কাৰ কৰে। মোগলসকলৰ ই এটা বিশেষ অৱদান। এজন মোগল বাদচাহে তেওঁৰ বাগিছাৰ পানী যোগান ধৰা নলাবিলাকেদি পানীৰ পৰিবৰ্তে গোলাপজলৰ যোগান ধৰিবলৈ ব্যৱস্থা কৰিছিল। ইয়াৰপৰাই বিখ্যাত "অট' অৱ্ ছিৰাজ্" বা "ছিৰাজ জল" ওলাইছিল। ছেক্সপীয়েৰে তেওঁৰ প্ৰায়বিলাক নাটকতে গোলাপ ফুলৰ বিজনি দিছিল। 'দি টেমিঙ্ অৱ্ দি শ্ৰু'ত (The Taming of the Shrew) গোলাপ জলেৰে হাত ধোৱাৰ উল্লেখ আছে।

"What is it your honour will command ? Let one attend him with a silver basin full of rose water, and bestrew'd with flowers."

১৬ আৰু ১৭ শতিকাত ইটালীৰ পণ্ডিতসকলে সুগন্ধি আৰু প্ৰসাধনৰ বিষয়ে বহুতো তথ্যপাতি থকা গ্ৰন্থ লিখিছিল। স্পেইনৰ ৰাণী ইচাবেলাৰ উদ্দেশ্যে লিখা এখন সুগন্ধি বিষয়ক পুথি বৃটিছ মিউজিয়ামত আছে। ইয়াৰ নাম 'Sachet powder'। এইখন ফৰাচী ভাষাত লিখা হৈছিল।

ৰজা অষ্টম হেনৰীয়ে কস্তুৰী লৈ ভাল পাইছিল। ষষ্ঠ এডৱাৰ্ডে ৰাজকাৰেঙৰ কোঠালীবিলাক সুগন্ধিযুক্ত কৰিবলৈ হুকুম দিছিল। টিউদৰ বংশৰ মহিলাসকলে অৱশ্যে সুগন্ধি পানীৰে স্নান কৰা নিয়ম গ্ৰহণ কৰা নাছিল। কিন্তু ষ্টুৱাৰ্ডসকলৰ আমোলত বিশেষ স্নান কৰা প্ৰথাই সমাদৰ লাভ কৰিবলৈ ধৰে। স্নানৰ পানীত গোলাপ, জেছমিন, ৰজমেৰী, লেভেণ্ডাৰ, সুমথিৰা আদিৰ ৰস মিহলাই ষ্টুৱাৰ্ড মহিলা সকলে আড়ম্বৰেৰে স্নান কৰিছিল। দ্বিতীয় চাৰ্লছে ফৰাচী দেশৰপৰা সাজপোছাক, সুগন্ধি দ্ৰব্য আৰু প্ৰসাধনৰ শেহতীয়া ধৰণ-কৰণ ইংলণ্ডত প্ৰচাৰ কৰে। দ্বিতীয় চাৰ্লছৰ আমোলত ইংলণ্ডত সুগন্ধি আৰু প্ৰসাধনৰ ব্যৱহাৰে চৰমসীমা পাইছিলগৈ। চুলিবন্ধা বিভিন্ন ধৰণ, সাজ-পোছাক পিন্ধাৰ চৌখিন ফেশ্যন আৰু সৌন্দৰ্য্য সহায়িকাৰ বিবিধ উপায় ইংলণ্ডৰ অভিজাত বংশৰ মহিলাসকলে গ্ৰহণ কৰি আধুনিকতাৰ পৰিচয় দিছিল আৰু সকলোতে অধিক মাত্ৰাৰ সীমা চুইছিল। ইয়াৰ ফলতে শাসনকাৰ্য্যত বেমেজালিয়ে দেখা দিয়াত পিউৰিটানসকলে বিদ্ৰোহ কৰিবলৈ বাধ্য হ'ল। চাৰ্লছৰ পতন হ'ল, ক্ৰমৱেলে এই শাসন ব্যৱস্থাৰ গঢ় লগাবলৈ কঠোৰ ব্যৱস্থা হাতত ল'ব লগাত পৰিল। ইংলণ্ডৰ মহিলাই সুগন্ধি প্ৰসাধনৰ ব্যৱহাৰ কৰাটো পিউৰিটানসকলে দুৰ্নীতি বুলি গণ্য কৰিলে। ইয়াৰ বাবে আইন তৈয়াৰ কৰিলে। কিন্তু সমাজৰ মাজৰপৰা সুগন্ধি দ্ৰব্য আৰু প্ৰসাধনৰ প্ৰভাৱ আঁতৰ কৰিব নোৱাৰিলে। ক্ৰমৱেলৰ অনুসৰণকাৰীসকলে চুলি নিচেই চুটিকৈ কাটিছিল। স্ত্ৰী-পুৰুষ উভয়ে প্ৰসাধন এৰি এক আড়ম্বৰহীন জীৱন-যাপন কৰিবলৈ চেষ্টা কৰিছিল। টিউদৰ আৰু ষ্টুৱাৰ্ডসকলে ব্যৱহাৰ কৰা ৰংচঙীয়া সাজপাৰ এৰি তেওঁলোকে সাধাৰণ পোছাক পৰিচ্ছদ পৰিধান কৰিলে। "ৰাউণ্ডহেড্" সকলে চিত্ৰকলাৰ নগ্ন উপাসনা আৰু মহিলাই ব্যৱহাৰ কৰা অমাৰ্জিত সাজপোছাক বন্ধ কৰিবলৈ সকলো ব্যৱস্থা হাতত ললে। কিন্তু কৃতকাৰ্য্য হব নোৱাৰিলে। চোৰাংভাৱে এইবোৰ সমাজত সোমাই এক নতুন সমস্যাৰ সৃষ্টি কৰালে।

ক্ৰমৱেলৰ পাছত নিৰ্বাসিত ৰজা দ্বিতীয় চাৰ্লছে ফৰাচী দেশৰ পৰা আহি ৰাজক্ষমতা পুনৰ লাভ কৰিলে। চাৰ্লছৰ পুনৰ প্ৰৱেশৰ

লগে লগে ইংলণ্ডলৈ আকৌ ধুনপেচৰ আমদানি হ'বলৈ ধৰিলে। সুগন্ধি আৰু প্ৰসাধন বিক্ৰেতাসকলে নতুন উদ্যমেৰে তেওঁলোকৰ ব্যৱসায়ত উঠি-পৰি লাগিল। পুনঃসংস্থাপনৰ কালছোৱাত প্ৰকৃত-পক্ষে সুগন্ধি আৰু প্ৰসাধনে ইংলণ্ডত এক বিৰাট পৰিবৰ্তনৰ সৃষ্টি কৰিলে। চহৰৰ বিভিন্ন অঞ্চলত সৌন্দৰ্য্য চৰ্চাৰ কেন্দ্ৰ স্থাপন কৰা হ'ল। বিজ্ঞাপন, হেণ্ডবিল, জাননী আদিৰ যোগেদি বিভিন্ন প্ৰসাধন ব্যৱসায়ীয়ে প্ৰচাৰকাৰ্য্য আৰম্ভ কৰিলে। বেজসকলে প্ৰসাধনৰ লগতে অদ্ভুত ধৰণৰ ঔষধ-পাতি উলিয়াই সৰ্বসাধাৰণক নানা উপায়েৰে আকৰ্ষণ কৰিবলৈ উঠিপৰি লাগিল। কফি হাউছ বিলাকত এই বেজবিলাকে নিজ নিজ ব্যৱসায়ৰ কেন্দ্ৰ খুলি খৰিদ্দাৰ যোগাৰ কৰিবলৈ সুযোগ বিচাৰিবলৈ ধৰিলে।

সেই সময়ৰ অন্যতম প্ৰসাধন হ'ল 'কৰ্ট প্লাচটাৰ'। ৰাজ-পৰিয়ালৰ মহিলাসকলে ফৰাচী দেশৰপৰা শিকি অহা এইবিধ আঠা জাতীয় প্ৰলেপ মুখমণ্ডলত ঘঁহি সৌন্দৰ্য্য বঢ়াইছিল। ইয়াৰ দ্বাৰা খহটা গাল নিমজ কৰিব পাৰি। ইয়াৰ ব্যৱহাৰে সেই সময়ত ইমান জনপ্ৰিয়তা অৰ্জন কৰিছিল যে এই কৃত্ৰিম প্ৰলেপ ব্যৱহাৰ কৰিবলৈ গাভৰুসকলে বিশেষ আগ্ৰহ প্ৰকাশ কৰিছিল। ডাচেছ অব্ নিউকাচেলে তেওঁৰ খহটা মুখমণ্ডল সুশ্ৰী আৰু নিমজ কৰিবলৈ সদায় 'কৰ্টপ্লাচ্টাৰ' ব্যৱহাৰ কৰিছিল। ইয়াক ব্যৱহাৰ কৰি তেওঁ ইমান অভিজ্ঞ হৈ পৰিছিল যে অভিজাত বংশৰ আন আন কুঁৱৰীসকলে প্ৰসাধনৰ বিষয়ে তেওঁৰ ওচৰত শিক্ষা লাভ কৰিছিল। এইগৰাকী ডাচেছে 'পয়েমছ এণ্ড ফেনচিছ' বোলা এখন পুথিও লিখিছিল। ইয়াত প্ৰসাধন আৰু দৈহিক সৌন্দৰ্য্য-সাধনাৰ বিষয়ে আলোচনা কৰা হৈছে। চীনা মাটিৰে দাঁত পৰিষ্কাৰ কৰা, অলাগতীয়াল চুলি গুছাই পেলোৱা, কৃত্ৰিম চেলাউৰি ব্যৱহাৰ ৰাৰক বিষয়ে উপদেশ দিয়া হৈছে। চালে চকুৱোৱা বৈ পৰা চেলাউৰি আঁকিবৰ বাবে ডাঠ, স্বাভাৱিক চেলাউৰি উঘালি পেলাবলৈকো কোৱা হৈছে। (Leaving none but a thin row) আৰু কোৱা হৈছে যে স্বাভাৱিক মুখমণ্ডল প্ৰসাধনৰ বাবে অনুপযুক্ত হলে ছালফাৰিক এচিডেৰে ইয়াক উঠাই এখন নতুন ছালৰ বাগো দিব পাৰি। মুখ-মণ্ডলৰ গঢ় লৈ চকুৰ চেলাউৰি ডাঙৰ সৰু হোৱা প্ৰয়োজন।

সেইকালত ইংলণ্ডত বসন্ত ৰোগৰ নিবাৰণৰ কোনো টীকা ওলোৱা নাছিল। এই বেমাৰক সকলোৱে ভয় কৰিছিল আৰু মৃত্যু সুনিশ্চিত বুলি ধৰি লৈছিল। কোনো আক্ৰান্ত ৰোগী ভাগ্যৰ বলত ৰক্ষা পালেও তেওঁৰ মুখমণ্ডলে কুৰূপ চেহেৰা ধাৰণ কৰি সমাজৰ আঁতৰত থাকিব লগা হৈছিল। এইবিধ ৰোগ ভাল কৰিবৰ বাবে বেজসকলে নানা ধৰণৰ ঔষধ-পাতি উলিয়ালে। তেওঁলোকে সুবিধা বুজি দুৰ্বল মনৰ ৰোগীক চিকিৎসা কৰি জৰা-ফুকা কৰিবলৈ ধৰিলে। জেনাৰ বোলা এজন বিশেষজ্ঞই বসন্ত ৰোগৰ ছিটা আৱিষ্কাৰ কৰাৰ আগলৈকে ইংলণ্ডত বেজসকলে চিকিৎসক-স্বৰূপে সমাজত প্ৰতিপত্তি লাভ কৰিছিল। বহুত ধৰণৰ ঔষধ আৰু সুগন্ধি প্ৰসাধন উলিয়াই এওঁলোকে জনসাধাৰণক তেওঁলোকৰ ব্যৱসায়ৰ প্ৰতি আকৰ্ষণ কৰিছিল। এগৰাকী বেজে ৰাটাৰ অব্ টক্ নামৰ এবিধ সুগন্ধি ঔষধ ব্যৱহাৰ কৰিলে অতি কম সময়ৰ ভিতৰাতে মুখমণ্ডলৰ যিকোনো দাগ, ফোঁহা আঁতৰ হৈ সুন্দৰ চেহেৰা লাভ কৰিব পাৰি বুলি বিজ্ঞাপন উলিয়াইছিল। আন এগৰাকীয়ে ঠাণ্ডাত ওঁঠ ফাটিলে ভাল কৰা এবিধ মলম আৰু অলাগতীয়াল চুলি নাইকিয়া কৰিবলৈ লোমনাশক তেল আৱিষ্কাৰ কৰিছিল। সৌন্দৰ্য্য সাধনত সহায় কৰিবলৈ এগৰাকী ভদ্ৰমহিলাই (নাম গোপন কৰি ৰখা নিয়ম) প্ৰচাৰ কৰা এখন বিজ্ঞাপনৰ নমুনা দিয়া হ'ল।

........"এই গৰাকী সৌন্দৰ্য্য দ্ৰব্য বিক্ৰেতাৰ ওচৰত অতি উৎকৃষ্ট প্ৰসাধন পোৱা যায়। অনেক সম্ভ্ৰান্ত ভদ্ৰ-মহিলাই এই প্ৰসাধন ব্যৱহাৰ কৰি তেওঁলোকৰ চেহেৰা দেখনিয়াৰ কৰিছে। অতি উৎকৃষ্ট গোন্ধতেল বিক্ৰী কৰি এইগৰাকী ভদ্ৰ-মহিলাই যশস্যা অৰ্জন কৰিছে। চকুৰ চেলাউৰিৰ সুন্দৰ গঢ় দিয়াত, সৰু কপাল ওখ কৰাত, পাতল চুলি ঘন কৰাত, চুলিৰ ৰুচি অনুযায়ী ৰং ঘঁহাত, দাঁতৰ সকলো ধৰণৰ বেমাৰ, যন্ত্ৰণা দূৰ কৰাত এখেত বিশেষ অভিজ্ঞ। আপোনাৰ ৰসেৰে তৈয়াৰী প্ৰমেডৰ বাবে এখেতৰ কাষ চাপক।"

সেই সময়ৰ এবিধ বিখ্যাত প্ৰসাধন হৈছে, 'প্ৰিন্সেছ পাউদাৰ'। চাৰি গৰাকী বিতোপন ৰাজকুমাৰীয়ে ইয়াক ব্যৱহাৰ কৰি গোটেই

ইউৰোপতে এক চাঞ্চল্যৰ সূচনা কৰিছিল। এওঁলোকৰ নাম অমৰ কৰিবলৈ ইয়াৰ আৱিষ্কাৰকে 'প্ৰিন্সেছ পাউদাৰ' নাম ৰাখিলে। ইয়াৰ ব্যৱহাৰত কুঁৱৰী কেইগৰাকীয়ে অপৰূপ সৌন্দৰ্য্য লাভ কৰি ৭০ বছৰ বয়সলৈকে পূৰ্ণ যুৱতীৰূপে সংসাৰ ভোগ কৰিছিল। মাদাম দে মনটেচপা নামৰ এগৰাকী ৰাজকুঁৱৰীয়ে এই পাউদাৰ ব্যৱহাৰ কৰি এজন ফৰাচী ৰাজকোঁৱৰক প্ৰণয় পাশত আবদ্ধ কৰি ৰাখিছিল বুলি শুনিবলৈ পোৱা যায়। ৫৫ বছৰ বয়সতো মাদামক ১৬ বছৰীয়া দীপলিপ গাভৰু যেনহে দেখা গৈছিল। এই দেৱৰো দুৰ্লভ প্ৰিন্সেছ পাউদাৰৰ আৱিষ্কাৰৰ মূলতে ফৰাচী দেশৰ বিখ্যাত ৰাসায়নিক আৰু সৌন্দৰ্য্য বিষয়ক পণ্ডিত 'ৰেণে'ৰ নাম উল্লেখ কৰিব পাৰি। এওঁক দ্বিতীয় হেনৰীৰ পত্নী ইটালীৰ কুঁৱৰী কেথেৰিণে ফৰাচী দেশৰ-পৰা অনাইছিল। এওঁ আচলতে ফ্লুৰেন্সৰ মানুহ আৰু সুগন্ধি বিষয়ত বিশেষ বুৎপত্তি লাভ কৰিছিল। ৰেণেই প্ৰিন্সেছ পাউদাৰৰ গুপুত তথ্য তেওঁৰ পুতেক পিটাৰ ৰেণেক জনাই থৈছিল। পিটাৰে লণ্ডন চহৰত ইয়াৰ প্ৰচলন কৰিছিল বুলি ক'ব পাৰি। শীত কালৰ উগ্ৰ জলবায়ুত গাৰ ছাল ফাটিলে, খহটা হৈ খজুৱতি হ'লে প্ৰিন্সেছ পাওদাৰে মহৌষধৰ কাম কৰে। লণ্ডনবাসীয়ে ইয়াক পাই বহুতো সকাহ পালে। ইয়াৰ মৃদু সৌৰভে দেহ-মন স্নিগ্ধ কৰি নিখুঁত, নিমজ চেহেৰা দান কৰিছিল বুলি বিৱৰণীত পোৱা যায়। ছাটিন কাপোৰৰ দৰে গাৰ ছাল মিহি আৰু কোমল কৰে বুলিও বহুতে কৈছিল।

প্ৰসাধন বিক্ৰেতাসকলৰ ভিতৰত ব্যৱসায় ক্ষেত্ৰত অৰিয়া-অৰি, দ্বন্দ্ব-খৰিয়াল, তৰ্ক-বিতৰ্ক প্ৰায়ে দেখিবলৈ পোৱা গৈছিল। প্ৰতিদ্বন্দ্বী এজনক নানা কু-ৰটনাৰে লোক-সমাজত হেয় প্ৰতিপন্ন কৰিবলৈ ইজনে সিজনে সদায় চেলু বিচাৰি ফুৰিছিল। নিজৰ দ্ৰব্যৰ গুণাগুণ আৰু বিশুদ্ধতা প্ৰমাণ কৰিবলৈ ৰাজহুৱা মেল-মিটিংত বীভৎস ভাষাৰে গালি-গালাজ দিয়া, প্ৰত্যাহ্বান জনোৱা দৃশ্য প্ৰায়ে ঘটিছিল। অন্যজনৰ প্ৰসাধন যে বিহযুক্ত, অনিষ্টকাৰী তাক বুজাবলৈ বাজি মাৰি বাহ্‌বা অৰ্জন কৰিছিল।

কিছুমান বিক্ৰেতাই, স্নিসকল মহিলাৰ বয়সৰ বাবে, কোনো বেমাৰৰ বাবে বা আন কোনো কাৰণে নিজৰ সৌন্দৰ্য্য হেৰুৱাই

হতাশ হৈছিল, তেওঁলোকৰ পৰিত্ৰাণৰ বাবে ঔষধ উলিয়াই এনে ধৰণৰ বিজ্ঞাপন দিছিল :

"সৰ্বনিয়ন্তা ভগৱানৰ অপৰূপ সৃষ্টি 'নাৰী'। পুৰুষৰ প্ৰেমৰ কাৰণে, সুখৰ এখন সংসাৰৰ কাৰণে, সৌন্দৰ্য্যৰ সকলো সৌৰভেৰে সৃষ্টি হৈছে নাৰী। পুৰুষৰ হৃদয় অধিকাৰ কৰি সৃষ্টিৰ সফলতা জয়যুক্ত কৰিবলৈ ভগৱানে নাৰীক দিছে অপূৰ্ব ৰূপ শৰীৰৰ সৌষ্ঠৱ, দুৰ্জ্ঞেয় চাৱনি, চম্পাফুলৰ দৰে ফুলি থকা পাৱন্ত যৌৱন। নাৰীৰ বিকৃত দেহ-ভঙ্গিমা, কুৰূপ, পৰাংমুখ মুখমণ্ডল, আসক্তিবিহীন যৌৱন বাসনা পুৰুষৰ বাবে হৈ পৰে আঁউসীৰ অন্ধকাৰ।

পুৰুষৰ মৰম-স্নেহ হেৰুৱাই, স্বামীৰ বলিষ্ঠ বাহুৰ আকৰ্ষণ হেৰুৱাই যি নাৰী বা স্ত্ৰীয়ে নৰকৰ যন্ত্ৰণা ভোগ কৰিছে তেওঁলোকৰ পৰিত্ৰাণৰ বাবে অভিনৱ আবিষ্কাৰ "বলচামিক এছেঞ্চ"। বলচামিক এছেঞ্চ ব্যৱহাৰ কৰি আপোনাৰ সান্নিধ্যক মধুৰ আৰু স্নিগ্ধ কৰক। বিজ্ঞানসম্মত পদ্ধতিৰে এই গোন্ধতেল প্ৰস্তুত কৰা হৈছে। ইয়াত কোনো পাৰাজাতীয় দ্ৰব্য মিহলোৱা হোৱা নাই। বলচামিক এছেঞ্চে ছাল নিমজ ৰাখে, গাৰ ৰং উজ্জ্বল কৰে, ছাল ৰঙা পৰা, ৰ'দ-ৰতাহত গা-মুখ ফটা, পানীজোলা উঠা, যেই কোনো ফোঁহা উঠা আদি সম্পূৰ্ণ আৰোগ্য কৰে। বসন্ত ৰোগৰ পিছত দেখা দিয়া কুৰূপ দাগ-বোৰ গুচাবলৈ বলচামিক এছেঞ্চ ব্যৱহাৰ কৰক। মূল্য প্ৰতিটো বটলত এক চিলিং মাথোন।"

এনেকুৱা প্ৰচাৰত বাৰু কোন ভোল নাযাব পাৰে? শ শ হতাশ প্ৰাৰ্থীয়ে এনে বিজ্ঞাপনৰ দ্বাৰা আকৃষ্ট হৈ গাঁঠিৰ ধন ভাঙি হেৰোৱা যৌৱন ওভতাই আনিবলৈ কিমান পুৰুষাৰ্থ কৰিছিল তাৰ লেখ কোনে ৰাখিছে?

সাধাৰণতে প্ৰসাধন সামগ্ৰীবিলাক কফি হাউছ বা ঔষধৰ দোকানতে বিক্ৰী কৰা হৈছিল আৰু ইয়াৰ বাবে গ্ৰাহকৰ অভাব মুঠেই নাছিল। বেছি মদ খাই হাত-ভৰি কঁপিলে তাক দূৰ কৰিবলৈ এজন বেজে এবিধ মলম জাতীয় সুগন্ধি উলিয়াই জনপ্ৰিয়তা অৰ্জন কৰিছিল। এওঁৰ ওচৰত সকলো সুগন্ধি বস্তু পোৱা গৈছিল। বিজ্ঞপনখনলৈ

মন কৰক ঃ “পিকাডিলিৰ ওচৰৰ বগুণশ্ৰীচৈত অৱস্থিত সুবিখ্যাত সৌন্দৰ্য্য সাধনাৰ কেন্দ্ৰ স্বৰূপ, মিঃ ট্ৰিভছ লৰ্জ'লৈ আপোনাক সাদৰেৰে আমন্ত্ৰণ জনোৱা হৈছে। জন-কল্যাণৰ বাবে দিনে-ৰাতিয়ে পৰিশ্ৰম কৰি অভিনৱ চিকিৎসা আৱিষ্কাৰ কৰা হৈছে। এজন সুদক্ষ চিকিৎসকৰ দ্বাৰা এই কেন্দ্ৰ পৰিচালিত। তেখেতে পদাৰ্থ বিজ্ঞান, চিকিৎসা বিদ্যা, মনোবিজ্ঞান অধ্যয়ন কৰি বিশেষ ব্যুৎপত্তি অৰ্জন কৰিছে। ধাতু, খনিজ পদাৰ্থ, কৃষি আৰু উদ্ভিদ বিদ্যাত এখেতৰ পাৰদৰ্শিতা সৰ্বজনবিদিত। শৰীৰৰ নানা বেমাৰ আৰোগ্য কৰি এখেতে ভূৰি ভূৰি প্ৰশংসা লাভ কৰিছে। এঃখেতে আৱিষ্কাৰ কৰা মালিচ গা-বিষ, গা-পোৰা, বাতবেমাৰ বা হাত-ভৰি কঁপাৰ অদ্বিতীয় মহৌষধ। শৰীৰৰ যিকোনো মৰা তেজ, বৰ আই, সৰু আইৰ বীজাণু একেপালি ঔষধতে নিপাত কৰি এঃখেতে বহুতো গণ্য-মান্য লোকৰ জীৱন দান কৰিছে। টোপনি অহা বড়ি এখেতৰ ওচৰত খবৰ কৰক। শৰীৰত কোনো কষ্ট নোহোৱাকৈ মালিচৰ দ্বাৰা স্বাভাৱিক মানসিক অৱস্থা ঘূৰাই আনি পীড়িতজনক সেৱা কৰাই এই সৌন্দৰ্য্য-সাধন কেন্দ্ৰৰ প্ৰধান উদ্দেশ্য। এই কেন্দ্ৰৰ দ্বাৰা পৰিবেশন কৰা পদ্ধতি সম্পূৰ্ণ বিজ্ঞানসন্মত। কোনোৱে যদি এই পদ্ধতি ভুল বুলি প্ৰমাণ কৰিব পাৰে, পাঁচশ গিনি পুৰস্কাৰ দিয়া হব।”

সেই সময়ত লণ্ডনত বেছিভাগ সৌন্দৰ্য্য সহায়ক পুৰুষ শ্ৰেণীৰ ভিতৰতে সীমাবদ্ধ আছিল। এওঁলোকে জৰা-ফুকা আৰু সৌন্দৰ্য্য চৰ্চাৰ ব্যৱসায় দুয়োটা একেলগে চলাইছিল। এওঁলোকৰ সাজপাৰ মন কৰিবলগীয়া। গাত ক'লা কোট, পটলুং, হলোচোলা, হাতত সুগন্ধি হাতপেৰা, দীঘল চুলি, তাৰ ওপৰত বনকৰা টুপী, খোজ-কাটল, চকুৰ চাৱনি, দেহৰ ভঙ্গিমা আদি সকলোতে স্পেইন দেশীয় গাম্ভীৰ্য্য বৰ্তমান। বাসভৱন আড়ম্বৰপূৰ্ণ। ৰোগীক পৰীক্ষা কৰা কোঠালী বেলেগ। ইয়াৰ আচ্‌বাব্‌-পত্ৰত প্ৰাচীনতাৰ ইঙ্গিত পোৱা যায়। বেৰত ওলোণ্ডাজ দেশীয় মূল্যবান চিত্ৰ, মুখ চাবলৈ ডাঙৰ-সৰু দাপোণ। ওচৰৰ আল্‌মাৰীত বিধে বিধে সুগন্ধিৰ বটল, টেমা, ছুৰী কটাৰী, থাল-বাতি আৰু কত কি! টেবুলৰ ওপৰৰ বেৰত দেহ-বিজ্ঞানৰ প্ৰতি থকা অধিক ৰাপ প্ৰদৰ্শন কৰিবলৈ বান্দৰৰ অঁকা এটা, মৰা মানুহৰ লাওখোলা

এটা চকুত পৰাকৈ ৰখা হৈছে। টেবুলৰ এচুকত উৰ্ঁলি থোৱা পুৰণি গ্ৰীক আৰু আৰবীয় পুথি কেইখনমান, লগতে দৈৱজ্ঞান শাস্ত্ৰ, ( Occult Philosophy ) যেই কোনো দৰ্শকৰ চকুত পৰাকৈ হাতৰ ওচৰতে এটা খুলি থকা অৱস্থাৰ হাতনি পেৰা। কিছুমান চিক্‌মিকোৱা মুদ্ৰা—যেন এই পুৰা বেলাতে ইমানবোৰ গিনি দৰ্শনী মূল্য স্বৰূপে পোৱা হৈছে। বেজৰ সকলো ভাব-ভঙ্গীতে ব্যস্ততাৰ ভাব ; মুখত যেন পদ্মৰূপা-সৰস্বতী বহি আছে। অভয় মুদ্ৰাৰ ৰোগীৰ লগত বেজে কথা কৈছে ; বিদায় দিছে, ৰোগী আহিছে, গৈছে, সীমাহীন জনস্ৰোত।

অৱশ্যে বেজসকলৰ সকলো ব্যৱসায় যে বেয়া আছিল সেইটো কব নোৱাৰি। আধুনিক যুগৰ বহুতো সুগন্ধি দ্ৰব্য আৰু প্ৰসাধনৰ আঁতি-গুৰি এই ব্যৱসায়ৰ লগত জড়িত আছে। সৰ্বজনে ব্যৱহাৰ কৰা ৰংচঙীয়া ৰুমালৰ আদি কথা এই ফাং-ফুং বেজালিত পোৱা যায়।

আগতেই কোৱা হৈছে যে দ্বিতীয় চাৰ্লছ আৰু তেওঁৰ সভাসদসকল ফৰাচী দেশৰপৰা উভতি অহাৰ লগে লগে ইংলণ্ডত ধুনপেছ আৰু সৌন্দৰ্য্য সাধনাই অপূৰ্ব জনপ্ৰিয়তা লাভ কৰিবলৈ ধৰিলে। প্ৰাচীন ৰোমৰ লাহ-বিলাহে ইংলণ্ডত পুনৰ জন্ম লাভ কৰিলে। বেজালি ব্যৱসায়ে চৰম প্ৰতিপত্তি লাভ কৰিলে। কভেণ্ট গাৰ্ডেন্ পিকাডিলি, মে'ফিয়াৰ, ফ্লিট্‌ষ্ট্ৰীট, হোৱাইটহল আদি অঞ্চলত প্ৰসাধন দ্ৰব্যৰ বিক্ৰেতা-সকলে কাৰবাৰ খুলি সৌন্দৰ্য্য সাধনাৰ পথ সুগম কৰিলে। ৰাণী এনৰ আমোলত ৰসায়ন শাস্ত্ৰৰ উন্নতিৰ লগে লগে সুগন্ধি ব্যৱসায়ো এটা বেলেগ ব্যৱসায়ত পৰিণত হ'ল। সেই সময়ত চিকিৎসা বিষয়ত যুক্তিসঙ্গত গৱেষণা আৰম্ভ হৈছিলহে মাথোন। জনসমাজে তেতিয়া চিকিৎসা-শাস্ত্ৰক বিজ্ঞান বুলি স্বীকাৰ নকৰিছিল। বিজ্ঞানসম্মত গৱেষণাৰ অভাৱত চিকিৎসা-শাস্ত্ৰৰ লোকসকলে দেশৰ য'তে ত'তে ওলোৱা, পাৰত গজা বেজ সম্প্ৰদায়ৰ সৈতে ফেৰ মাৰিবলৈ সক্ষম হব পৰা নাছিল আৰু জন-সাধাৰণক পাৰা আৰু শিহযুক্ত মুখৰ পাউদাৰ, ক্ৰীম আদিৰ বিষাক্তক ব্যৱহাৰৰপৰা ৰক্ষা কৰিবলৈ আগবাঢ়ি আহিব পৰা নাছিল।

পুনঃসংস্থাপনৰ কালছোৱাত যদিও সুগন্ধি দ্ৰব্য, প্ৰসাধন আৰু সৌন্দৰ্য্য সহায়ক নানাবিধ ব্যৱস্থাই সমাজত বেছি মাত্ৰাই আধিপত্য

বিস্তাৰ কৰিছিল, তথাপি এটা প্ৰধান কথা জনসমাজে উপলব্ধি কৰিবলৈ সুবিধা পালে। সেইটো হৈছে শৰীৰৰ সৌন্দৰ্য্যৰ প্ৰতি যত্নবান হোৱা। শৰীৰৰ প্ৰতি সচেতন হওঁতে সৌন্দৰ্য্য চৰ্চাৰো প্ৰয়োজন। নিজক স্বাভাৱিকতে দেখনিয়াৰ আৰু স্বাস্থ্যবান কৰিব পাৰিলে আনন্দ পোৱা যায়, দহৰ প্ৰশংসাৰ পাত্ৰ হব পাৰি। আগতে ইংলণ্ড-বাসীয়ে স্নান কৰা অভ্যাসক ববকৈ গ্ৰহণ নকৰিছিল। ৰোমানসকলে সজোৱা স্নানঘৰবোৰ তেওঁলোক উভতি যোৱাৰ পিছতে অৱহেলাত পৰি ধ্বংসপ্ৰাপ্ত হয়। ধৰ্মযাজকসকলে ৰাজহুৱা স্নানঘৰ প্ৰথাক নিন্দনীয় কাৰ্য্য বুলি মত প্ৰকাশ কৰাত ইংলণ্ডত ৰোমান পদ্ধতিৰ স্নানঘৰবোৰ বন্ধ হৈ গ'ল। ৰাণী এনৰ আমোলত বহুতো স্নানঘৰে ইংলণ্ডত ঠাই পালে। ১৬৭৯ চনত এজন ডিউকে শৰীৰৰ প্ৰতি সচেতন হোৱা অভ্যাস ফলৱতী কৰিবলৈ স্নানঘৰ ( Bagnio ) সজাই পথ দেখুৱাই দিছিল। ৰাজহুৱা স্নানঘৰৰ প্ৰতি জনসাধাৰণ আকৃষ্ট হোৱাৰ লগে লগে পৰিষ্কাৰ-পৰিচ্ছন্নতা, ছালৰ বেমাৰৰ বাবে নিমখীয়া পানী আৰু ঔষধযুক্ত গৰম পানীৰে বহুত সময় ধৰি স্নান কৰাৰ ব্যৱস্থা ওলাল। মধ্যপ্ৰাচ্যৰ 'হাম্মাম'ৰ দৰে অঞ্চলে অঞ্চলে স্নানঘৰে জন-সাধাৰণক আকৰ্ষণ কৰিবলৈ ধৰিলে। নিউৰেড্ লায়ন ষ্ট্ৰীটত 'চীনা হামাম' স্থাপন হ'ল। ইয়াত গোলাপজল, সুগন্ধি তেল, সুগন্ধি পানীয় দ্ৰব্যৰ যোগান ধৰা হ'ল।

ৰাণী এনৰ আমোলতে স্বাভাৱিক আৰু কৃত্ৰিম চুলিত (উইগ) লগোৱা ৰঙীন পাউদাৰ আৱিষ্কাৰ হৈ সমাদৰ লাভ কৰিলে। শুনিবলৈ পোৱা যায় বোলে, কেইজনমান আগশাৰীৰ ডাঙৰীয়াৰ অকালতে চুলি পকিবলৈ ধৰাত চুলিৰ ৰং বদলাবলৈ চুলিত লগোৱা পাউদাৰ আৱিষ্কাৰ হ'ল। আনহাতে, বহুত ডা-ডাঙৰীয়াই ধুনত পিন্ধা পৰৰ চুলি ৰং লগাই দেখনিয়াৰ কৰিবলৈ পাউদাৰ ব্যৱহাৰ আৰম্ভ কৰিলে। অৱশ্যে এই ধুন-পেচক বহুতে চোকা মন্তব্যৰে সমালোচনা কৰিছিল। ব্যঙ্গ কবিতাও লিখিছিল। কিন্তু সমাজত ফেশ্যন এবাৰ সোমালে বেগেতে আঁতৰোৱা টান।

১৮ শতিকাৰ প্ৰখ্যাত সুগন্ধি দ্ৰব্য বিক্ৰেতাৰ ভিতৰত 'চাৰ্লছ লিলি'ৰ নাম বিশেষ উল্লেখযোগ্য। ষ্ট্ৰেণ্ড অঞ্চলত অৱস্থিত তেওঁৰ দোকানলৈ

সুগন্ধিৰ বাবে সম্ভ্ৰান্ত লোকসকল সদায় অহা-যোৱা কৰিছিল। লিলিৰ প্ৰধান আকৰ্ষণৰ সামগ্ৰী আছিল 'স্নাফ'। এওঁৰ স্নাফে সেই সময়ত চাৰিওফালে সুনাম অৰ্জন কৰিছিল। দুখৰ বিষয়, ঘৰত জুই লাগি লিলিৰ মৃত্যু ঘটে। ১৬ শতিকাৰ আগছোৱাত 'বোমেল' নামে অন্য এজন সুগন্ধি বিক্ৰেতাৰ নাম উল্লেখ কৰিব পাৰি। এওঁৰ বাহিৰেও ৰফেল', এক্‌চেঞ্চৰ ফাৰেণ, লং একৰৰ, উইলিয়াম বেইলে, ষ্টেণ্ডৰ পেৰী আদি অনেক বিখ্যাত সুগন্ধি বিক্ৰেতা আছিল। পেৰীয়ে সৰিয়হৰ তেলৰ লগত ঔষধ মিহলাই এবিধ গাত ঘঁহা তেল উলিয়াইছিল।

ইংলণ্ডত সেই সময়ত সুগন্ধি বিক্ৰেতাসকলে লগত দ্ৰব্যসমূহ কঢ়িয়াই এঠাইৰপৰা আন ঠাইলৈ অহা-যোৱা কৰিছিল। দৰ্শক সংগ্ৰহ কৰি দ্ৰব্যসমূহ বিক্ৰী কৰিবৰ বাবে লগত গীত-বাদ্য-নাচ আদিও যোগাৰ কৰিছিল। ধনীয়া পোছাকেৰে থুলন্তৰ ঘোঁৰাত উঠি সুগন্ধি দ্ৰব্য বিক্ৰেতা গাৱঁত সোমালে গাৱঁৰ ডেকা-গাভৰুৰ গাত তত্ নাইকিয়া হৈছিল; আঁতৰ তেলৰ গোন্ধ লবলৈ পদূলিমুখলৈ দৌৰ দিছিল।

১৮ শতিকাত সুগন্ধি, প্ৰসাধন আৰু সৌন্দৰ্য্য সহায়ক সামগ্ৰীয়ে ( Beauty aids ) ইংলণ্ডত সামাজিক অধঃপতনৰ সূত্ৰপাত কৰিলে। গীৰ্জাসমূহতো এইবোৰৰ বাধাহীন ব্যৱহাৰে ঠাই পালে। সমাজক অধঃপতনৰপৰা ৰক্ষা কৰিবলৈ এখন বিল ৰচনা কৰি ১৭৭০ চনত ইংলণ্ডৰ পালিয়ামেণ্টত দাখিল ধৰা হ'ল। বিলখনৰ সাৰাংশ ঃ

"জাতি-বৰ্ণ নিৰ্বিশেষে, কোনো বিয়া নোহোৱা বা বিয়া হোৱা তিৰোতা, বিধবা বা যি কোনো মহিলাই এই আইন গ্ৰহণ কৰাৰ পিছৰেপৰা, কোনো উৎসৱ উপলক্ষে, কোনো বিবাহ কাৰ্য্যৰ বাবে বা নিজৰ লাহ-বিলাসৰ বাবেও প্ৰবল প্ৰতাপী ইংলণ্ডৰ ৰজাৰ কোনো প্ৰজাই এছেঞ্চ, পাওদাৰ, বিভিন্ন প্ৰসাধন, সুগন্ধি আঁতৰ তেল, মলম জাতীয় দ্ৰব্য, চুলিৰ কলপ, কৃত্ৰিম দাঁত, চুলি, স্পেইন দেশীয় ৰোজ, লোহাৰ বন্ধনী, ঘূৰণীয়াকৈ শৰীৰৰ অঙ্গত পিন্ধা ঘেৰ, বক্ষবন্ধনী, ওখ খুৰাৰ জোতা, যেই কোনো কৃত্ৰিম পেড় প্ৰভৃতি ব্যৱহাৰ কৰি ধুন-পেচ মাৰিলে আইনমতে দণ্ডনীয় হ'ব। এই কাৰ্য্যবোৰ অসৎ যাদু-বিদ্যা আৰু আন আন দোষণীয় কু-আচৰণৰ বাবে ব্যৱহাৰ হৈ থকা

আইনৰ একে দণ্ডবিধি মতে দোষীক বিচাৰ কৰা হ'ব। এই নিষিদ্ধ দ্ৰব্যসমূহ বিবাহ-উৎসৱত ব্যৱহাৰ কৰিলে সেই বিবাহ এই আইন মতে ৰদ কৰা হ'ব।

অৱশ্যে অধিক সংখ্যক সভ্যাই দুৰ্ঘোৰ আপত্তি কৰাত বিলখন পাৰ্লিয়ামেণ্টত অনুমোদন নহ'ল। কিন্তু সকলো সভ্যাই এইটো উপলব্ধি কৰিলে যে প্ৰসাধন আৰু কৃত্ৰিম সৌন্দৰ্য্য সহায়িকাৰ অবাধ সোঁত বন্ধ কৰিবলৈ কিছুমান চৰ্ত নিৰূপণ কৰি নিদিলে সমাজক অধঃপতনৰপৰা ৰক্ষা কৰা টান হ'ব। লাইচেঞ্চৰ যোগেদি এইবোৰ তৈয়াৰ কৰাৰ ক্ষেত্ৰত আৰু ব্যৱহাৰৰ বিষয়ত নিয়ন্ত্ৰণ কৰাৰ প্ৰয়োজনীয়তা সকলো সভ্যাই একেমুখে স্বীকাৰ কৰিলে।



# চীন দেশ

চীনা শব্দ ফ্যাং বুলি ক'লে সুগন্ধি বুজায়। ফ্যাং মানে ব্যৱহাৰ বিশেষত নাও, স্থান, বয়ন আদিও বুজায়। কনফুচিয়াছে কৈছিল: "সুগন্ধি দ্রব্যৰ ঘ্রাণ লৈ মন পবিত্র কৰিব পাৰি। সুগন্ধি ধূপ জ্বলালে যেনেকৈ বেয়া গোন্ধ দূৰ হয়, ইয়াৰ দ্বাৰা প্রার্থনা জনালে মনৰপৰা অসৎ ভাব আঁতৰ হয়।" চীন দেশত ধূপ-ধূনা প্রার্থনাৰ প্রধান উপচাৰ। ৰাজহুৱা, ঘৰুৱা সকলো প্রার্থনাতে মমবাতি, সুগন্ধি ধূপ জ্বলাই পবিত্রতাৰ পৰিবেশ সৃষ্টি কৰা হয়। সুগন্ধি কাঠি আৰু সুগন্ধি কাগজ তৈয়াৰ কৰা ব্যৱসায়ৰ বাবে প্রাচীন কালত চীন প্রখ্যাত হৈ পৰিছিল। প্রত্যেক চীনা পৰিয়ালে পুৱা-গধূলি তিনিডাল সুগন্ধি কাঠেৰে প্রার্থনা জনোৱা নিয়ম। আজিকালি অৱশ্যে বিদেশী সুগন্ধি দ্রব্য চীন দেশত সোমাইছে। কস্তুৰীৰ ব্যৱহাৰ চীন দেশত অতি প্রাচীন। চীনাসকলে সর্প দংশনৰ মহৌষধ স্বৰূপে ইয়াক ব্যৱহাৰ কৰিছিল। দুর্গম পর্বত-পাহাৰ, অটব্য অৰণ্যলৈ যাওঁতে লগত কস্তুৰী লৈ যোৱা নিয়ম আছিল। কস্তুৰীৰ গোন্ধ পালে সর্প আদি সৰীসৃপ জন্তু ওচৰলৈ নাহে বুলি চীনাসকলৰ ধাৰণা। চন্দন, গোলাপজল, অগৰু আদি চীনাসকলৰ সুগন্ধিৰ তালিকাত পোৱা যায়। যুতি-মালতী জাতীয় ফুল চীনাসকলৰ বৰ প্রিয় বস্তু। "ম-লু-হোৱা" "লিন হোৱা" আৰু "চু-হোৱা" আদি নামৰ সুগন্ধি ফুল চীন দেশৰ আদৰৰ নিদর্শন। অসমীয়া ডেকা-গাভৰুৰ প্রেম-নিবেদনত কপৌ ফুলৰ যি সমাদৰ, চীন দেশতো কপৌ ফুলৰ আদৰ বিশেষ উল্লেখযোগ্য। প্রাচীন চু-কিং বা ইতিহাস গ্রন্থত পোৱা যায় যে, চিয়াঙৰ বসন্ত উৎসৱত চীন দেশৰ ডেকা-গাভৰুৱে ইজনে সিজনক সম্ভাষণ জনাবলৈ সুবিধা পাইছিল। সুগন্ধি কপৌ ফুলেৰে ( Scented orchids ) ভৰা ঠাইত ডেকা-গাভৰুৰ

অবাধ মিলন ঘটিছিল। কপৌফুল ছিঙি নৈত উটুৱাই দি পূৰ্বপুৰুষ-সকলৰ উদ্দেশ্যে তৰ্পণ দিয়া নিয়ম। ইয়াৰদ্বাৰা পূৰ্বপুৰুষসকল সুখী হয় আৰু তৰ্পণকাৰীৰ মনৰ কামনা পূৰ্ণ কৰে। প্ৰেম নিবেদনৰ প্ৰতিযোগিতা শেষ হ'লে, গাভৰুৱে মনখোৱা ডেকাজনৰ কাষ চাপে আৰু ডেকাজনৰ হাতৰপৰা কপৌফুল গ্ৰহণ কৰে। চিয়াংসকলে বিশ্বাস কৰে যে পবিত্ৰ ঠাইৰপৰা অহা কপৌফুলৰ সংস্পৰ্শত ডেকা-গাভৰুৰ প্ৰণয় গভীৰ হয় আৰু সন্তান-সন্ততি বৃদ্ধি পায়। কপৌফুল সেই বাবে প্ৰজননৰ প্ৰতীক। ওৱেন নামৰ এজন ৰাজকোঁৱৰৰ এগৰাকী ৰক্ষিতা স্ত্ৰী আছিল। তেওঁৰ নাম আছিল য়েন্‌কি। দেখি-বলৈ অতি সুশ্ৰী আৰু মৰম লগা। কোনো সন্তান নাছিল বাবে তেওঁৰ মনত কষ্টৰ সীমা নোহোৱা হৈছিল। মন্দিৰলৈ গৈ য়েন্‌কিয়ে সদায় সুগন্ধি কাঠি পুৰি প্ৰাৰ্থনা জনাইছিল। এদিন য়েন্‌কিয়ে সপোন দেখিলে যে এগৰাকী স্বৰ্গীয় দূতে এপাহ কপৌফুল তেওঁৰ হাতত গুজি দিছে আৰু কৈছে, "মই তোমাৰ পূৰ্বপুৰুষ, এই পাহ সুগন্ধি কপৌফুল লোৱা, ইয়াৰ প্ৰভাৱত ৰাজকোঁৱৰ ওৱেনে তোমাৰ লগত সহবাস কৰিব; ফলত তোমাৰ এটি সুন্দৰ পুত্ৰ সন্তান জন্ম হ'ব। সেই সন্তানে ৰাজ-সন্তান স্বৰূপে স্বীকৃতি লাভ কৰিব। সকলো প্ৰজাই মৰম কৰিব।" ৰাতি ৰাজকোঁৱৰ আহিলত য়েন্‌কিয়ে আদৰ জনালে আৰু প্ৰেম নিবেদন কৰিলে। য়েন্‌কিয়ে ক'লে, "মোৰ কোনো গুণ নাই যাৰ দ্বাৰা আপোনাৰ মনত মই আনন্দ দিব পাৰিম। আপোনাৰ অনুগ্ৰহত এটি পুত্ৰ-সন্তান লাভ হ'লে জনসমাজে এই পুত্ৰ আপোনাৰ ঔৰষত হৈছে বুলি বিশ্বাস কৰিবলৈ টান পাব। কিয়নো, মই আপো-নাৰ এজনী ৰক্ষিতাহে মাথোন। কপৌফুলত ৰাজবংশৰ সুগন্ধি আছে, আপুনি মোক কপৌফুল এপাহি দিলে মই প্ৰমাণ স্বৰূপে ৰাখিব পাৰিম।" য়েন্‌কিৰ ব্যৱহাৰত ৰাজকোঁৱৰ মুগ্ধ হ'ল আৰু এপাহ কপৌফুল দি পৰম সুখেৰে সহবাস কৰিলে।

যথাসময়ত য়েন্‌কিৰ গৰ্ভত এটি খিতোপন ল'ৰা জন্ম হ'ল, ইয়াৰ নাম ৰখা হ'ল 'লেন'। লেন মানে কপৌফুল বুজায়। লেন ডাঙৰ-দীঘল হবলৈ ধৰিলে আৰু বিধিমতে ৰাজকোঁৱৰ হৈ 'মু' নাম গ্ৰহণ কৰিলে। এবাৰ 'মু'ৰ ডাঙৰ নৰীয়া হ'ল। মুৱে

ক'লে, "বাৰীৰ কৰ্ঠাল গছজোপাত থকা কপৌফুলডাল মৰিলে ময়ো মৰিম। কপৌফুলৰপৰাহে মোৰ জন্ম হৈছিল।" এবাৰ কপৌফুল ডাল কোনোবাই কাটি পেলালে। ৰাজকোঁৱৰৰ মুৰো লগে লগে মৃত্যু হ'ল। এনেকুৱা উপকথা চীনা সাহিত্যত অনেক আছে। এইবোৰত ফুলক কেন্দ্ৰ কৰি বহুতো মনোমোহা সাধু ৰচিত হৈছিল।

চেন্-লুং নামে এজন চীনা সম্ৰাটে চিকিৎসা বিদ্যাৰ প্ৰতি বিশেষ যত্ন লৈছিল। সম্ৰাটে নিজে নানাবিধ সুগন্ধি বনৌষধ আৱিষ্কাৰ কৰি ৰাইজৰ সেৱা কৰিছিল। বিখ্যাত পঞ্চশাসকৰ তৃতীয় ৰজা হুয়াংতিয়ে (খৃঃ পূঃ ২৭০৪-২৫৯৫) সুগন্ধি দ্ৰব্যৰ ব্যৱহাৰত বিশেষ উৎসাহ দান কৰিছিল। অনেক ব্যৱহাৰিক আৰু লাহ-বিলাসৰ সাজ-পোছাক, অনেক টুপী, দীঘল চোলা, হাতপেৰা আদি এওঁৰ দিনতে আৱিষ্কাৰ হৈছিল। এওঁৰ পত্নী লিউজুৱে সুগন্ধি পাটৰ কাপোৰ পিন্ধি আধুনিকতাৰ পৰিচয় দিছিল।

খৃঃ পূঃ ২২০৫ চনত চিয়া বংশই চীন দেশত ৰাজত্বৰ পাতনি মেলে। এই ৰাজত্বৰ প্ৰতিষ্ঠাতা আছিল 'ইউ'। প্ৰবাদ আছে যে মদ তৈয়াৰ কৰাৰ প্ৰথা ৰজা ইউৰ আমোলতে চীন দেশত সোমায়। মদ প্ৰস্তুতকাৰী আইটিয়ে ৰাজ-অনুগ্ৰহ লাভ কৰিবৰ অভিপ্ৰায়ে অতি সুগন্ধিযুক্ত পানীয় দ্ৰব্য তৈয়াৰ কৰি ৰাজকন্যাৰ জৰিয়তে ৰজা ইউলৈ উপহাৰ পঠাইছিল। সুগন্ধি পানীয় পৰম তৃপ্তিৰে গ্ৰহণ কৰি ৰজাই অপাৰ আনন্দ পাইছিল। ৰাজ অনুগ্ৰহত আইটিৰ ব্যৱসায়ে ঠন ধৰি উঠিল। ৰজা-প্ৰজা উভয়ে সুগন্ধি মদৰ নিচাত ভোল গৈ কাম-কাজত আওকাণ কৰিবলৈ আৰম্ভ কৰিলে। কথা বিষম দেখি ৰজা ইউ সাৱধান হ'ল আৰু "মদপান দোষণীয়" বুলি আদেশ জাৰি কৰিলে। আইটিক দেশৰপৰা নিৰ্বাসন দিয়া হ'ল। মদৰ নিচাত হিতাহিত জ্ঞান হেৰুৱাই ভবিষ্যৎ বংশধৰসকলে যাতে ৰাজ্য হেৰুৱাব লগাত নপৰে ৰজা ইউৱে বিশেষ চিন্তা কৰিছিল। ৰজাই ভবিষ্যৎ বাণী কৰিছিল ঃ "মদ যিমানেই সুগন্ধি নহওক, ই এবিধ মাৰাত্মক নিচা; ইয়াক সেৱন কৰিলে হিতাহিত জ্ঞান নাইকিয়া হয়। ইয়াৰ প্ৰভাৱত ৰজাই ৰাজ্য হেৰুৱাব, প্ৰজা বিপথে যাব।"

ইউৰে কৰা ভবিষ্যত বাণী চিয়া বংশৰ শেষ সম্রাট চিয়েৰ গাতে ফলিয়ালে। সম্রাট চিয়ে আৰু তেওঁৰ পত্নীয়ে অতিৰিক্ত মদ্যপান কৰাৰ ফলতেই ৰাজ্য নাশ হ'ল। এই ৰাজ-দম্পতীৰ নিৰ্মমতা আৰু নৃশংসতা প্ৰাচীন ৰোম সাম্ৰাজ্যৰ সম্রাট নিৰোৰ সমতুল্য আছিল। ৰোম যেতিয়া পুৰি ছাঁই হৈ গৈছিল নিৰোৱে সুগন্ধি মদ্যপান কৰি বীণা বজাই পৰম সুখ লাভ কৰিছিল। সম্রাট চিয়ে আৰু তেওঁৰ পত্নীয়ে এনেকুৱা এটা ঘটনাৰে সকলোকে বিস্মিত কৰি তুলিছিল। এটা প্ৰকাণ্ড হ্ৰদ খন্দাই সেই হ্ৰদ সুগন্ধি মদেৰে পৰিপূৰ্ণ কৰিছিল আৰু বাদ্য বজাই একেলগে তিনি হাজাৰ নিৰীহ প্ৰজাক মদেৰে ভৰপূৰ হ্ৰদত পেলাই দিছিল। সম্রাট আৰু তেওঁৰ পত্নীয়ে অধিক মদ্যপান কৰি পাশৱিক সুৰাকেলি পৰম কৌতুকেৰে উপভোগ কৰিছিল। সেই মদ্য-পূৰ্ণ হ্ৰদত বুৰি কিমান প্ৰাণীয়ে প্ৰাণ হেৰুৱাইছিল, সেই কৰুণ দৃশ্যলৈ তেওঁলোকৰ দৃষ্টি নাছিল। চ্যাং বংশৰ ৰজা চৌমি সুগন্ধিৰ বাবে প্ৰখ্যাত আছিল। এওঁ ৰাজসভালৈ আহোঁতে গোটেই পথজুৰি সুগন্ধি পানী ছটিয়াই অহা নিয়ম আছিল। এওঁ বৰ অত্যাচাৰী ৰজা আছিল আৰু সভাসদসকলক মদ্যপান কৰিবলৈ আদেশ দিছিল। মদ্যপান কৰিহে এওঁ দোষীক শাস্তি বিহিছিল। সাধু-সজ্জনক এওঁ পুৰি মাৰিছিল। গৰ্ভৱতীৰ গৰ্ভ বিদাৰণ কৰিছিল। কথিত আছে, চৌমিনে কৈছিল ঃ "শুনিছোঁ মানুহৰ হৃদপিণ্ডত সাতোটা খাপ আছে। পি-কানৰ বুকু ফালি মই চাব খোজোঁ কথাটো সঁচা নে মিছা।" দেশত বিদ্ৰোহে দেখা দিয়াত নিজকে ৰক্ষা কৰিব নোৱাৰি চৌমিনে মণিমুক্তাখচিত সাজ-পোছাক পিন্ধি অতিৰিক্ত সুগন্ধি গাত ঘঁহি বিলাস-কুঞ্জ ভৱনৰ মাৰ্বল পাথৰৰ ওখ স্তম্ভত উঠি ৰাজপ্ৰাসাদত অগ্নি সংযোগ কৰিলে। পিছত জ্বলন্ত অগ্নিত জপিয়াই পৰি আত্মহত্যা কৰিলে। এই আত্মাহুতি এছিয়াৰ সুবিখ্যাত অসুৰ বাণীপালৰ অন্তিম ঘটনাৰ লগত তুলনা কৰিব পাৰি। নিজৰ কু-কৰ্মৰপৰা পৰিত্ৰাণ পাবলৈ সুগন্ধি কাঠৰ জুইৰ ধোঁৱাত সোমাই এদিন অসুৰ বাণীপালে মৃত্যু বৰণ কৰে।

প্ৰাচীন চীন দেশত দানৱ পূজা ( Demonccracy ) যুগ যুগ ধৰি চলি আহিছিল। তাবিজ, মাদুলি আদি ধাৰণ কৰি মানুহে ভূত-প্ৰেত বা দুষ্ট মানুহৰ হাতৰপৰা ৰক্ষা পাইছিল। পিতৃ তৰ্পণ আৰু পিতৃ-

পুৰুষৰ উদ্দেশ্যে বলিদানৰ ব্যৱস্থাও চীন দেশত প্ৰচলিত আছিল। বৃষ বলিদানৰ উল্লেখ ইতিহাস গ্ৰন্থত পোৱা যায়। তৰ্পণৰ কাৰ্য্যত বিধে বিধে ফুল-ফল, সুগন্ধি ধূপ-ধুনা উপচাৰ আদিৰ প্ৰয়োজন হৈছিল। নানাবিধ খাদ্যৰ তালিকাৰ ভিতৰত গোন্ধোৱা চাউল, বেতগাজ, পচলা, তেল-টেঙা, মাছ, লাও-কচু, মাহ, কল, লেচু আদি উল্লেখ কৰিব পাৰি। সুগন্ধি মছলাৰে খাদ্য প্ৰস্তুত কৰাত চীনাসকল অতি প্ৰাচীন কালৰেপৰা বিখ্যাত। গৰু আৰু গাহৰিৰ মাংস খোৱা প্ৰথাই চীন দেশত বিশেষকৈ মঙ্গোলীয়সকলৰ ভিতৰত বিশেষ সমাদৰ পাইছিল।

খৃঃ পূঃ ১১০০ চনত কি-চি নামৰ চীনা বিষয়া এজনে কোৰিয়া আবিষ্কাৰ কৰে। কোৰিয়াৰ নাম দিয়া হৈছিল 'চোজেন' অৰ্থাৎ "প্ৰভাত প্ৰশান্তিৰ দেশ"। ইয়ালৈ চীন দেশৰপৰা নানাবিধ মাল-মছলা, সুগন্ধি দ্ৰব্য, পাটৰ সাজ-পোছাক আমদানি হৈছিল। চীনদেশৰ পাটৰ কাপোৰ অতি প্ৰাচীন কালৰেপৰা জনাজাত। অসমলৈ চীনদেশৰপৰা পাট কাপোৰ আৰু আহোম ৰাজত্বৰ দিনত বিশেষ সমাদৰ পোৱা কিংখাপ আহিছিল বুলি অনুমান কৰিব পাৰি। খৃঃ পূঃ ২০৬—২২১ৰ কালছোৱাত হান বংশই চীনদেশত ৰাজত্ব চলাইছিল। এই সময়-ছোৱাক মহাচীনৰ সাংস্কৃতিক উন্নতিৰ বিশেষ যুগ বুলি ক'ব পাৰি। সাংস্কৃতিক ঐক্য প্ৰতিষ্ঠা কৰিবৰ বাবে চীনা অভিযাত্ৰী দল পশ্চিমে কাচ্পিয়ান সাগৰৰ পুব পাৰলৈ আৰু দক্ষিণে পাৰস্য উপসাগৰলৈকে অতিক্ৰম কৰি অনেক তথ্য সংগ্ৰহ কৰি সভ্যতা, সংস্কৃতি আৰু ৰাজ-নীতিৰ পৰিচয় দিছিল। ৰোম দেশৰ লগত বাণিজ্যিক আদান-প্ৰদান এই যুগতে আৰম্ভ হৈছিল। চীনা পাট-কাপোৰৰ বিনিময়ত ৰোমে সোণ, মূল্যবান পাথৰ, উৎকৃষ্ট সুগন্ধি দ্ৰব্য চীনলৈ পঠাইছিল। চীনদেশৰপৰা যোৱা পাট-কাপোৰৰ চাহিদা পূৰাবলৈ ৰোমৰ ৰাজ-ভঁৰালৰ জমা সোণ প্ৰায় নিঃশেষ হৈ আহিছিল। ৰোমে চীনক 'তা-চিন' অৰ্থাৎ বৃহৎচীন বুলিছিল। এটা বুৰঞ্জীমূলক বিবৰণীত পোৱা যায় যে কেইজনমান গ্ৰীক সদাগৰে সুগন্ধি দ্ৰব্য, মূল্যবান পাথৰ, মুক্তা-মণি, কাছৰ চলং প্ৰভৃতি বাণিজ্য-সম্ভাৰ লৈ চীনৰ ৰাজধানীত উপস্থিত হৈছিল আৰু চীনা সম্ৰাটক ৰোমান সাম্ৰাজ্যৰ ৰাষ্ট্ৰদূত বুলি পৰিচয় দিছিল। ৰোমান সম্ৰাট মাৰ্কাছ অৰেলিয়াছ আনটেনিয়াৰে এই বাৰ্তা পাই

অতিশয় মৰ্মাহত হৈছিল আৰু চীনা সম্ৰাটলৈ ক্ষমা প্ৰাৰ্থনা কৰি বহুত মূল্যবান সুগন্ধি দ্ৰব্য উপহাৰস্বৰূপে পঠাইছিল। গ্ৰীক ব্যৱসায়ীসকলে জল-পথেদি চীনদেশলৈ আহি সুগন্ধি দ্ৰব্য বিক্ৰী কৰি প্ৰচুৰ লাভবান হৈছিল। বিভিন্ন ব্যৱসায়ৰ যোগেদি চীনদেশৰ পাট-কাপোৰ, জন্তুৰ নোম থকা কোমল ছাল, দালচেনি সৰবৰাহ হৈছিল।

চিʼন বংশী ৰজাসকলৰ আমোলত কনফুচিয়াছ নীতি-ধৰ্মৰ অৱনতি ঘটাত তাও ধৰ্মৰ প্ৰভাৱ বৃদ্ধি পাইছিল। 'তাও' ধৰ্মত কিছুমান কু-সংস্কাৰে ঠাই পাইছিল। সম্ৰাট চিহয়াং নামৰ চিʼন বংশৰ ৰজা এজনে দৈহিক মৃত্যুৰপৰা হাত সাৰিবলৈ তাওপন্থী ঐন্দ্ৰজালিকৰ ওচৰত শৰণ লৈছিল। এই ঐন্দ্ৰজালিকসকলে এবিধ মৃত সঞ্জীৱনী সুধা ( Elixir of life ) আৰু স্পৰ্শমণিৰ সন্ধান দিব পাৰে বুলি জন-সমাজে বিশ্বাস কৰিছিল। ঐন্দ্ৰজালিকসকলে তন্ত্ৰ-মন্ত্ৰৰ সহায়ত বিধে বিধে সুগন্ধি ঔষধ আৱিষ্কাৰ কৰি জীৱন-যৌৱন আৰু ধন-সম্পদ বৃদ্ধি কৰাত সহায় কৰিব পাৰে বুলি প্ৰায় লোকৰে ধাৰণা আছিল। তাও ধৰ্মৰ প্ৰথম ধৰ্মগুৰু চ্যাংতাওলিং এজন বিখ্যাত সুগন্ধি বিষয়ক পণ্ডিত আছিল বুলি উল্লেখ আছে। প্ৰবাদ আছে যে তেওঁ নিৰ্জন পৰ্বতৰ গুহাত বাস কৰি ৰসায়ন চৰ্চা কৰিছিল। তেৱেঁই অমৰত্বৰ মহৌষধ আৱিষ্কাৰ কৰিছিল বুলি শিষ্যসকলে প্ৰচাৰ কৰে। তেওঁ বোলে নিজে অমৰত্ব লাভ কৰি এটা বিৰাট ড্ৰেগনৰ পিঠিত উঠি স্বৰ্গলৈ গতি কৰিছিল। অমৰ সুধা পান কৰি এওঁ বোলে নক্ষত্ৰ লোকত বিচৰণ কৰিব পাৰিছিল। পৰ্বত আৰু সমুদ্ৰক পৃথক কৰি বায়ু আৰু বজ্ৰক নিয়ন্ত্ৰণ কৰিছিল।

চ্যাং তাওৱিঙৰ আবিৰ্ভাৱৰ আগতেও চীনদেশত যাদুবিদ্যাৰ প্ৰচলন আছিল। তাও দৰ্শনতত্বৰ ভিতৰেদি তন্ত্ৰ-মন্ত্ৰ ইন্দ্ৰজালৰ দ্বাৰা পূৰ্ণ যৌৱন লাভ আৰু মৃত্যু জয় কৰাৰ আশাৰে জনসাধাৰণ আকৃষ্ট হৈছিল। চীন সম্ৰাটসকলে তাওমন্ত্ৰ বিশ্বাস কৰিছিল আৰু ইয়াৰ জনপ্ৰিয়তা বৃদ্ধি কৰিছিল। স্পৰ্শমণিৰ সন্ধান, বনৌষধ সেৱন, আহদি আদিৰ প্ৰতি মানুহৰ মন আকৰ্ষণ কৰিবলৈ তাওপন্থীসকলে বেজালি বিদ্যাৰ সহায় লৈছিল। এওঁলোকে বন-দৰৱ, আহদি আদি তৈয়াৰ কৰিছিল। পাৰাক সোণলৈ ৰূপান্তৰিত কৰাৰ গৱেষণা

চলাইছিল। কোহং নামৰ এজন তাওপন্থী লিখকে অমৰত্ব লাভৰ উপায় বৰ্ণনা কৰিছিল আৰু এলকিমিৰ ব্যৱস্থা দিছিল। "সুগন্ধি সেৱন কৰি মানুহে কেৱল অমৰত্ব লাভ কৰে, এনে নহয়, হেৰোৱা যৌৱনো ঘূৰাই পায়।" বৰ্ণনাত আছে "বগা চুলি ক'লা হয়, সৰি যোৱা দাঁত পুনৰ গজি উঠে, শৰীৰত নতুন বলৰ সঞ্চাৰ হয়। ৰসায়ন পান কৰিলে কোনো লোক বৃদ্ধ অৱস্থাপ্ৰাপ্ত নহয়; বৃদ্ধ যুৱকত পৰিণত হয়, চিৰজীৱ হৈ উঠে, কোনোদিনে তেওঁৰ মৃত্যু নঘটে....।"

তাও ধৰ্মৰ এই বেজালি মন্ত্ৰই চীনদেশত, বিশেষকৈ উত্তৰ খণ্ডত ওয়েই বংশৰ আমোলত (৩৮৬-৫৫৬) অশেষ সমাদৰ লাভ কৰিছিল। কৌ-চিয়ে-চি নামৰ এজন সম্ভ্ৰান্ত বংশীয় তাও সন্ন্যাসীক তাই উই ৰাজসভাত বিশেষ সন্মান জনাই ৰাজধানীৰ বহিৰ্ভাগত এটা মন্দিৰ নিৰ্মাণ কৰাই দিছিল। ইয়াৰ চৌহদত নানা ধৰণৰ ফুলগছ, ঔষধৰ গছ, লতা আদি লগোৱা হৈছিল। মন্দিৰৰ এক প্ৰাঙ্গণত নিয়ম মতে ৰসায়ণ আৰু উদ্ভিদ বিদ্যাৰ চৰ্চাৰ বাবে গৱেষণাগাৰ খোলা হৈছিল। প্ৰতি বছৰে সম্ৰাটে এই মন্দিৰ পৰিদৰ্শন কৰি মন্ত্ৰপূত সুগন্ধি ঔষধ সেৱন কৰিছিল। এই পৰিদৰ্শন কাৰ্য্য বংশানুক্ৰমিক প্ৰথাৰূপে পিছলৈ গ্ৰহণ কৰা হৈছিল।

কনফুচিয়াছ পণ্ডিতসকলে কিন্তু এই বেজালি, বন-দৰৱ প্ৰভৃতিক ঘৃণাৰ চকুৰে চাইছিল। গণধৰ্মৰ লগত কনফুচিয়াছ ধৰ্মৰ সম্বন্ধ নথকাত সাধাৰণ লোকে বেজ ব্যৱসায়ক খামুচি ধৰি ভাল পাইছিল।

চীন দেশলৈ বৌদ্ধধৰ্ম সোমাবৰ সুযোগ পালে দ্বিতীয় খৃঃ পূঃৰ হান বংশীয় সম্ৰাট উৰ সেনাপতিদ্বয় চ্যাচিয়েন আৰু লি-কুমানলিৰ পশ্চিম অভিযানৰ ফলস্বৰূপে। খৃষ্টীয় প্ৰথম শতাব্দীত ভাৰতবৰ্ষৰ দুজন বৌদ্ধ সন্ন্যাসী, যথাক্ৰমে কাশ্যপ মাতঙ্গ আৰু ধৰ্মাৰণ্য চীন-দেশলৈ আহি এটি বৌদ্ধ মন্দিৰ প্ৰতিষ্ঠা কৰে। এই মন্দিৰক "শ্বেতাঙ্গ" মন্দিৰ বুলি নামকৰণ কৰা হৈছিল। প্ৰবাদ আছে যে ভাৰতবৰ্ষৰপৰা পবিত্ৰ স্মৃতি-চিহ্ন, মূৰ্তি আৰু ধৰ্মগ্ৰন্থাদি এটা বগা-ঘোঁৰাত বহন কৰি চীন দেশলৈ অনা হৈছিল। বৌদ্ধ ধৰ্মৰ প্ৰাদুৰ্ভাৱ বঢ়াৰ লগে লগে ভাৰতবৰ্ষৰপৰা পূজা-অৰ্চনাত ব্যৱহাৰ হোৱা বিভিন্ন সুগন্ধি দ্ৰব্য চীন-

দেশত প্ৰচাৰ হৈছিল। বিখ্যাত চীনা পৰিব্ৰাজক ফাহিয়ান ভাৰতবৰ্ষলৈ আহি ধৰ্মগ্ৰন্থ সংগ্ৰহ আৰু সাংস্কৃতিক বস্তুহাৰ বহন কৰি দুই দেশৰ মাজত এক মধুৰ সম্বন্ধ গঢ়ি তুলিছিল।

ব্যৱহাৰিক জীৱনত প্ৰয়োজন 'চকাযুক্ত ঠেলাগাড়ী' চীনদেশত প্ৰথমতে ওলাইছিল বুলিব পাৰি। এই গাড়ীয়েদি বস্তু-বেহানি ইফালে সিফালে নিয়াৰ সুবিধা হৈছিল। 'চাহ খোৱা' প্ৰথা বহু প্ৰাচীন কালৰে-পৰা দক্ষিণ চীনত প্ৰচলিত আছিল আৰু পিছত এই প্ৰথা প্ৰায় ষষ্ঠ খৃঃত উত্তৰ অঞ্চললৈ বিয়পি পৰে। 'চা' শব্দটো চীনা শব্দ। কবিয়ে প্ৰথম পিয়লা, দ্বিতীয় পিয়লা, তৃতীয় পিয়লাৰ পিছত পিয়লা-চা খোৱাৰ তৃপ্তি প্ৰকাশ কৰিছে। ৭৮০ খৃঃত জনৈক লিখকে 'চাহ সাহিত্য' (Tea Classic) নামৰ গ্ৰন্থ লিখি চাহৰ মাহাত্ম্য প্ৰকাশ কৰে। সৰ্বোৎকৃষ্ট চাহপাতৰ গোন্ধ আৰু স্বাদ অমৃত সদৃশ; চাহপাতৰ ভাঁজবিলাক তুৰ্কবিলাকৰ অশ্বাৰোহী সৈনিকৰ বুট জোতাৰ ভাঁজৰ দৰে একা-বেঁকা। এই ভাঁজ খুলিবলৈ আৰম্ভ কৰে ঘূৰ্ণী বতাহত পাক লোৱা নদীৰ মাজৰ পানী-চক্ৰাৰ দৰে, বতাহত হালি-জালি পৰা চিক্-মিকোৱা হ্ৰদৰ দৰে আৰু হাল বাই শেষ কৰা কোমল মাটিৰ দৰে।" চাহ-পান এটি আনন্দমুখৰ উৎসৱ বুলি কোৱা হয়।

প্ৰাচীন চীনত ৰাজগণিকাসকলৰ প্ৰাদুৰ্ভাৱ উল্লেখযোগ্য। এওঁ-লোকে ৰাজ-অনুগ্ৰহ লাভ কৰি লাহ-বিলাসত দিন যাপন কৰিছিল। এওঁলোকৰ প্ৰসাধনত ৰাজকীয় ভঁৰালৰ মোটা ধন ব্যয় হৈছিল। ৰজাৰ মন যোগাবলৈ গাত সুগন্ধি তেল লগাইছিল, তামৰ আইনা চাই বহুত সময় ধৰি এওঁলোকে কেশ বিন্যাস কৰিছিল, চুলিত গোন্ধ তেল ঘঁহিছিল, চুলিৰ সৌন্দৰ্য্য বঢ়াবলৈ ফুলৰ মালা আৰু মূল্যবান অলঙ্কাৰ-পাতিও পিন্ধিছিল। মূল্যবান হাতীদাঁতৰ বা সোণ-ৰূপৰ পাত্ৰত বিধে বিধে সুগন্ধি প্ৰসাধন সংৰক্ষণ কৰা হৈছিল। ব্যৱহাৰ কৰা তামৰ আইনাখন সাধাৰণতে গোলাকাৰ আৰু ইয়াৰ বেৰডালত নানা ধৰণৰ কাৰু-কাৰ্য্য আৰু ভেুগণৰ চিত্ৰৰে অঙ্কন কৰা হৈছিল (Basil Gray's Chinese Art)। গণিকাসকলে নৃত্য-গীত কৰি চাহপানেৰে ৰাজ-কোঁৱৰসকলক সুখী কৰিছিল। ৬৬৭ খৃঃৰ সম্ৰাট তাইমুঙৰ গণিকা উ-হাও অসাধাৰণ ৰূপৱতী আছিল। এওঁৰ বিতোপন ৰূপ-লাৱণ্যই

সম্রাটক যাদু-মন্ত্ৰৰ দৰে বশীভূত কৰিছিল। শেষত উ-হাও সম্রাজ্ঞী-ৰূপে ৰাজ-সিংহাসনত উঠি প্ৰবল প্ৰতাপেৰে ৰাজ্য শাসন কৰে। এওঁ সুগন্ধি দ্ৰব্য আৰু প্ৰসাধনৰ বিষয়ে চৰ্চা কৰিছিল, সভাসদবৰ্গক এইবোৰ ব্যৱহাৰ কৰাত উৎসাহ দিছিল। প্ৰবাদ আছে যে সম্রাজ্ঞীৰ ৰূপ-লাৱণ্যৰ বৰ্ণনা কৰোঁতে ৰাজ কবিয়ে পদুম ফুলৰ লগত সম্রাজ্ঞীৰ ৰূপৰ তুলনা নকৰি পদুম ফুলৰ শোভাক সম্রাজ্ঞীৰ ৰূপৰ লগতহে ৰিজনি দিছিল।

ট্যাং যুগত চীনৰ ডাঙৰ ডাঙৰ চহৰবিলাকত পুৰুষ-মহিলা উভয়ে লাহ-বিলাসত দিন কটাবলৈ সুবিধা পাইছিল। তেওঁলোকে পাট-কাপোৰৰ ধুনপেচ মৰা পোছাক পৰিধান কৰিছিল আৰু শৰীৰৰ সৌন্দৰ্য্য বৃদ্ধি কৰিবলৈ সুগন্ধিৰ আশ্ৰয় লৈছিল। 'ফাৰকোটৰ' ব্যৱহাৰ ট্যাং যুগৰ উল্লেখযোগ্য সাজপাৰ। প্ৰায় লোকেই ফাৰকোটৰ ব্যৱহাৰ জানিছিল। ৰাজধানীৰ ওচৰত পাট কাপোৰৰ কল তৈয়াৰ হৈছিল। এইবোৰত প্ৰায় এক লাখ কৰ্মীয়ে কাম কৰিছিল। এই সময়তে চীনদেশৰপৰা নানাবিধ সুগন্ধি মছলা, চীনাবাচন দূৰ দেশলৈ ৰপ্তানি হৈছিল। বিদেশৰপৰা ধূপ, চন্দন, হাতীদাঁত, মণি-মুক্তা চীনদেশলৈ আমদানি হৈছিল। ট্যাং যুগত সমৃদ্ধিৰ ওখ স্তৰত উঠি চীনাসকলে বেহা-বেপাৰত সুনাম অৰ্জন কৰিছিল। ধনীসকলে বিলাস ভোগ কৰি ভাল পাইছিল আৰু সৌন্দৰ্য্য চৰ্চা কৰিছিল, চিত্ৰাঙ্কন কৰিছিল। কোৰিয়া, জাপান, ইণ্ডোচীন প্ৰভৃতি প্ৰতিবেশী দেশসমূহলৈ চীনদেশৰপৰা সাংস্কৃতিক সোঁত বৈছিল। ট্যাং বংশীয় সম্রাটসকলে মদপান কৰি ভাল পাইছিল আৰু সকলো উৎসৱতে সুৰাপান কৰাটো ৰীতিৰ ভিতৰত পৰিছিল। মদত বিধে বিধে সুগন্ধি মিহলাই খাই চীনাসকলে ভাল পাইছিল। 'লি-পো' নামৰ এজন বিখ্যাত চীনা কবিয়ে মদৰ সুগন্ধি নিচাক স্বৰ্গীয় আকৰ্ষণ বুলি বৰ্ণনা কৰিছিল। এওঁ লিখা 'সুৰাপাত্ৰৰ আঠগৰাকী অমৰ প্ৰেমী' (Eight immortals of the wine cup) বিখ্যাত চীনা কাব্য।

সুংযুগৰ বসন-ভূষণ, অঙ্গৰাগ, মন্দিৰ কলা আৰু গৃহসজ্জা সকলো আছিল জাকতজিলিকা; ক'তো সুশোভন সৌন্দৰ্য্য বিন্যাসৰ অভাৱ নাছিল। ১৩শ শতিকাত ভেনিছৰ পৰ্য্যটক মাৰ্কোপ'লোৰ ভ্ৰমণ

কাহিনীত পোৱা যায় যে মোঙ্গলীয় সম্রাট কুবিলায় খাঁ এজন সুগন্ধিৰ পূজাৰী আছিল। তেওঁৰ ৰাজ-প্ৰাসাদত ৰাণীসকলে প্ৰসাধন কৰিবলৈ আড়ম্বৰপূৰ্ণ প্ৰস্তুতি চলাইছিল। কুবিলায় খাঁৰ আমোলতে প্ৰধান ৰাজবাটৰ কাষত ৰাজহুৱা স্নানঘৰ তৈয়াৰ হৈছিল আৰু ইয়াক পৰিচৰ্য্যা কৰিবলৈ পৰিচালক আৰু পৰিচালিকা নিয়োগ কৰা হৈছিল। আহাৰৰ আগতে সকলো চীনা নাগৰিকে স্নান কৰা অভ্যাস আছিল। ৰাজবাটত বগা ৰঙৰ সুন্দৰ মুনিহ-তিৰোতাই মূল্যবান সাজপাৰ পিন্ধি লাহ-বিলাসৰ সামগ্ৰীৰ দোকানত কিনা-বেচা কৰিছিল। ৰাজ্যৰ ৰাজধানী খান্‌বালিক্ (পিকিং) চহৰ অতি দেখনিয়াৰ আছিল। ইয়াত হাজাৰ হাজাৰ দোকান, খাদ্য-সামগ্ৰীৰ প্ৰচুৰ ভঁৰাল, সুগন্ধি আহাৰ-পানীৰ অসংখ্য হোটেল দেখিবলৈ পোৱা গৈছিল। ছেঙ্গিছ খাঁৰ পাঁচ শৰো অধিক ৰূপৱতী পত্নী আছিল বুলি গম পোৱা যায়। এওঁলোকে বেছি সময় অঙ্গ-ৰাগতে কটাইছিল।

মাঞ্চু সম্ৰাট কাংচিৰ শাসন কালত চীনদেশত বহুতো ভাল কাম হৈছিল। কানি খোৱা কুসংস্কাৰ দূৰ কৰিবলৈ কাংচিয়ে যত্ন কৰিছিল। মাঞ্চু প্ৰথা অনুসাৰে দীঘল চুলি ৰাখি বেণী বন্ধা নিয়ম আছিল। চুলিৰ প্ৰতি পুৰুষ-মহিলা উভয়ে বিশেষ যত্ন লৈছিল। চীনদেশত প্ৰাচীন কালৰেপৰা (আনুমানিক ৯৭০ খৃঃ) ছোৱালীৰ সাত বছৰ হওঁতেই ভৰি দুটা আটি বান্ধি থোৱা নিয়ম আছিল। এনেকৈ ভৰি বন্ধা প্ৰথাৰ মূল উদ্দেশ্য আছিল যাতে চিৰকালৰ বাবে চীনা মাইকী মানুহৰ ভৰিযুগল সৰু আৰু ধুনীয়া হব পাৰে। সৰু সৰু ভৰিৰে চলন-ফুৰণ, চীনা গাভৰুৰ সৌষ্ঠৱ বৰ্দ্ধনৰ পৰিচায়ক। কোনো চীনা গাভৰুৰ ভৰিদ্বয়লৈ দৃষ্টিপাত কৰা নতুবা কোনো চীনা গাভৰুৰ আগত ভৰি বা পাদুকাৰ বিষয়ে উল্লেখ কৰা অভিৰুচি বিৰুদ্ধ। ভৰি দুখন সৰুৰেপৰা আঁটি বান্ধি থোৱাৰ ফলত কৰঙন আৰু কটি-দেশৰ মাংসপেশীৰ আকাৰ নিপোটোল আৰু কামোদ্দীপক হৈ উঠে। বিখ্যাত লেখক লিন্ ইউটাঙে তেখেতৰ গ্ৰন্থ "মাই কাণ্ট্ৰি এণ্ড মাই পিপলছ"ত লিখিছে—

"The hair and the skin of the Chinese, both men and women, show the result of millenniums of civilised indoor

living. The muscles of Chinese women are more flably than those of Westerners, this being an ideal consciouly cultivated through the institution of foot binding, which has other sex-appeal." (Lin Yutang, My country and My people) বিখ্যাত আমেৰিকান লেখিকা পার্ল বাকে চীনাসকলৰ জীৱন-ধাৰণ, আহাৰ-পানী, সাজ-সজ্জা আদিৰ বিষয়ে মূল্যবান গ্ৰন্থ লিখিছে। চীনাসকলৰ আহাৰ-পানী, বসন-ভূষণ সকলোতে দেশীয় ৰীতি-নীতি বৰ্তমান। এওঁলোকে নিজৰ দস্তুৰ এৰিব নোখোজে। চীনাসকলৰ গাত চীনদেশৰ গোন্ধ বিচাৰি পাব পাৰি। পার্ল বাকৰ এটা গল্পত পোৱা যায় যে এসময়ত আমেৰিকাৰপৰা উভতি যোৱা এজন চীনা যুৱকৰ বিদেশী গোন্ধে পৰিয়ালবৰ্গক বিৰক্ত কৰি তুলিছিল। গাখীৰ আৰু মাখনযুক্ত আমেৰিকাৰ আহাৰ-পানী খাই এই চীনা ডেকাই সম্ভৱ বেলেগ গোন্ধেৰে গোন্ধাইছিল। সুদীৰ্ঘ বাৰ বছৰ চীনদেশত থকাৰ পিছতহে এই বিলাতফেৰত ডেকাৰ গাত মাকে 'দেশীয় গোন্ধ' পুনৰ অনুভৱ কৰিছিল। পার্ল বাকে কৈছিল যে চীনা ল'ৰা-ছোৱালীয়ে মাকৰ গাখীৰ খাই ডাঙৰ-দীঘল হয় বাবে চীনা কেঁচুৱাৰ গাত সুগন্ধি লাগি থাকে। গৰুৰ গাখীৰ নাইবা গুড়ি গাখীৰ-পানী খাই ডাঙৰ-দীঘল হোৱা পশ্চিমীয়া কেঁচুৱাৰ গোন্ধতকৈ মাকৰ পিয়াহ খাই ডাঙৰ দীঘল হোৱা চীনা কেঁচুৱাৰ গোন্ধ অধিক মৰমসনা। চীনদেশত কেঁচুৱাক চুমা খাই মৰম কৰা প্ৰথা নাই। ইয়াত কেঁচুৱাক শুঙিহে মৰম প্ৰদৰ্শন কৰা হয়।



# অঙ্গৰাগৰ প্ৰয়োজনীয়তা

প্ৰাচীন গ্ৰীচ, ৰোম, মিছৰ, ভাৰতবৰ্ষ, চীন প্ৰভৃতি দেশত অঙ্গৰাগৰ প্ৰতি মানুহৰ যি ধাউতি আছিল সেই বিষয়ে আগৰ অধ্যায়কেইটাত কিছু আভাস দাঙি ধৰা হৈছে। মানৱ সভ্যতাৰ লগত ওতপ্ৰোতভাৱে অঙ্গৰাগ কেনেকৈ সোমাই আছে, সেই বিৱৰণসমূহৰপৰা বঢ়িয়াকৈ বুজিব পাৰি। মানৱ সভ্যতাৰ ক্ৰমোন্নতিৰ লগে লগে অৱশ্যে অঙ্গৰাগৰ ধৰণ-কৰণো সলনি হৈ আজিৰ অৱস্থা পাইছেহি। পূজা-প্ৰাৰ্থনা, লাহ-বিলাহৰ লগত কম-বেছি পৰিমাণে বিভিন্ন সুগন্ধি সম্ভাৰে আজিৰ জনসাধাৰণকো আনন্দৰ সৌৰভ বিতৰণ কৰি আছে। বিজ্ঞানৰ চমকপ্ৰদ উন্নতিয়ে প্ৰসাধন সামগ্ৰীৰ প্ৰতি মানুহৰ নতুন দৃষ্টিভঙ্গীৰ সূচনা কৰিছে। বস্তুৰ পৰীক্ষা-নিৰীক্ষাৰপৰা আৰম্ভ কৰি আৱিষ্কাৰৰ আন্তৰিক প্ৰচেষ্টালৈকে মানুহৰ অভিজ্ঞতাই প্ৰসাধন সামগ্ৰীৰ বিকাশ আৰু উন্নতি ঘটাত আজি বিস্তৰ সহায় কৰিছে। আধুনিক সমাজৰ প্ৰাত্যাহিক জীৱনত অঙ্গৰাগৰ বুদ্ধিগত প্ৰয়োগে প্ৰসাধন শিল্পক সুনিৰ্দিষ্ট ব্যৱসায়লৈ ৰূপান্তৰ ঘটাত উদগণি যোগাইছে। ব্যৱহাৰিক জীৱনৰ প্ৰয়োজন আৰু ৰুচিৰ খাটিৰত অঙ্গৰাগে আধুনিক মানুহৰ চিন্তা আৰু অনুভূতি নতুন ব্যঞ্জনাৰে সমুজ্জ্বল কৰিছে যাৰ ফলত আৱিষ্কৃত হৈছে নিত্য-নতুন প্ৰসাধন সামগ্ৰী, মনোগ্ৰাহী বিজ্ঞাপন, সৌন্দৰ্য্য সহায়ক বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠান। আগৰ দিনত প্ৰসাধন সামগ্ৰীৰ যি কষ্ট-বহুল প্ৰস্তুতি-প্ৰকৰণ, প্ৰয়োগ-প্ৰচেষ্টা, যি অস্পষ্ট ব্যৱহাৰিক গুণাগুণ সেইবোৰ আধুনিক কালত বিজ্ঞানসন্মত গৱেষণাৰ মাজেদি স্বচ্ছ আৰু বুদ্ধি-গ্ৰাহ্য হৈ পৰিছে।

অঙ্গৰাগৰ প্ৰয়োজনীয়তাৰ কথা কওঁতে উল্লেখ কৰা ভাল হ'ব যে ৰঙ আৰু ৰূপৰ দ্বাৰা মানুহৰ প্ৰবৃত্তিক সহজেই জগাই তুলিব

পাৰি । ৰঙ আৰু ৰূপৰ দ্বাৰা সকলো জীৱই আকৃষ্ট আৰু আসক্ত হৈ পৰাটো ইন্দ্ৰিয়গত প্ৰবৃত্তি । মানুহৰ ক্ষেত্ৰত এই আবেদন সঙ্গত আৰু শৃংখলাবদ্ধ বাবে ইয়াৰ বাহ্যিক আচৰণ ইতৰ জীৱ-জন্তুৰ দৰে সৰ্বনাশী নহয় । মানুহৰ সভ্যতাৰ যি যথাৰ্থ মূল্য আছে, সেই সত্যৰ ওপৰত ভিত্তি কৰি কবলৈ গ'লে আমি প্ৰত্যয় মানিব লাগিব যে ৰঙ আৰু ৰূপৰ যি মোহ, যি আবেদন, সেয়া হৈছে সৌন্দৰ্য্য উপভোগৰ যৌক্তিক আৰু বুদ্ধি-আশ্ৰয়ী মানৱীয় সত্তা । এই সত্তা প্ৰীতিপদ আৰু সংবেদনশীল । ৰঙ আৰু ৰূপৰ যি প্ৰদৰ্শন, আমাৰ বিষয় প্ৰসঙ্গত সেয়া প্ৰতিনিধিত্ব কৰিছে অঙ্গৰাগে । অঙ্গৰাগৰ মাজেদি ৰূপসৃষ্টিৰ যি আনন্দ তাকে কেন্দ্ৰ কৰি প্ৰসাধন শিল্পৰ পৰিবেশ গঢ়ি উঠিছে, বিচিত্ৰতা বৃদ্ধি পাইছে । সুৰুচিপূৰ্ণ অঙ্গৰাগে আমাৰ মনত বিস্ময়ৰ সূচনা কৰে । এই বিস্ময় আমাৰ চেতনাজগতৰ এক মধুৰ অভিব্যক্তি, সুখৰ আৰু তৃপ্তিৰ স্পৰ্শকাতৰ অভিজ্ঞতা । আনফালে অপ্ৰীতিকৰ ৰঙ আৰু ৰূপৰ প্ৰতি আমি বিৰোধ ভাব পোষণ কৰোঁ । চক্ষুগ্ৰাহ্য নহ'লে আমাৰ ইন্দ্ৰিয়বাহী আবেদন সতেজ হৈ নুঠে । বেয়া, অমাৰ্জিত মুখ এখন দেখিলে আমি হতাশ হওঁ । আমাৰ ৰুচিবিৰুদ্ধ ৰূপ আৰু ৰঙৰ বিশৃংখল সমাৰোহে আমাৰ ভাব-ভঙ্গী, অনুৰাগ, আবেগ-বিহ্বলতা বহুত পৰিমাণে বাধাপ্ৰাপ্ত কৰে । সেইবাবে অঙ্গৰাগৰ লগত আনন্দ উপভোগ কৰাৰ সচেতন প্ৰবৃত্তি এটা মানুহৰ লগত সদায় জাগ্ৰত হৈ আছে । কেতিয়াবা এই প্ৰবৃত্তি দৃশ্যমান বিষয়ৰ দ্বাৰা নিয়ন্ত্ৰিত আকৌ কেতিয়াবা খেয়ালী মনৰ দ্বাৰা বৰ্ণ-বৈচিত্ৰ্য । মুখসৌন্দৰ্য্যৰ গভীৰতাত ব্যক্তিৰ ব্যক্তিত্বৰ পৰিচয় পোৱা যায় । মাৰ্জিত, নিখুঁত আৰু দেখনিয়াৰ মুখসৌন্দৰ্য্য সৃষ্টি কৰোঁতে শাৰীৰিক-মানসিক দুয়ো দিশৰ সমন্বয় যথাৰ্থতে গুৰুত্বপূৰ্ণ । স্বাস্থ্যৰ লগত দেহসৌষ্ঠৱ বহু পৰিমাণে নিৰ্ভৰশীল । এটাৰ প্ৰতি আগ্ৰহ দেখুৱাই আনটোৰ বিকাশ ঘটাব নোৱাৰি । প্ৰকৃত অৰ্থত স্বাভাৱিক সৌন্দৰ্য্যক অধিক ৰমণীয় কৰি তোলাতে দেহ আৰু মনৰ সম্পূৰ্ণ সংগতি থকা নিতান্ত আৱশ্যক । ভাৰতীয় সৌন্দৰ্য্য চৰ্চাত প্ৰাচীন কালৰেপৰা এই সংগতিক অধিক গুৰুত্ব দি অহা হৈছে । মানুহৰ দৈহিক সুষমাক সৌন্দৰ্য্যমণ্ডিত কৰি তুলিবলৈ মানসিক বিশুদ্ধতাৰ

প্ৰয়োজন বুলি পণ্ডিতসকলে কৈ গৈছে। অঙ্গৰাগক বাস্তৱ আৰু সুন্দৰ কৰি তোলোতে সেইবাবে স্বাস্থ্যবান দেহ আৰু মনৰ প্ৰতি সদায় লক্ষ্য ৰখা কৰ্তব্য। আৰু এটা কথা মনত ৰাখিব লাগিব যে প্ৰাকৃতিক ৰূপ-মাধুৰ্য্যক বিকৃত কৰি এক উৎকট কৃত্ৰিম ৰূপ অঙ্কন কৰা অঙ্গৰাগৰ অৰ্থ নহয়। বহুতেই ধাৰণা কৰে যে অঙ্গৰাগ মানেই প্ৰাকৃতিক দেহ-সুষমাক সম্পূৰ্ণভাৱে বিনষ্ট কৰি বা লুকাই ৰাখি এক নতুন ৰূপ ধাৰণ কৰি আকৰ্ষণীয় হৈ উঠা। আধুনিক কালত মানুহৰ বিবেচনাত অনেক কৃত্ৰিম সৃষ্টিয়ে যুক্তিযুক্ত কাৰণত গ্ৰহণযোগ্য হৈ উঠিলেও এই কৃত্ৰিমতাই সৰ্বজন স্বীকৃতিৰ মৰ্য্যাদা লাভ কৰিব পৰা নাই। অসংলগ্ন, নিন্দিত ৰূপাঙ্কনে দেহশ্ৰী সৌন্দৰ্য্যমণ্ডিত কেতিয়াও কৰিব নোৱাৰে। অঙ্গৰাগৰ প্ৰাথমিক কাম হৈছে ৰুচিসন্মত, গ্ৰহণযোগ্য, সাৰ্থক ৰূপলাৱণ্য দাঙি ধৰা। স্বাভাৱিক সৌন্দৰ্য্যক অধিক মনোগ্ৰাহী কৰিব পাৰিলে অঙ্গৰাগত প্ৰকৃত আনন্দ লাভ কৰিব পাৰি, দৰ্শকৰ মনোযোগ সহজেই আকৰ্ষণ কৰিব পাৰি।

আগতেই উল্লেখ কৰা হৈছে যে শৰীৰৰ লগত মনৰ সম্পৰ্ক গভীৰ। শৰীৰ আৰু মনক সতেজ কৰি ৰাখিবলৈ শাৰীৰিক পৰিশ্ৰম, ব্যায়াম, খেল-ধেমালি, ফুৰা-চকা, সাধাৰণ ৰ'দ-বতাহ, নিয়মীয়া পুষ্টিকৰ আহাৰ-পানী, পৰিষ্কাৰ-পৰিচ্ছন্নতা, বিশ্ৰাম, নিদ্ৰা প্ৰভৃতিৰ প্ৰতি দৃষ্টি ৰখা দৰকাৰ। দুখ-কষ্টৰ মাজতো, অভাৱ-অনাটনৰ দিনতো মানুহে এইবোৰৰ প্ৰতি যত্নবান হবলৈ আশা কৰে। অঙ্গৰাগৰ লগত দৈনন্দিন স্নান কৰাটো ওতপ্ৰোতভাৱে জড়িত বুলি কব লাগিব। কিয়নো স্নানে মন-প্ৰাণ শীতল কৰে। প্ৰাচীন ভাৰতবৰ্ষত দৈনন্দিন স্নান কৰাটো ধৰ্মীয় আৰু স্বাস্থ্যৰক্ষাৰ বাবে নিতান্ত প্ৰয়োজনীয় বুলি গণ্য কৰা হৈছিল। স্নান কৰা বা গা ধোৱা অভ্যাসক (নহাপনম্) যত্ন সহকাৰে ৰক্ষা কৰিবলৈ সামাজিক ৰীতি-নীতি প্ৰবৰ্তন কৰি ৰাজহুৱা স্নানঘৰ নিৰ্মিত হৈছিল। নৈত বা পুখুৰীত স্নান কৰা অভ্যাস সকলো দেশতে প্ৰাচীন দিনৰেপৰা চলি আহিছে। শৰীৰ আটিল কৰিবলৈ সাঁতোৰা অভ্যাসেও সকলো মানুহৰ মাজত সমাদৰ পাই আহিছে। স্নান কৰাৰ আগত আৰু পিছত শৰীৰত তেল-জাতীয় বস্তুৰে মালিচ কৰা অভ্যাসৰ আঁৰত শৰীৰৰ তেজ চলাচল কৰা স্বাস্থ্যবিধি সোমাই

আছে। ৰোমান, গ্ৰীক আদি সুসভ্য জাতিবোৰে স্নান কৰাৰ ওপৰত আৰু উদং দেহত তেল মালিচ কৰাৰ ওপৰত অধিক জোৰ দিছিল। বৰ্তমান কালতো দৈনন্দিন স্নান কৰা আৰু গাত তেল ঘঁহা প্ৰথাই সকলো সমাজত সমাদৰ পাই আহিছে। বিশেষকৈ গৰম দিনত স্নান কৰা মানেই শৰীৰ-মন ঠাণ্ডা কৰা, গাৰ পোৰণি প্ৰশমিত কৰা। শৰীৰৰপৰা ঘাম, মলিয়ন বস্তু আঁতৰ কৰা নিতান্তই স্বাস্থ্যজনিত কথা। দৈনন্দিন ভালকৈ স্নান কৰাৰ অৰ্থই হৈছে—পৰিষ্কাৰ-পৰিচ্ছন্নতা অৱলম্বন কৰি মন-প্ৰাণ প্ৰফুল্ল ৰখা। পুৱাতে ঠাণ্ডা পানীৰে গা ধোৱা অভ্যাস বহুতৰ নিত্য-নৈমিত্তিক কাম। দিনটোৰ বাবে এই অভ্যাসে উৎসাহ যোগায়। মলিয়ন বস্তু আঁতৰ কৰোঁতে চাবোনৰ প্ৰয়োজন। আজিকালি সুগন্ধিযুক্ত চাবোন সকলোৱে ব্যৱহাৰ কৰে। শৰীৰৰ লগতে চুলিকোছাৰো যত্ন লোৱা প্ৰয়োজন। স্নান কৰোঁতে চুলিকোছাও সাৱধানেৰে ধোৱা নিয়ম আমি পালন কৰি আহিছোঁ। চুলিৰ সম্পৰ্কে মাইকী মানুহৰ বিশেষকৈ, দুঃচিন্তাৰ অন্ত নাই। চুলিৰ সমস্যাও বহুত। কাৰোবাৰ হয়তো চুলি পাতল, কাৰোবাৰ বেছি ডাঠ, কাৰোবাৰ হয়তো চুলি অসময়ত পকিছে বা সৰিছে, উফিৰে ভৰি গৈছে, খঁজুৱতি হৈছে, মূৰৰ ছাল খহটা হৈ ছিঙিছে, ঘা হৈছে ইত্যাদি এশ এবুৰি সমস্যা ইয়াৰ লগত লাগি আছে। আজিকালি এইবোৰ সমস্যা আঁতৰ কৰিবলৈ চিকিৎসা-বিষয়ক ব্যৱস্থা আৱিষ্কৃত হৈছে। চুলিৰ পৰিচৰ্য্যাৰ বাবে বহু ধৰণৰ তেল, ঔষধ, মলম ওলাইছে। চুলিৰ সংৰক্ষণ আৰু চকুত লগা কৰিবলৈ সৌন্দৰ্য্যচৰ্চাৰ বিশেষজ্ঞসকলে নানা উপায় দিছে। চুলিৰ লগত সম্বন্ধ থকা নানা বিষয়ে এওঁলোকে গৱেষণা চলাইছে। চুলিত ব্যৱহাৰ কৰিবলৈ হেয়াৰ-টনিক, ভিটামিন জাতীয় দৰব, চেম্পু' তেল, হেয়াৰ ক্ৰীম প্ৰভৃতি ওলাইছে। চুলিৰ গঠন, প্ৰকৃতি, ঘনত্ব আৰু স্বাভাৱিক বৃদ্ধিৰ ওপৰত ভিত্তি কৰি এইবোৰ সামগ্ৰী আৱিষ্কৃত হৈছে। চুলি পৰিষ্কাৰ আৰু উজ্জ্বল কৰিবলৈ চেম্পু' কৰা আজিৰ দিনত বহুতৰে অভ্যাসত পৰিণত হৈছে। ছালৰ মধ্যস্থিত ছিবেচাছ গ্লেণ্ড চুলিৰ মূলৰ সৈতে অঙ্গাঙ্গীভাৱে সংযুক্ত। এই ছিবেচাছ গ্লেণ্ডৰপৰা এবিধ ৰস ওলাই ছালৰ ওপৰভাগ বিয়পি

পৰে আৰু ছালক সদায় সতেজ, উজ্জ্বল আৰু স্বাস্থ্যকৰ কৰি ৰাখে। কিবা বেমাৰৰ বাবে কেতিয়াবা ছিবেচাছ গ্লেণ্ডৰ ৰস কমিলে ছালৰ ওপৰত ক্ৰিয়া কৰাত ব্যাঘাত জন্মে, ফলত তেজ চলাচল ব্যাহত হৈ পৰে, ছালৰ ওপৰভাগ শুকান হৈ পৰাত খজুৱতি আৰম্ভ হয়। উফিৰ জন্ম হয়—শুকান, খহটা ছালত দেখা দিয়া অস্বাস্থ্যকৰ অৱস্থাৰ বাবে। উফি মাৰিবলৈ চেম্পু ব্যৱহাৰ কৰা হয়। চুলিৰ মাজত জমা হৈ থকা ধূলি-মাকতি, মলিয়ন তৈলজ পদাৰ্থ আঁতৰ কৰিবলৈ সপ্তাহত এবাৰ বা দুবাৰ ভালকৈ চেম্পুৰে মূৰ ধোৱা আৱশ্যক বুলি বিশেষজ্ঞসকলে দোহাৰিছে। চেম্পু কৰাৰ পিছত চুলিকোছা মুচি ভালকৈ শুকুৱা প্ৰয়োজন। তিতি থকা চুলি অত্যন্ত বিপদজনক। চুলি শুকুৱাৰ পিছত ফণি বা ব্ৰাছেৰে চুলিকোছা ভালকৈ আঁচুৰি পেলাব লাগে। আজিকালি বজাৰত চুলি আঁচোৰাৰ বাবে নানা প্ৰকাৰৰ ফণি বা চুলিৰ ব্ৰাছ ওলাইছে। ইয়াৰ কিছুমান শিঙৰ, কিছুমান এলুমিনিয়ামৰ, কিছুমান প্লাষ্টিকৰ বা নাইলনৰ ফণি বা ব্ৰাছ। অন্যই ব্যৱহাৰ কৰা ফণি বা ব্ৰাছ পৰাপক্ষত ব্যৱহাৰ কৰা ঠিক নহয়। এইবোৰে আনৰপৰা সংক্ৰামক ছাল-বেমাৰৰ বীজাণু কঢ়িয়াই আনিব পাৰে। চুলিত দৰব সানিলে ফণি বা ব্ৰাছ ব্যৱহাৰৰ আগতে ডেটল বা আন পৰিশোধক লোচনৰে পৰিষ্কাৰ কৰি লোৱা ভাল। চুলিত যিকোনো তেল, চেম্পু, লোচন, হেয়াৰ ডাই ব্যৱহাৰ কৰাও ঠিক নহয়। আজিকালি কৃত্ৰিম বস্তুৰে বজাৰ ভৰি গৈছে। নকলী তেল, হেয়াৰ ডাই, চেম্পু ব্যৱহাৰ কৰি চুলি অকালতে নষ্ট কৰা বহুতো দুখজনক ঘটনা শুনিবলৈ পোৱা যায়। কেশ পৰিচৰ্য্যাত সেইবাবে নিত্য ব্যৱহৃত প্ৰসাধন সামগ্ৰীৰ শুদ্ধতাৰ প্ৰতি লক্ষ্য ৰাখিব লাগে। অকল চুলিৰ ক্ষেত্ৰতে নহয়, সমগ্ৰ শৰীৰৰ বাবে গাৰ ছালখন হৈছে স্বাস্থ্য আৰু ৰূপ-যৌৱনৰ ব্যক্তিগত বেৰ'মিটাৰ। ভাল, মসৃণ ছাল এখন এগৰাকী নাৰীৰ বাবে গৌৰৱৰ আধাৰ। ছাল, চকু, চুলি আৰু দেহৰ কমনীয়তাই হৈছে নাৰীৰ প্ৰথম পৰিচয়। সেইবাবে এইবোৰৰ সযত্ন পৰিচৰ্য্যা তেওঁৰ বাবে বিশেষ ফলদায়ক। বতাহ, জলবায়ু, বেমাৰ আৰু অৱহেলাই ছালৰ ওপৰত প্ৰধানকৈ প্ৰতিক্ৰিয়া কৰে বাবে সেইবোৰৰপৰা ৰক্ষা পাবলৈ সাৱধানতা অৱলম্বন কৰিব লাগে। গাৰ ছালে যাতে অক্সিজেন লব পৰা ক্ষমতা

আহৰণ কৰিব পাৰে সেইবিষয়ে লক্ষ্য ৰখা দৰকাৰ। অক্সিজেন আহৰণ কৰা অৰ্থই হৈছে আমাৰ উশাহ-নিশাহ প্ৰক্ৰিয়া সক্ষম কৰি ৰখা। আমাৰ ছালত থকা ফুটাবোৰ যদি মুকলি আৰু পৰিষ্কাৰ হৈ থাকে তেন্তে অক্সিজেন গ্ৰহণ বাধাপ্ৰাপ্ত হব নোৱাৰে। ছালৰ স্বাস্থ্য সতেজ ৰাখিবলৈ হলে তেজ চলাচল ঠিক থাকিব লাগিব। ইয়াৰ বাবে প্ৰয়োজন শাৰীৰিক পৰিশ্ৰমৰ। অভিজ্ঞ লোকসকলে পুষ্টিকৰ আহাৰ আৰু নিতৌ ব্যায়াম অব্যাহত ৰখাৰ ওপৰত জোৰ দিছে। পুষ্টিকৰ আহাৰ মানে বলকাৰক আহাৰ-পানী, যাৰ দ্বাৰা শৰীৰ দীৰ্ঘায়ু আৰু স্বাস্থ্যবান হব পাৰে। ব্যায়াম মানে, যেই কোনো পৰিশ্ৰম। খোজকঢ়াৰপৰা খেল-ধেমালি, খেতি-পথাৰ, ৰন্ধাবঢ়া, ঘৰৰ যাবতীয় কামবন সকলো পৰিশ্ৰমৰ অন্তৰ্ভুক্ত। আজিকালি বহুত ধৰণৰ 'মেছেজ' ওলাইছে। যি-বোৰ কৰিলে শৰীৰৰ তেজ চলাচলত সহায় হয়। শৰীৰৰ ছাল শুকান, কৰ্কশ চাকচিক্যহীন হলে কোনো প্ৰসাধনে ঔজ্জ্বল্য আনিব নোৱাৰে। বয়স বাঢ়ি যোৱাৰ লগে লগে গাৰ ছাল সোঁতোৰা-সোঁতোৰ হবলৈ আৰম্ভ কৰে, তেতিয়া নোমৰ ফুটাবোৰ ক্ৰমাৎ অকামিলা হৈ পৰে, তেজ চলাচল, বতাহ চলাচলত বাধা আহে। নোমৰ গুৰিবোৰ এটা ঘৰৰ খিৰিকীৰ নিচিনা। এইবোৰেদি বতাহ চলাচল কৰিব পাৰে। নোমৰ ফুটাবোৰ যাতে মলিৰে বন্ধ হৈ নাযায়, তাৰ বাবে ছাল সদায় পৰিষ্কাৰ কৰি ৰাখিব লাগে। ছাল হৈছে স্পৰ্শকাতৰ অঙ্গ। ইয়াক পৰিচৰ্য্যা কৰোঁতে মনোযোগ দিয়া উচিত। ভাল চাবোন, শীতল বিশুদ্ধ পানী, পৰিষ্কাৰ গামোছা ছাল পৰিষ্কাৰ কৰোঁতে ব্যৱহাৰ কৰিলে ছালৰ অপকাৰ হোৱাৰ ভয় নাথাকে।

মুখৰ চেহেৰা ধুনীয়া কৰাটোৱেই আজিৰ অঙ্গৰাগৰ কেৱল উদ্দেশ্য নহয়। মুখৰ সৌন্দৰ্য্য মানেই ব্যক্তিত্বভৰা এখন মুখ, যিখন মুখ আত্মপ্ৰত্যয়ৰে পৰিপুষ্ট। দৈহিক সৌন্দৰ্য্য প্ৰকৃতপক্ষে ব্যক্তিগত সম্পত্তি, ভাল স্বাস্থ্য আৰু প্ৰাণ-প্ৰাচুৰ্য্যৰে ভৰপূৰ এটা সুখী জীৱন। মুখখনৰ দোষ-ক্ৰুটিবোৰ ঢাকিবলৈ অঙ্গৰাগ এবিধ জাল নহয়। আজি অঙ্গৰাগ স্বাস্থ্যজনিত এটা সজ প্ৰচেষ্টা, সদায় উজ্জ্বল আৰু সৌন্দৰ্য্যময়ী হৈ থাকিবলৈ আশাকৰা এটা জীৱন্ত অনুভৱ। অঙ্গৰাগৰ বাবে সৰ্বপ্ৰথম প্ৰয়োজন হৈছে এখন পৰিষ্কাৰ আৰু সতেজ মুখৰ। মুখখন পৰিষ্কাৰ

কৰি ৰখাৰ সাধাৰণ নিয়ম হ'ল ইয়াৰ বাবে উপযোগী সুগন্ধি চাবোন আৰু পানী। আধুনিক কালত এই দুইবিধ বস্তুৱে সাধাৰণভাৱে মুখমণ্ডলৰ মলিনতা দূৰ কৰে বুলি ভাবিবৰ থল আছে। ভাৰতবৰ্ষত এতিয়াও ঘৰতে তৈয়াৰ কৰা অনেক সামগ্ৰী আছে যিবোৰ ব্যৱহাৰ কৰিলে মুখখনকে আৰম্ভ কৰি সৰ্বশৰীৰ নিমজ কৰি ৰাখিব পাৰি। বিশুদ্ধ বাদাম তেল কপাহত লগাই মুখখন পৰিষ্কাৰ কৰিব পাৰি। স্বাভাৱিক আৰু তেলেতীয়া মুখৰ বাবে একাপ দৈ, এচামোচ সুমথিৰা টেঙাৰ ৰস, এচামোচ নেমুটেঙাৰ ৰস ভালকৈ মিহলাই আঙুলিৰ আগেৰে ডিঙি-মুখত ঘঁহিব লাগে, পিছত এখন সেমেকা টাৱেলেৰে মচি মুখত ঠাণ্ডাপানী কেইবাবাৰো ছটিয়াই ডিঙি, মুখ সম্পূৰ্ণভাৱে পানীৰে ধুই পেলাব লাগে। আন এটা উপায় হল—সিদ্ধ অটমিল আৰু মৌ মিহলাই শুকান ছালত ঘঁহি কিছু সময় অপেক্ষা কৰাৰ পিছত অলপ কুহুমীয়া পানীৰে মুখখন পৰিষ্কাৰ কৰি পেলাব লাগে। নেমু-টেঙাৰ ৰস সমান ওজনৰ গাখীৰ বা গাখীৰৰ সৰ তিয়ঁহৰ ৰসত ফেটি মুখত ঘঁহিলেও মুখৰ মলিনতা নোহোৱা হয়। তিয়ঁহ চকলিয়াই তাৰে গাল-মুখত ঘঁহিলে ছালৰ উজ্জ্বলতা বৃদ্ধি পায়। কণীৰ বগা অংশ নেমুটেঙাৰ ৰসত ভালকৈ মিহলাই মুখত ঘঁহি কিছু সময়ৰ পিছত কুহুমীয়া পানীৰে ধুই পেলায়ো মুখৰ সুশ্ৰী আশা কৰিব পাৰি। চাৰি চামোচ অলিভ অয়ল, দুচামোচ তিলতেল, দুচামোচ চৰ্বি বা কোনো বনস্পতি জাতীয় তেল দুফোটমান ভাল সুগন্ধি আঁতৰত মিহলাই ফেটি মুখত ঘঁহা ক্ৰীম তৈয়াৰ কৰিব পাৰি। চকুত পানী ছটিওৱা বা চকু মুদি চকুৰ পতাৰ ওপৰত ঠাণ্ডা পানীত জুবুৰিয়াই থোৱা আৰু ব্যৱহাৰ কৰা চাহপাতৰ টোপোলা কিছু সময় ৰখা নাইবা চকলিওৱা তিয়ঁহৰ টুকুৰা বন্ধ চকুৰ পতাৰ ওপৰত খন্তেক থৈ দিয়া আদি বিভিন্ন ঘৰুৱা উপায় আমাৰ বহুতে জানে। এইবোৰ ব্যৱহাৰ কৰি চকুৰ জ্বলা-পোৰণি প্ৰশমিত কৰিব পাৰি। মৌ, নেমুটেঙা, গাখীৰৰ সৰ, তিয়ঁহৰ ৰস, কেঁচা হালধি প্ৰভৃতি বস্তুৰে আগৰ দিনত আমাৰ আইদেউসকলে বিধে বিধে বস্তু ঘৰতে কৰি মুখৰ ৰূপ বঢ়াই-ছিল। ঘৰত তৈয়াৰ কৰা এইবোৰ তৈলজ দ্ৰব্য অৱশ্যে সৰহ দিন সাঁচি-সামৰি ৰাখিবৰ ব্যৱস্থা নাছিল। আজিকালিৰ দৰে আগৰ দিনত

সংৰক্ষণৰ কোনো নির্ভৰযোগ্য উপায় নাছিল। অনেকে দৈনন্দিন নৈত বা পুখুৰীত গা তিয়াওঁতে পলসেৰে গা-মুৰ ধুই গাৰ মলি আঁতৰ কৰিছিল এইবিষয়ে আমাৰ আগৰ এটা অধ্যায়ত কিছু আভাস দিয়া হৈছে। আজিকালি মুখখন পৰিস্কাৰ কৰিবলৈ ক্লিনছিং মিল্ক, লোচন, ক্ৰীম আদি বিধে বিধে সামগ্ৰী ওলাইছে যিবোৰে সহজেই বাহ্যিক পৰিচৰ্চাত সহায় কৰিব পাৰে। অভিজ্ঞ লোকসকলে গাৰ ছালৰ লক্ষণ, প্ৰকৃতি, স্বভাৱ আদিলৈ লক্ষ্য ৰাখি ছাল, মুখ, চকু প্ৰভৃতি অঙ্গৰ উপযোগী কৰি কোল্ডক্ৰীম, ভেনিচিং ক্ৰীম, হেণ্ডক্ৰীম, লোচন ফাউণ্ডেছন, ফেচ পাউদাৰ, ৰোজ, টেলকাম পাউদাৰ, মাচকাৰা, আইব্ৰু পেঞ্চিল, আয়ছেডো, আয়লিডছ, আয়লেছ, লিপষ্টিক, স্কিন টনিক, নেইল পলিচ, পলিচ ৰিমুভাৰ আদি অনেক প্ৰকাৰৰ প্ৰসাধন সামগ্ৰী উলিয়াইছে। এইবোৰ সা-সামগ্ৰীৰ মৌলিকতা সম্পৰ্কে সাৱধানতা অৱলম্বন কৰিব পাৰিলে ভাল ফল সহজেই আশা কৰিব পৰি। মুখৰ স্বাভাৱিক ৰঙ আৰু ছালৰ লক্ষণৰ ওপৰত নির্ভৰ কৰি অনেক ধৰণৰ প্ৰসাধন সামগ্ৰী আৱিস্কৃত হৈছে। স্বাভাৱিক অৱস্থাৰ ছালৰ বাবে বিশেষ চিন্তাৰ কাৰণ নাই যদিও সাৱধান হোৱাটো বেয়া নহয়। মুখখন সদায় শুবলৈ যোৱাৰ আগতে ভালকৈ ধুই পেলোৱা অভ্যাস ৰাখিব পাৰিলে ভাল ফল আশা কৰিব পাৰি। কিছুমান ছাল আছে যিবোৰ শুকান। শুকান ছালৰ মুখত সহজে আঁচ বা ভাঁজ পৰে। এনেকুৱা ছালৰ বাবে দুয়োবেলা ক্লিনছিং আৰু তৈলজ ক্ৰীম উপযোগী। জাৰকালি শুকান ছালৰ মুখত বিশেষ যত্ন লব লাগে যাতে মুখখন নাফাটে। মুখ নাফাটিবৰ বাবে তেলেতীয়া ক্ৰীম ব্যৱহাৰ কৰিব পাৰি। শুকান ছালৰ মানুহে ফলমুল গাখীৰ খাব পাৰিলে ভাল। শাক-পাঁচলি, সজীৱ ফলমুল সকলো ছালৰ বাবে উপকাৰী বুলি বিশেষজ্ঞসকলে কৈছে। তেলেতীয়া মুখৰ স্বাভাৱিক তৈলজ পদাৰ্থই প্ৰসাধনত অসুবিধাৰ সৃষ্টি কৰে বাবে এনে মুখ সঘনাই পৰিস্কাৰ কৰাৰ প্ৰয়োজন হয়। কুহমীয়া গৰমপানীৰে মুখখন ধোৱাৰ ব্যৱস্থা বেয়া নহয়। নেমুটেঙাৰ ৰস কণীৰ বগা অংশৰ লগত ভালকৈ ফেটি মুখত ঘঁহি পিছত কুহমীয়া গৰম পানীৰে ভালকৈ ধুই পেলালেও তেলেতীয়া উজ্জ্বল কৰিব পাৰি। গাখীৰৰ সৰো

এনে বিধ মুখৰ বাবে ভাল। গৰম, শুকপাকী আহাৰ তেলেতীয়া মুখৰ বাবে বৰ ভাল নহয় বুলি ছাল বিশেষজ্ঞই কৈছে। আজিকালি চিকিৎসা বিজ্ঞান ইমান দ্রুতগতিত আগবাঢ়িছে যে উন্নত ধৰণৰ চিকিৎসা বিষয়ক সা-সুবিধাবোৰ অঙ্গৰাগত যথাসম্ভৱ কামত লগোৱা হৈছে। ৰাসায়নিক পদ্ধতিৰ নিৰ্ভৰযোগ্য আৱিষ্কাৰেও বিভিন্ন অঙ্গৰাগ সামগ্ৰীক গ্ৰহণযোগ্য কৰি তুলিছে। অকল যে ধুন-পেচৰ বাবেই অঙ্গৰাগৰ প্ৰয়োজন এনে নহয়, শৰীৰ-চৰ্চাৰ বাবেও ইয়াৰ উপকাৰিতা আছে বুলি চিকিৎসকসকলে স্বীকাৰ কৰিছে। শৰীৰৰ বিভিন্ন অঙ্গ-প্ৰত্যঙ্গ পৰিষ্কাৰ-পৰিচ্ছন্নতাৰে প্ৰাণৱন্ত কৰি ৰখা, শাৰীৰিক খুঁত কিবা থাকিলে তাক চতুৰতাৰে লোকচক্ষুৰ পৰা ঢাকি থোৱা, শৰীৰৰ প্ৰধান গুণবোৰ বুদ্ধিদীপ্ত প্ৰদৰ্শনেৰে বেছি আকৰ্ষণীয় কৰি তোলা, শাৰীৰিক-মানসিক প্ৰসন্নতা সজীৱ কৰি ৰখা---আজিৰ দিনত অঙ্গৰাগৰ প্ৰধান লক্ষ্য। এই লক্ষ্য আগত ৰাখি বিজ্ঞানসন্মত উপায়েৰে আজি অঙ্গৰাগৰ সৌৰভ আমাৰ মাজত সোমাইছে। নাক, কাণ, চকু, হাত, ভৰি, চুলি, নখ, চেলাউৰি প্ৰভৃতি বিভিন্ন শাৰীৰিক অঙ্গত বৈজ্ঞানিক পদ্ধতিৰে প্ৰয়োগ কৰিবলৈ বিধে বিধে প্ৰসাধন-দ্ৰব্য সহজে পোৱা হৈছে। অঙ্গৰাগ সাধাৰণভাৱেও কৰিব পাৰি, নাইবা ইচ্ছা কৰিলে বাহুল্যও কৰিব পাৰি। ব্যৱহাৰকাৰীজনৰ সময়, সামৰ্থ্য, অৱস্থা, পৰিবেশ অঙ্গৰাগৰ মূল প্ৰসঙ্গ। যি ধৰণেৰেই অঙ্গৰাগ নকৰক লাগিলে, ব্যৱহাৰ-কাৰীজনে ইয়াৰ প্ৰয়োগ কেনেকৈ কৰিব লাগে, ভালকৈ বুজিব লাগিব। কোনো প্ৰসাধন সামগ্ৰীৰ গুণাগুণ সম্পৰ্কে, প্ৰতিক্ৰিয়াৰ বিষয়ে তেওঁ সচেতন থাকিব লাগিব।

আমাৰ প্ৰায়ে ব্যৱহাৰ কৰা ভেনিছিং ক্ৰীম আৰু কোল্ডক্ৰীম বহুত দিনৰেপৰা চলি অহা প্ৰসাধন সামগ্ৰী। ভেনিছিঙৰ অৰ্থই হৈছে ইয়াক ঘঁহাৰ লগে লগে ততালিকে নাইকিয়া হৈ যোৱা। লগোৱাৰ পিছত মুখ মুকুতাৰ দৰে উজ্জ্বল হয় আৰু কিছু সময়ৰ বাবে ইয়াৰ তৈলজ প্ৰলেপত পাউদাৰ বৈ যায়। প্ৰথমতে ভেনিছিং ক্ৰীম ওলাওঁতে ৰাংচালী আইদেউহঁতে হাততে সৰগ চুকি পোৱা হেন লাগিছিল।

আজিকালি ভেনিছিং ক্ৰীমৰ বহুত উন্নতি হৈছে। ইয়াত পনীয়া তৈলজ দ্ৰব্য আৰু শতকৰা ১৫ ভাগ ক্ৰিয়ৰিক এচিড মিহলি থাকে। ইয়াৰ উজ্জ্বল বগা আভা আৰু স্নিগ্ধতাৰ বাবে আদৰ ক্ৰমাৎ বৃদ্ধি পাইছে। বিশেষকৈ, প্ৰাকৃতিক সৌন্দৰ্য্যৰে জকমকাই থকা পাট-গাভৰুৱে অন্য গধুৰ প্ৰসাধন নকৰি ভেনিছিং ক্ৰীম আৰু ফেচ্ পাউদাৰকে সাধাৰণভাৱে পৰিষ্কাৰ মুখত ব্যৱহাৰ কৰিব পাৰে। কিন্তু যিসকল মহিলাৰ মুখত তৈলজ পদাৰ্থ বেছি প্ৰকট তেওঁলোকে কেওলামিন-আশ্ৰিত ফাউণ্ডেচন ব্যৱহাৰ কৰিলে মুখত তেলেতীয়া ছাল শুকাই ফৰফৰীয়া হব। কিন্তু ডাঠ প্ৰসাধন কৰি স্বাভাৱিক সৌন্দৰ্য্য বিকৃত কৰাটো অত্যন্ত অশোভনীয় মনোভাৱ। অঙ্গৰাগৰ প্ৰথম খোজ হৈছে—এখন পৰিষ্কাৰ, নিকা মুখ। মুখলৈ ঠাণ্ডা পানী ছটিওৱা অভ্যাস অনেকৰ আছে। ইয়াৰ দ্বাৰা মুখ পৰিষ্কাৰ হোৱাৰ লগে লগে উজ্জ্বলতা বাঢ়ে। শুকান ছালৰ মুখৰ বাবে কোল্ডক্ৰীম উপযোগী। বয়সীয়াল মহিলায়ো ইয়াক ব্যৱহাৰ কৰিলে কুঞ্চিত আৰু ৰুক্ষ ছাল কিছু পৰিমাণে নিমজ হয়। কোল্ড-ক্ৰীম বহু পুৰণি প্ৰসাধন দ্ৰব্য। কোনো ডাঠ চৰ্বি জাতীয় বস্তুৰ লগত (বাদাম বা কোনো জন্তুৰ) পানী খচকি, মিহলাই আগৰ দিনত কোল্ডক্ৰীম জাতীয় প্ৰসাধন তৈয়াৰ কৰা হৈছিল। কিন্তু আজিকালি খনিজ তৈলজ দ্ৰব্য ব্যৱহাৰ কৰা হয়। পাতন ক্ৰিয়াৰ দ্বাৰা বাষ্প-ৰূপে পানী অংশটো নাইকিয়া কৰি গেঁদ পদাৰ্থ শোধন কৰি সুগন্ধী সংমিশ্ৰণেৰে কোল্ডক্ৰীম তৈয়াৰ কৰাৰ উপায় ওলাইছে। পানী আৰু তৈলজ পদাৰ্থৰে প্ৰস্তুত কৰা এইবিধ শীতল প্ৰসাধনে ছালৰ চমটা মৰা মলি পৰিষ্কাৰ কৰে আৰু লগতে মুখৰ ছাল তেলযুক্ত, কোমল আৰু স্থিতিস্থাপক কৰি তোলে। আজিকালি দিনত বা ৰাতি লগোৱা ক্ৰীমক ছালৰ উপযোগী কৰি তোলোঁতে ভিটামিন সংযোগ কৰা ব্যৱস্থা হৈছে। মুখ পৰিষ্কাৰ কৰিবলৈ অৱশ্যে আজিকালি ৰাসায়নিক পদ্ধতিৰে বিধে বিধে ঔষধভিত্তিক ক্ৰীম, লোচন, ওলাইছে। তেলেতীয়া, শুকান বা কুঞ্চিত ছালৰ প্ৰয়োজন বুজিহে ব্যৱহাৰ কৰোতাজনে এইবোৰ কিনা ভাল কাম হব। নিৰ্বাচনৰ বিষয়ত সহায় কৰিবলৈ আজিকালি সৌন্দৰ্য্য বিশেষজ্ঞ ওলাইছে, প্ৰসাধন প্ৰস্তুত কৰা ডাঙৰ ডাঙৰ প্ৰতিষ্ঠানেও অভিজ্ঞ

লোকৰ দ্বাৰা প্ৰসাধন সামগ্ৰীৰ উপযুক্ত ব্যৱহাৰ আৰু নিৰ্বাচনৰ বিষয়ত সহায়-পৰামৰ্শ আগবঢ়াইছে। আইদেউসকলৰ বাবে ভলোৱা আলোচনীত এইবোৰ নিতৌ চকুত পৰাকৈ প্ৰকাশ পাইছে। ব্যক্তিগত গাৰ ৰঙৰ লগত খাপ খুৱাই কেনেকৈ ধুনীয়াজনী হব পাৰি, কেনেকৈ কৌশলেৰে অঙ্গৰাগ কৰিব পাৰি, হাতধৰি খৰচ কৰিও কেনেকৈ দৰকাৰী দুই-এপদ প্ৰসাধন কিনিব পাৰি, এইবোৰ আলোচনীৰ শিতানত নিয়মীয়াকৈ প্ৰকাশ পাইছে।

যি সাজ-পোছাক পিন্ধা হয়, যি অলপ-অচৰপ প্ৰসাধন কৰা হয়, তাৰ ভিতৰেদি মাৰ্জিত ৰুচি আৰু ব্যক্তিত্ব প্ৰদৰ্শন কৰাটো অঙ্গৰাগৰ কাম বুলি আগতে কৈ অহা হৈছে। মানুহে কি আশা কৰে, এই বিষয়ে সচেতন হব পাৰিলে সাজ-পোছাক—ৰূপসজ্জা সকলোতে বিমল আনন্দ লাভ কৰিব পৰা যে সহজ হৈ পৰে, এই বিষয়ে সন্দেহ নাই। ব্যৱহাৰকাৰীৰ মানসিক প্ৰস্তুতি যদি নাথাকে, নিজৰ ওপৰত যদি বিশ্বাস নাথাকে, তেনেহলে যি কোনো সাজ-পোছাকে, যি কোনো অঙ্গৰাগে ব্যক্তিত্ব দাঙি ধৰিব কেতিয়াও নোৱাৰে। যি প্ৰসাধন কৰি আনন্দ লাগে, যি সাজ-পোছাক পিন্ধি মন প্ৰফুল্লিত হয়, শুৱাই ধৰে, তেনে ধৰণৰ প্ৰসাধন আৰু সাজ-পোছাকহে ব্যৱহাৰ কৰা যুগুত। সন্দেহ থাকিলে, খোকোজা লাগিলে জোৰ কৰি এইবোৰ পিন্ধিবলৈ বা লগাবলৈ যোৱা নিতান্তই অযুগুত কথা। ভুচুংপহ হৈ হাঁহিয়াতৰ পাত্ৰী হবলৈ গলে অনুশোচনাৰ সীমা নোহোৱা হয়। বয়স, স্থান-কাল সকলোৰে ওপৰত যিহেতু অঙ্গৰাগ, পোছাক-পৰিচ্ছদ নিৰ্ভৰশীল সেইবাবে সেইবোৰৰ প্ৰতি সদায় সচেতন থাকিব পাৰিলে গাম্ভীৰ্য্য ম্লান, নপৰে। আধুনিক যুগত সেইবাবে অঙ্গৰাগক এটা সুকুমাৰ কলা স্বৰূপে স্বীকৃতি দিয়া হৈছে। নাৰীৰ ভাব আৰু স্বভাৱ ইয়াৰ মাজেদি জিলিকি উঠে বাবে আজিৰ দিনত ইয়াৰ গুৰুত্ব অধিক তাৎপৰ্য্যপূৰ্ণ হৈ পৰিছে। বিভিন্ন সময়ত, বিভিন্ন পৰিবেশত আৰু চলিত ফেচনত নাৰীৰ অঙ্গৰাগে বেলেগ বেলেগ বৈশিষ্ট্য দাঙি ধৰে কাৰণে ইয়াৰ সমাদৰ ক্ৰমাৎ বৃদ্ধি পাইছে। অঙ্গৰাগে স্বাভাৱিক ৰূপ দুগুণ ৰূপ-লাৱণ্যৰে প্ৰদৰ্শন কৰোঁতে সংযত, মাৰ্জিত আৰু সম্মত আচৰণেৰে আগবাঢ়ে যাতে কতো ভুল নহয়, অসাৱধানতাৰ ফলত হাঁহিয়াতৰ পাত্ৰী

হব নালাগে, কাৰো কটু আৰু ৰূঢ় সমালোচনা শুনিব লগাত নপৰে। কোনো মানুহ সম্পূৰ্ণ শুদ্ধ হব নোৱাৰে। এটা ভাল জীৱন আশা কৰোতে কেতিয়াবা তাতো আউল লাগে, তেনেকৈ অঙ্গৰাগতো আমাৰ কেতিয়াবা ভুল হয়, মাত্ৰা চেৰাই যায়। শুদ্ধতাৰ এটা সম্যক ধাৰণা থাকিলে ভুল-ভ্ৰান্তি সংশোধন কৰা একো কঠিন কাম নহয়। অভিজ্ঞতাই সামাজিক আচৰণ শুদ্ধ কৰাৰ দৰে অঙ্গৰাগত পাকৈত হবলৈ কিছু চিন্তা কৰিবলৈ শিকিব লাগিব, আত্মপ্ৰত্যয় আহিব লাগিব। অৱশ্যে অঙ্গৰাগ কৰি গৰ্বিতা হোৱা, নাইবা তুলুঙা স্বভাৱৰ হোৱাটো কোনেও আশা নকৰে। চুলিকোছা আৰু মুখৰ মাতষাৰ যেনেকৈ আনৰ বাবে চেনেহৰ বস্তু, তেনেকৈ চেনেহৰ হৈছে পৰিষ্কাৰ নখ, উজ্জ্বল দাঁত, মৰম লগা হাত, ভৰি, শৰীৰৰ গঠন, মুখৰ ব্যক্তিত্ব। আৰু ভাললগা বস্তু হৈছে আন্তৰিকতাপূৰ্ণ উদাৰ এটা নিকা মন, যাৰ দ্বাৰা এগৰাকী নাৰীয়ে বহুতৰ সমাদৰ লাভ কৰিব পাৰে।



(গোপী : যামিনীৰায়)

# অঙ্গৰাগত সুগন্ধী আঁতৰ

অঙ্গৰাগৰ নিবিড় সম্পৰ্ক থকা আন এবিধ দ্ৰব্য হল—সুগন্ধী আঁতৰ বা গোন্ধতেল। ইংৰাজী শব্দ Perfume বুলিলে যি বুজায় সেই অৰ্থতে সুগন্ধী আঁতৰ বা গোন্ধতেল নামকৰণ কৰা হৈছে। Perfume শব্দৰ মূল লেটিন Perfumum মানে ধোঁৱাৰে আবৃত। আগতে ধূপ-ধূনা জ্বলাই ধোঁৱাৰে আবৃত এক বাতাবৰণৰ প্ৰয়োজন হৈছিল ধৰ্মীয় উপাসনাৰ বাবে। আধুনিক যুগত Perfumeৰ অৰ্থ বেলেগ হ'ল। আমাৰ ঘ্ৰাণেন্দ্ৰিয়ত ভাল লগা, মিঠা মিঠা সুগন্ধীৰ সুবাস অঙ্গৰাগৰ অন্যতম সঙ্গী হৈ পৰিল। আগতেও যে সুগন্ধী আঁতৰৰ ব্যৱহাৰ নাছিল এনে নহয়। প্ৰাকৃতিক সম্পদেৰে ভৰপূৰ ভাৰতবৰ্ষত বিভিন্ন ফল-ফুল, তৃণ-তৰুৰপৰা উপাদান সংগ্ৰহ কৰি নানাবিধ তৈলজ দ্ৰব্য প্ৰস্তুত হৈছিল। সৌন্দৰ্য্য চৰ্চাৰ বাবে প্ৰয়োজনীয় সুগন্ধীযুক্ত আঁতৰ তৈয়াৰ কৰোঁতে যথেষ্ট কষ্ট হৈছিল, সময় লাগিছিল। ভাৰতীয় ৰসবিদ্যাত শোধন, পাচন, বোধ, ভেদ, ধূপন, বাচন, ভাৱনা প্ৰভৃতি ৰাসায়নিক পদ্ধতিৰ উল্লেখ আছে। হিন্দু ৰসায়ন চৰ্চাৰ ধাৰা অনুসৰণ কৰিলে আমি সুগন্ধী দ্ৰব্য ব্যৱহাৰৰ উচ্ছ্বসিত বৰ্ণনা পাওঁহক। চৰক, সুশ্ৰুত আদি সংহিতাত বিভিন্ন ৰাসায়নিক দ্ৰব্যৰ সহযোগত কেনেকৈ মিশ্ৰিত তৈলপণিক প্ৰস্তুত হৈছিল তাৰ মনোগ্ৰাহী বিৱৰণ দিয়া হৈছে। প্ৰকৃতিভেদে উদ্বায়ী তৈলজ দ্ৰব্যৰ গুণাগুণ, প্ৰস্তুত প্ৰণালীৰ বৈচিত্ৰ্য হিন্দু ৰসায়ন শাস্ত্ৰত উল্লেখ আছে। কৌটিল্যৰ অৰ্থশাস্ত্ৰতো বিভিন্ন প্ৰাকৃতিক উপাদানৰপৰা কেনেকৈ উৎকৃষ্ট সুগন্ধী আঁতৰ তৈয়াৰ হৈছিল পঢ়িবলৈ পোৱা যায়। ঘৃষ্ট, চূৰ্ণ, দাহজ, নিষ্পীৰণ, শোধন আদি ৰাসায়নিক প্ৰক্ৰিয়াৰ কথা অৰ্থশাস্ত্ৰত বিতংভাৱে বৰ্ণনা কৰিছে। চন্দন, অগৰু, পদুম

যুতি-মালতি, কেতেকী, চম্পা, নাহৰ আদিৰ বাৰেবৰণীয়া সুগন্ধী আঁতৰে ভাৰতীয় মহিলাৰ অঙ্গৰাগ দুগুণে চৰাইছিল। ঋতুভেদে সুগন্ধীৰ সুবাস ধাৰণ কৰাটো তেওঁলোকৰ ৰুচি আৰু ব্যক্তিত্বৰ পৰিচয় বুলি সমাজত গণ্য কৰা হৈছিল। সুগন্ধী দ্ৰব্য প্ৰস্তুত কৰিবলৈ যি খেল মানুহ নিয়োগ কৰা হৈছিল তেওঁলোকক গন্ধিক, গন্ধিয়া-বৰুৱা প্ৰভৃতি পদবী দিয়া হৈছিল।

আধুনিক যুগৰ ব্যস্ততাৰ মাজতো সুগন্ধী আঁতৰৰ আদৰ কমা নাই; বৰং নিত্যনতুন সুবাসেৰে ই আমাৰ সমাজত গভীৰভাৱে অন্তৰঙ্গ হৈ পৰিছে। প্ৰসাধন শিল্পলৈ মন কৰিলে আমি গম পাম যে সুগন্ধী আঁতৰ নহলে কোনো প্ৰসাধন সামগ্ৰী তৈয়াৰ কৰা সম্ভৱ নহয়। আমি ব্যৱহাৰ কৰা অনেক বস্তুতে সুগন্ধী আঁতৰ মিহলোৱা থাকে। উদাহৰণ স্বৰূপে আঙুলিয়াব পাৰি যে চাবোন, প্ৰসাধন দ্ৰব্য, ধূপবাতি, ধুনা, জৰ্দা, ধঁপাত, চিগাৰেট, নস্য, টুথপেষ্ট, টুথপাউদাৰ, খোৱা বস্তু যেনে কেক্-মিঠাই, লুজেন্স, টফি, চকলেট, চুইনগাম, মিঠা মছলা, পুডিং, আচাৰ, বিস্কুট, পানীয় দ্ৰব্য যেনে লিম্‌কা, গোল্ড-স্পট্, ডবল ছেভেন, ঠাম্পছআপ, কেম্পাকোলা, পেপ্‌চিকোলা, নানাবিধ স্কোৱাচ প্ৰভৃতিক সুগন্ধীযুক্ত কৰিবলৈ আঁতৰ সংযোগ কৰা হয়। টেক্সটাইল আৰু প্লাষ্টিক বয়বস্তুতো আজিকালি আঁতৰ মিহলোৱা হয়—সুঘ্ৰাণ কৰিবলৈ। দৈনন্দিন জীৱনযাত্ৰাৰ সকলো সময়তে আমি জ্ঞানে বা অজ্ঞানে এবিধ নহয় এবিধ সুগন্ধী আঁতৰ ব্যৱহাৰ কৰোঁ। ৰাতিপুৱা শুই উঠিয়েই মুখ ধুবলৈ টুথপেষ্ট বা টুথপাউদাৰ আমাৰ নিত্য প্ৰয়োজনীয় সামগ্ৰী। ডাড়ি খুৰাবলৈ ব্যৱহাৰ কৰা ছেভিংক্ৰীম বা চাবোন প্ৰায়বোৰ পুৰুষক সদায় প্ৰয়োজন হয়। মূৰত ঘঁহা তেলো আমাৰ বাবে দৰকাৰী বস্তু। সুস্বাদু আহাৰ আমি সকলোৱে ভাল পাওঁ। জুতিলগা আঞ্জা-পাতিত সুগন্ধীযুক্ত মাল-মছলাৰ গোন্ধ পালে আমাৰ ভাল লাগে, তেনে আঞ্জা-পাতি তপালি তপালি খাওঁ, ৰান্ধনীক প্ৰশংসা কৰোঁ। ৰাতি বিচনাত পৰোঁতে মহে আমনি কৰিলে আমি বিৰক্ত হওঁ আৰু মহৰপৰা ৰক্ষা পাবলৈ গোন্ধযুক্ত স্প্ৰে' বা দৰব ব্যৱহাৰ কৰোঁ। সাধাৰণ অৱস্থাৰ মানুহেও পুৱা-গধূলি এডাল ধূপ লগাই ইষ্টদেৱতাক সেৱা জনাই মঙ্গল কামনা

কৰে। আমি ব্যৱহাৰ কৰা অনেক দৰৱ মিঠা গোন্ধেৰে সোৱাদ-লগা। কাঁহৰ পনীয়া চিৰাপ, শৰীৰৰ বলকাৰক টনিকত এছেঞ্চ নিদিলে নচলে। সেইবাবে কব পাৰি যে পুৱাৰপৰা গধূলিলৈকে এবিধ নহয় এবিধ সুগন্ধীৰ সৌৰভ আমাৰ লগত জড়িত নোহোৱাকৈ নাথাকে।

এজন মানুহৰ মৃত্যু ঘটিছেনে নাই, সেই কথা সঠিকভাৱে নিৰ্ণয় কৰিবলৈ যেনেকৈ মানুহজনৰ হৃদযন্ত্ৰ বা নাড়ীৰ স্পন্দন পৰীক্ষা কৰা হয়, তেনেকৈ সুগন্ধী দ্ৰব্য কিনাৰ আগতে বা নিৰ্বাচন কৰোঁতে আমি নাকেৰে সুঙি চাওঁ। গা ধোৱা চাবোন, গাত লোৱা পাউদাৰ, চুলিত ঘঁহা তেল, এছেঞ্চ জাতীয় সামগ্ৰী, ধূপ, স্নো প্ৰভৃতি কিনোতে আমি সুঙি চাই ভাল-বেয়া নিৰ্ণয় কৰোঁ। আমাৰ নাকত ভাল নলগা প্ৰসাধন সামগ্ৰী আমি পছন্দ নকৰোঁ। মানসিক সচেতনতাই ৰুচি নিৰ্ণয় কৰোঁতে সহায় কৰে বাবেই প্ৰসাধন সামগ্ৰী প্ৰস্তুতকাৰীয়ে অতি সাৱধানতাৰে ৰুচিৰ প্ৰতি বিশেষ লক্ষ্য ৰাখে আৰু অধিক খৰিদ্দাৰে ভালপোৱা সুগন্ধীজাত এছেঞ্চ সংযোগ কৰি তেওঁলোকৰ সামগ্ৰী আকৰ্ষণীয় কৰি তোলে। এছেঞ্চ বা গোন্ধতেল প্ৰত্যেকটো প্ৰসাধন দ্ৰব্যত ব্যৱহৃত হয়। কেতিয়াবা প্ৰস্তুত দ্ৰব্যৰ প্ৰতিপোষক ( Subsidiary ) হিচাপে, কেতিয়াবা আকৌ প্ৰস্তুত দ্ৰব্যৰ মুখ্য আকৰ্ষণ হিচাপে ইয়াক ব্যৱহাৰ কৰা হয়। যি সুগন্ধীজাত তেল ব্যৱহাৰ কৰা হয়, সেই তেলৰ নিৰ্দিষ্ট প্ৰক্ৰিয়াৰ বিষয়ে ৰাসায়নিক প্ৰমাণ নিৰ্ভৰযোগ্য হোৱা উচিত। কোনো নিৰ্দিষ্ট প্ৰক্ৰিয়া আৰু উদ্ভিজ্জ পদাৰ্থৰ পৰা উলিওৱা কিছুমান মৌলিক আৰু মিশ্ৰিত উদ্বায়ী তেল ( essencial oil ) এছেঞ্চ উৎপন্ন কৰাৰ বাবে আৱশ্যকীয় উপাদান। বিভিন্ন সুৰা ( alchohol ), অম্ল (acid)ৰ লগত সংমিশ্ৰণ হৈ কৃত্ৰিম সুগন্ধী তেল প্ৰস্তুত হয় আৰু এইবোৰে আমাৰ ঘ্ৰাণেন্দ্ৰিয়ক স্পৰ্শকাতৰ কৰি তোলাত সহায় কৰে। ৰাসায়নিক সংশ্লেষণৰ ফলত এই কৃত্ৰিম তেল বাষ্পীয় ( volatie ) গুণৰ অধিকাৰী হৈ পৰে আৰু গোন্ধ দীৰ্ঘস্থায়ী হোৱাত সহায় কৰে। বনস্পতি, জন্তুৰ চৰ্বি, ৰাসায়নিক উদ্বায়ী তেল আদিৰে সুগন্ধী আঁতৰ প্ৰস্তুত হয়। উদাহৰণ স্বৰূপে কব পাৰি যে এডোখৰ

গা-ধোৱা চাবোনত প্ৰায় কুৰি ভাগ আৰু ৰুমালত ব্যৱহাৰ কৰা সুগন্ধী আঁতৰত প্ৰায় এশ ভাগ বিভিন্ন উপাদানেৰে প্ৰস্তুত মিশ্ৰিত উদ্বায়ী তেলৰ সুৰভি সোমাই থাকে।

আগৰ দিনত সুগন্ধী প্ৰস্তুত কৰোঁতে সামান্য কেইবিধমান উদ্বায়ী তেলেৰেই কাম চলোৱা হৈছিল কিন্তু আজিকালি ৰাসায়নিক কৃত্ৰিম তেলৰ সংখ্যাধিক আৱিষ্কাৰে বিধে বিধে সুগন্ধীযুক্ত এছেঞ্চ প্ৰস্তুত কৰাত সহায় কৰিছে। শিল্পজাত ৰাসায়নিক পদ্ধতিত বহুতো কেঁচা-মাল পোৱা গৈছে, যিবোৰে অনেকবিধ মিশ্ৰিত গোন্ধ কৃত্ৰিম উপায়েৰে উলিয়াবলৈ সমৰ্থ হৈছে। ৰাসায়নিক পদ্ধতিৰে প্ৰস্তুত কৰা সুগন্ধী আঁতৰে পূৰ্ণ অৱস্থা পাবলৈ যথেষ্ট সময় লাগে। বটলত ভৰোৱাৰ আগতে অনেকদিন গৱেষণাগাৰত ৰাসায়নিক পৰীক্ষা-নিৰীক্ষা চলাওঁতে সময়ৰ প্ৰয়োজন হয়। প্ৰস্তুতকাৰী লোকসকল পাকৈত লোক, এওঁ-লোকৰ ঘ্ৰাণেন্দ্ৰিয় অত্যন্ত প্ৰখৰ, স্মৃতিশক্তি নিৰ্ভৰশীল। প্ৰকৃত সমন্বয় ৰক্ষা কৰিহে এওঁলোকে সুগন্ধিৰ আৰক প্ৰস্তুত কৰে। কেইটামান এছেঞ্চে যাতে ব্যৱহাৰকাৰীৰ গন্ধবাহী স্নায়ুত মৃদু স্পৰ্শ কৰিব পাৰে, তাৰ প্ৰতি এওঁলোক সদায় সচেতন। এওঁলোক ৰসবিদ্যাত অভিজ্ঞ লোক আৰু সূক্ষ্ম অনুভূতিসম্পন্ন শিল্পী। যেনেকৈ এজন অভিজ্ঞ সুৰকাৰে সুৰৰ বা বাদ্যযন্ত্ৰৰ সমলয় ৰক্ষা কৰাত গুৰুত্ব দিয়ে, যেনেকৈ এজন গুণী শিল্পীয়ে তেওঁৰ কেনভাছত ব্যৱহাৰ কৰা বিভিন্ন ৰঙৰ অনৈক্যৰ মাজতো পৰস্পৰ ঐক্য অক্ষুণ্ণ ৰাখে, ঠিক তেনেকৈয়ে এজন অভিজ্ঞ সুগন্ধী আঁতৰ তৈয়াৰ কৰা লোকে ৰাসায়নিক সংমিশ্ৰণত আমাৰ দেহ আৰু মনৰ ওপৰত প্ৰভাৱ পৰাকৈ তেওঁৰ দ্ৰব্য প্ৰস্তুত কৰে। ঋতু, সময়, পৰিবেশ অনুসৰি কোন আঁতৰৰ কেনে প্ৰভাৱ, কাৰ ছালত কেনে ধৰণৰ আঁতৰৰ প্ৰতিক্ৰিয়া, তেওঁ সদায় পৰীক্ষা কৰি উপযুক্ত সিদ্ধান্তলৈ আহে। সেইবাবেই বিশুদ্ধ আঁতৰে আমাৰ ছাল স্পৰ্শ কৰিলে আমি স্নিগ্ধতা অনুভৱ কৰোঁ, আমাৰ মন প্ৰফুল্লিত হয়। সুমধুৰ গীতৰ দৰে উৎকৃষ্ট আঁতৰে অনেক সময়লৈকে মধুৰ অনুভূতি জগাই তোলে। উৎকৃষ্ট সুগন্ধী আঁতৰৰ গুণ বেছি আৰু ফলদায়ক বাবে তাৰ দামো বহুত বেছি। প্ৰস্তুত কৰোঁতে এনে আঁতৰত বহুতো শ্ৰম আৰু ধন খৰচ হয়।

প্ৰাকৃতিক সম্পদৰ ভিতৰত সতেজ ফুলৰপৰা যি সুগন্ধী উলিওৱা হয় সেইয়া প্ৰসাধন সামগ্ৰীৰ বাবে মূল্যবান উপকৰণ। ফুলৰ পাপৰিত যি তৈলজ দ্ৰব্য সোমাই থাকে তাক নিৰ্গত কৰি প্ৰাকৃতিক তেল উলিওৱা প্ৰথা আমাৰ ভাৰতবৰ্ষত প্ৰাচীনকালৰেপৰা চলি আহিছে। গোলাপৰ পাপৰিৰপৰা এদিন গোলাপী আঁতৰ আৱিষ্কৃত হৈছিল মোগল ৰাজত্বৰ সময়ত। যুতি-মালতি আৰু টিউবৰোজ ফুলত গন্ধযুক্ত বাষ্পীয় তেল গ্লুক'ছিডৰ আকাৰত জমা হৈ থাকে। এই গন্ধযুক্ত প্ৰাকৃতিক বাষ্পীয় তেল অকল ফুলৰ পাপৰিতে নাথাকে, কেনো কোনো উদ্ভিদ বনলতা, গছ-গছনিৰ ডাল, পাত, বাকলি, শিপা, আলু, ফল, গুটি, গা-গছৰ আঠা প্ৰভৃতিতো সংৰক্ষণ হৈ থাকে। উদাহৰণ স্বৰূপে কব পাৰি যে কাৰ-নেচন, একেচিয়া, মিমোছা, জেছমিন, গোলাপ, পদুম, ভেট, বেলি, চম্পা, নাহৰ আদি ফুলৰপৰা, আনফালে লেভেণ্ডাৰ, পিপাৰমিণ্ট ৰোজমেৰী, বেগুণী গছৰ ফুল আৰু পাতৰপৰা, দালচিনি, জেৰেনিয়াম, ভাৰবেনা আদি গছৰ ঠাৰিৰপৰা, কেনেলা, কেচিয়া, চিনামন গছৰ বাকলিৰপৰা চন্দন, দেবদাৰু, সৰল প্ৰভৃতি গছৰ কাঠৰপৰা, আদা, নহৰু, কেলেমাচ আদিৰ প্ৰকন্দৰপৰা, নেমুটেঙা, সুমথিৰা আদিৰ ৰসৰপৰা, আখৰোট আদিৰ গুটিৰপৰা, সৰল, মিৰ্ (Myrrh) জাতীয় গছৰ আঠাৰপৰা সুগন্ধী আঁতৰ প্ৰস্তুত কৰা উপাদান সংগ্ৰহ কৰা হয়। মাটি, খেতিৰ পদ্ধতি, জলবায়ুৰ ওপৰত যিহেতু গছ-গছনি, তৃণ-তৰু নিৰ্ভৰশীল, সেইবাবে ঠাই ভেদে এইবোৰৰপৰা আহৰণ কৰা প্ৰাকৃতিক বাষ্পীয় তেলৰ গুণাগুণো পৃথক হোৱা সম্ভৱ। বিশেষকৈ গোলাপ, চুইট্‌পিজ, কাৰনেচন, মালতি, বেলিফুল আদিৰ যত্ন আৰু আবদাৰৰ ওপৰত এইবোৰ ফুলৰ গোন্ধৰ তাৰতম্য ঘটা স্বাভাৱিক। সুগন্ধী প্ৰস্তুতকাৰীয়ে এইবোৰৰ পৰা আহৰণ কৰা উদ্বায়ীতেল আৰু অন্যান্য পদাৰ্থ মিহলাই কেনেকৈ আচল আঁতৰ তৈয়াৰ কৰিব লাগে বুজি পায়। এইবিধ গোন্ধতেলক ৰাসায়নিক পদ্ধতিৰে বহুবিধ গোন্ধলৈ ৰূপান্তৰিত কৰিব পাৰি। এবিধ উদ্বায়ী তেলত ইচ্ছা কৰিলে ১০০ বিধো বেলেগ বেলেগ উপকৰণৰ সন্ধান পাব পাৰি। উদাহৰণ স্বৰূপে কব পাৰি যে চিত্ৰনেলা আৰু গোলাপৰপৰা 'জেৰেনিয়ল' নামৰ উদ্বায়ীতেল পোৱা যায়। কোনো কোনো গছৰপৰা একোবিধ উদ্বায়ীতেল বিচাৰি প্ৰস্তুত কৰিব পাৰি। সুমথিৰা টেঙা গছৰ ফলে সুমথিৰাৰ গোন্ধ, ফুলে 'নেৰলি' আৰু পাতে

'পেটিগ্ৰেইট্' উদ্বায়ী তেলৰ গোন্ধ উৎপন্ন কৰে। বনজ সম্পদৰপৰা উদ্বায়ীতেল উলিওৱা ৰাসায়নিক পদ্ধতিক পাতন-ক্ৰিয়া ( distillation ) বুলি কোৱা হয়। এই ক্ৰিয়াত উপকৰণ প্ৰত্যক্ষভাৱে উতলা পানীৰ বা উচ্চচাপ সম্পন্ন ভাপৰ সংস্পৰ্শলৈ আহে। অতি উৎকৃষ্ট বিধৰ সুগন্ধি আঁতৰ প্ৰস্তুত কৰোঁতে কেতিয়াবা বনস্পতি উপকৰণসমূহ পেট্ৰোল জাতীয় জুলীয়া পদাৰ্থত ভালকৈ জুবুৰিয়াই লোৱা হয়। কেতিয়াবা আকৌ টেঙাজাতীয় ফল হাতেৰে চেপিও ৰস উলিওৱা প্ৰথা আছে। যদিও প্ৰাকৃতিক সম্ভাৰৰপৰা আহৰণ কৰা উদ্বায়ীতেল সুগন্ধি-আঁতৰ প্ৰস্তুত কৰিবৰ বাবে বিশেষ উপযোগী, ইয়াৰ যোগানে সম্পূৰ্ণ চাহিদা পূৰণ কৰি নোৱাৰে। প্ৰায় এক টন মালতীফুল সংগ্ৰহ কৰি চেপি ৰস উলিয়ালে মাত্ৰ এক পাউণ্ড তেল ওলাব আৰু ঠিক তেনেকৈ এশ মিলিয়ন গোলাপ-ফুলৰ পাপৰিৰপৰা এক পাউণ্ড গোলাপৰ তেল ওলাব। সেইবাবে ইমান কষ্টবহুল প্ৰচেষ্টাৰ পৰা হাত সাৰিবলৈ কৃত্ৰিম সুগন্ধি আঁতৰ প্ৰস্তুত কৰা ৰাসায়নিক প্ৰক্ৰিয়া ওলাইছে আৰু প্ৰাকৃতিক তৈলজ দ্ৰব্যৰ অভাৱ বহু পৰিমাণে পূৰণ কৰিছে। ঠায়ে ঠায়ে ব্যৱসায়িক ভিত্তিত ফুলৰ খেতি আৰম্ভ হৈছে। চন্দনতেল, অগৰু, মালতিফুল, বেলিফুল, পদুমফুল, গোলাপফুল প্ৰভৃতিৰ তেল ভাৰতৰপৰা বিদেশলৈ ৰপ্তানি কৰা হয়। সুগন্ধীতেল আৰু আঁতৰ প্ৰস্তুত কৰা অনুষ্ঠান-প্ৰতিষ্ঠান ভাৰতবৰ্ষত প্ৰায় ৫০০ খন মান আছে আৰু এইবোৰে বিভিন্ন সুগন্ধি সামগ্ৰী প্ৰস্তুত কৰিছে। কৃত্ৰিম সুগন্ধি আঁতৰো আমাৰ দেশত আজিকালি তৈয়াৰ হৈছে যাৰ ফলত বহুত সৰু-বৰ প্ৰসাধন শিল্পই কেঁচামাল সংগ্ৰহ কৰাত সুবিধা পাইছে।

ইংৰাজী শব্দ Synthetics ৰ সাধাৰণ অৰ্থ হৈছে ৰাসায়নিক উপায়েৰে উলিওৱা কৃত্ৰিম বস্তু। এনে প্ৰক্ৰিয়াত বেলেগ বেলেগ পদাৰ্থ মিলাই কৃত্ৰিম দ্ৰব্য তৈয়াৰ কৰা হয়। ৰাসায়নিক সংশ্লেষণ কাৰ্য্যত (chemical synthetic method) মূল পদাৰ্থৰ লগত অন্য পদাৰ্থ মিহলাই এক নতুন পদাৰ্থ তৈয়াৰ কৰা হয়। অৰ্থাৎ 'কাৰ্বন কম্পাউণ্ডছ'। কাৰ্বনৰ লগত হাইড্ৰ'জেন, নাইট্ৰজেন, অক্সিজেন, ক্লৰিণ, ছালফাৰ আদি পদাৰ্থৰ সংমিশ্ৰণেই হৈছে কাৰ্বন কম্পাউণ্ডছ। যেনেকৈ কাৰ্বন আৰু হাইড্ৰ'জেন সংমিশ্ৰণ হৈ মিথেন তৈয়াৰ হৈছে ($CH_4$) তেনেকৈ তৈয়াৰ

হৈছে লিমনেন, ($C_{10}H_{16}$)। আকৌ, কাৰ্বনৰ লগত নাইট্ৰ'জেন যোগ হৈ ইনড'ল ($C_8H_6NH$) আৰু নাইট্ৰ'বেঞ্জিন ($C_6H_5N_2O$) তৈয়াৰ হৈছে। এনে ধৰণৰ ৰাসায়নিক প্ৰক্ৰিয়া অনেক আছে যিবোৰে কৃত্ৰিম পদাৰ্থ তৈয়াৰ কৰাত সহায় কৰে। কৃত্ৰিম উপায়েৰে সুগন্ধীজাত পদাৰ্থ উলিয়াবৰ ক্ষেত্ৰত দুটা মূল গোট আছে, যাক কোৱা হয় এলিফেটিক আৰু এৰ'মেটিক। এলিফেটিক গোট মিথেনৰ লগত জড়িত, ইয়াত জন্তুৰ চৰ্বি আৰু বনস্পতি অন্তৰ্ভুক্ত। আনফালে এৰ'মেটিক গোটত বেঞ্জিন' আৰু 'কোল-টাৰ' উপজাত সামগ্ৰী অন্তৰ্ভুক্ত, যিবোৰৰ বেছিভাগে সুগন্ধীতেল প্ৰস্তুত কৰোতে সহায় কৰে। প্ৰাকৃতিক ফুলৰ তেল ৰাসায়নিক উপায়েৰে নিৰ্ণয় কৰোতে বৈজ্ঞানিকে আৱিষ্কাৰ কৰিলে যে তেওঁ উপাদানেৰে মিশ্ৰিত প্ৰতিক্ৰিয়াত অকল মূল পদাৰ্থৰ ভিত্তিত এবিধেই নহয় কেইবাবিধো বিভিন্ন গোন্ধৰ আঁতৰ পাব পাৰে, আনকি নতুন আঁতৰো সৃষ্টি কৰিব পাৰে। আধুনিক প্ৰসাধন শিল্পত ব্যৱহাৰ হোৱা এল্‌ডিহাইড, অক্সিএল্‌ডিহাইড, ফিনল, ফিনল ইথাৰ আদি মিশ্ৰিত বেঞ্জিনীয় পদাৰ্থ এনে ৰাসায়নিক গৱেষণাৰ মাজেদি আৱিষ্কৃত হৈছে। চাবোন সুগন্ধীযুক্ত কৰোতে, মুখ আৰু চুলিৰ লোচন প্ৰীতিমধুৰ কৰোতে, টুথপেষ্ট আৰু আন আন প্ৰসাধন সামগ্ৰী অভিনৱভাৱে উপযোগী কৰোতে এইবোৰ ৰাসায়নিক সুগন্ধী দ্ৰব্য নিতান্ত নহলে নচলে। সুগন্ধী আঁতৰ নহলে আমি দৈনন্দিন ব্যৱহাৰ কৰা অনেক বস্তুকে ভাল নাপালোহেঁতেন। এই বিষয়ে আগতে বিতং আলোচনা কৰা হৈছে বাবে পুনৰ দোহাৰিব নোখোজো। মাত্ৰ কব খুজিছোঁ যে এজন সুগন্ধী আঁতৰ প্ৰস্তুতকাৰীয়ে প্ৰাকৃতিক তৈলজ দ্ৰব্যৰ লগত কৃত্ৰিম ৰাসায়নিক তেল সংশ্লেষণ কৰি উৎকৃষ্ট আঁতৰ জন্ম দিব পাৰে, যি প্ৰসাধন শিল্প অধিক পৰিমাণে পৰিপুষ্ট কৰি তোলে।

জন্তুৰ চৰ্বি আৰু মওহৰপৰাও সুগন্ধী তেল উলিওৱা হয়। জন্তুৰ ভিতৰত এমবাৰগ্ৰীচ, মাস্ক, চিভেট আৰু কেচটৰ বিশেষ উল্লেখযোগ্য। এমাৰগ্ৰীচৰপৰা যি সুগন্ধী তেল পোৱা যায় তেনে ধৰণৰ উৎকৃষ্ট তেল নাই বুলিলেও বঢ়াই কোৱা নহয়। সাগৰত থকা তিমি মাছৰ বমিৰপৰা এমবাৰগ্ৰীচ নামৰ সুগন্ধী

তেল বহুত দিনৰ আগতে আৱিষ্কৃত হৈছিল বুলি গম পোৱা যায়। আফ্ৰিকা মহাদেশৰ উপকূলত মাছ মৰা মানুহে সাগৰত ওপঙি ফুৰা মৌৰ চকাৰ দৰে কিছুমান বস্তু তুলি আনি ইংৰাজ বেপাৰীক বিক্ৰী কৰিছিল। এই অজানা বস্তুবোৰৰপৰা সুন্দৰ গোন্ধ ওলাইছিল বাবে বেপাৰীসকলে সেইবোৰ পৰীক্ষা কৰাবলৈ গৱেষণাগাৰলৈ পঠিয়াই দিছিল। প্ৰথমতে এইবোৰক সাগৰীয় জন্তুৰ পচা জঁকা বুলি সন্দেহ কৰা হৈছিল। অনেকে এইবোৰক প্ৰস্তৰীভূত বজন, জন্তুৰ নাড়ী-ভুৰু আদি বেলেগ বেলেগ নামেৰে চিনাক্তকৰণ কৰিছিল। এইবোৰৰ ওজনো গধুৰ আছিল। টেভাৰ-নিয়াৰৰ ভ্ৰমণ কাহিনীত উল্লেখ আছে যে আটলাণ্টিক সাগৰৰ পাৰত পোৱা এডোখৰ এমবাৰীগ্ৰচৰ ওজন ৪২ পাউণ্ড আছিল। কোনো কোনো ভ্ৰমণকাৰীয়ে এমাৰগ্ৰীচৰ মূল সাগৰীয় বনস্পতিৰ পচা কিছুমান সমষ্টি বুলি উল্লেখ কৰিছে। কিন্তু অনেক অণ্বেষণৰ আৰু গৱেষণাৰ ফলত প্ৰকৃত এমবাৰগ্ৰীচ যে তিমি মাছৰ তলপেটত আক্ৰান্ত হোৱা এবিধ ব্যাধিগ্ৰস্ত টেমুনাৰ বাহিৰে একো নহয়, প্ৰমাণ কৰা হল। গৱেষকসকলে প্ৰমাণ কৰি দেখুৱালে যে Cuttle Fish নামৰ সাগৰীয় মাছ এবিধ তিমি মাছৰ বৰ উপাদেয় খাদ্য। এই মাছৰ শিং আৰু কাঁইটবোৰ ইমান টান যে এইবোৰ সহজে হজম নহয়। তিমি মাছৰ পেটত এই শিং আৰু কাঁইটবোৰ জমা হৈ এবিধ গোটা বস্তুৰ আকাৰত পৰিণত হয়, যাৰ ফলত তিমি মাছটো এবিধ বেমাৰত আক্ৰান্ত হৈ পৰে। এই বেমাৰ কেন্সাৰ বৃদ্ধিৰ নিচিনাকৈ বাঢ়ি পেটত এটা টেমুনাৰ সৃষ্টি কৰে। ব্যাধি পুৰণি হোৱাৰ লগে লগে তাৰপৰা খণ্ড খণ্ড টুকুৰা ছিঙিবলৈ ধৰে আৰু তিমি মাছৰ মুখেদি বমিৰ মাজেদি বাহিৰ ওলায়। কেতিয়াবা টেমুনাটো ইমান ডাঙৰ হয় যে ই তিমি মাছটোক মাৰি পেলায়। মাছটো মৰি জহি পেটৰ ভিতৰত থকা ব্যাধিগ্ৰস্ত টেমুনাটো ওলাই সাগৰৰ পানীত ওপঙি উঠে। মাছমৰীয়াই পাই তুলি লৈ আহে আৰু বহু মূল্যত বেপাৰীক বিক্ৰী কৰে। সাধাৰণতে মতা তিমি মাছৰ পেটতহে এই বেমাৰ হয় আৰু সেইবাবে তাৰপৰাই এমবাৰগ্ৰীচ পোৱা যায়। আফ্ৰিকা মহাদেশৰ উপকূলত, চীন, জাপান, অষ্ট্ৰে-

লিয়া, নিউজিলেণ্ড প্ৰভৃতি দেশৰ সাগৰৰ পাৰত এমবাৰগ্ৰীচ সংগ্ৰহ কৰা হয়। এমবাৰগ্ৰীচৰ স্বাভাৱিক গোন্ধ কেনে কোৱা টান। কিন্তু উৎকট গোন্ধ হব বুলি অনুমান কৰিব পাৰি। ভেকুৰা, টেঙা টেঙা গোন্ধ, অথবা লুণীয়া পানীত গজা জলৰ্ঘাহ আৰু গোলাপ ফুলৰ সংমিশ্ৰণত যি গোন্ধ উত্তৱ হোৱা সম্ভৱ, তেনে গোন্ধেই এমবাৰগ্ৰীচৰ প্ৰকৃত গোন্ধ বুলি বিশেষজ্ঞসকলে বৰ্ণনা কৰিছে। কিন্তু এমবাৰ-গ্ৰীচৰ দৰে খাটি সুগন্ধী পৃথিৱীত এতিয়ালৈকে ওলোৱা নাই। ইয়াৰ গোন্ধ ইমান মলমলীয়া যে, ধুই মেলিও ইয়াৰ সুবাস আঁত-ৰাব নোৱাৰি। অৱশ্যে খাটি এমবাৰগ্ৰীচ পোৱা সহজ নহয়। বহু মূল্যবান বাবে ই সহজলভ্য নহয়। সেইবাবে কৃত্ৰিম এমবাৰ-গ্ৰীচ সাধাৰণতে ব্যৱহাৰ কৰা হয়। এমবাৰগ্ৰীচ শুকাই-মেলি শোধন কৰি গুড়ি কৰা হয় আৰু উৎকৃষ্ট সুৰাত জুবুৰিয়াই ভাপ ক্ৰিয়াৰে আৰক প্ৰস্তুত কৰা হয়। আধুনিক সুগন্ধী প্ৰস্তুত-কাৰীয়ে এই আৰক বহুত দাম দি কিনি এমবাৰগ্ৰীচ নামৰ সুবিখ্যাত গোন্ধতেল বা আঁতৰ উলিয়ায়। জন্তুৰপৰা আহৰণ কৰা সুগন্ধী তৈলজ দ্ৰব্যৰ দৰে আজিকালি বৈজ্ঞানিক কৃত্ৰিম উপায়েৰে বনস্পতিৰপৰা তেনে দ্ৰব্য উলিয়াই যশস্যা অৰ্জন কৰিছে। চিভেট হৈছে জহামাল জাতীয় সৰু জন্তু। শিয়ালৰ দৰে ইয়াৰ আকৃতি, গাত নোম আছে। আবিছিনিয়া, গিনি, চেনিগেলত উৎকৃষ্ট ধৰণৰ চিভেট পোৱা যায়। কেচটৰো চিভেটৰ দৰে সৰু জন্তু। কানাডা আৰু ৰুছিয়াৰ পৰ্বতীয়া অঞ্চলত ইয়াক পোৱা যায়। মাস্ক হৈছে মৃগনাভী (এই বিষয়ে আগতে আলোচনা কৰা হৈছে)। এইবোৰ জন্তুৰ শৰীৰত সুগন্ধীযুক্ত গ্ৰন্থি আছে। সেইবোৰৰপৰা সুগন্ধী উলিয়াই আঁতৰ কৰা হয়।

ভাৰতবৰ্ষৰ প্ৰাচীন সুগন্ধী দ্ৰব্যৰ তালিকাত এমবাৰগ্ৰীচৰ দৰে উৎকৃষ্ট সুগন্ধী আঁতৰৰ উল্লেখ নাই। অমৰকোষত 'অম্বৰ' মানে আকাশ বুজোৱা হৈছে। সম্ভৱ, আৰব বেপাৰীসকলে এমবাৰগ্ৰীচ নামৰ সুগন্ধী আঁতৰৰ পাত্ৰ ভাৰতবৰ্ষলৈ বেচিবৰ বাবে প্ৰথমে আনিছিল। কোনো কোনো পণ্ডিতে অম্বৰক সুগন্ধী দ্ৰব্য, গন্ধ দ্ৰব্য, সুগন্ধক, সুগন্ধী, মৎসগন্ধী আদি নামেৰে বৰ্ণনা কৰিছিল। জে,

ক্লায়াৰ (১৬৭২—১৬৮১ খৃঃ) নামৰ এজন ভ্ৰমণকাৰীয়ে তেওঁৰ টোকাত ইষ্ট ইণ্ডিয়া কোম্পানীয়ে এমবাৰগ্ৰীচ নামৰ মহা মূল্যবান সুগন্ধী দ্ৰব্য ভাৰতবৰ্ষলৈ আনিছিল বুলি উল্লেখ কৰিছিল। ইয়াৰ গোন্ধ মৌৰ চকাৰ দৰে বুলি তেওঁ বৰ্ণনা কৰিছিল। আইন-ই-আকবৰীত (১৫৯০ খৃঃ) এমবাৰগ্ৰীচৰে মোগল সম্ৰাট আকবৰৰ মহল সুগন্ধীযুক্ত কৰা হৈছিল বুলি উল্লেখ আছে। জলহস্তীৰ লাদ বুলি ইয়াক বৰ্ণনা কৰা হৈছে। কোনোৱে আকৌ সাগৰফেনা বুলিও ইয়াক সন্দেহ কৰিছিল। টেভাৰনিয়াৰৰ মতে (১৬৭৬ খৃঃ) ইংলিছ আৰু আন আন ইউৰোপীয় উপকূলত এমবাৰগ্ৰীচ পোৱা হৈছিল আৰু ইয়াৰ মূল্য অতি বেছি আছিল। Trevels in Indiaত টেভাৰনিয়াৰে লিখিছিল যে মোজাম্বিকৰ গভৰ্ণৰে গোৱালৈ আহোঁতে প্ৰতি তিনিবছৰে, তিনিবছৰে তিনিলাখ পাৰদোচ্ (ত্ৰিশ হাজাৰ ইংলিছ পাউণ্ড) মূল্যৰ এমবাৰগ্ৰীচ লগত আনিছিল। বাৰনিয়াৰে তেওঁৰ ভ্ৰমণ বৃত্তান্তত (১৬৫৬—৬৮) ভাৰতলৈ আমদানি কৰা সামগ্ৰীৰ ভিতৰত মোজাম্বিকৰপৰা এমবাৰগ্ৰীচ আহিছিল বুলি উল্লেখ কৰিছে। আৰবীয় ভূগোলবিদ্ য়াকুবি, মাছুডি, ইদ্ৰিছি প্ৰভৃতিয়ে সাগৰীয় সুগন্ধী পদাৰ্থ বুলি এম্বাৰগ্ৰীচক তেওঁলোকৰ বিৱৰণত দাঙি ধৰি ভাৰতবৰ্ষলৈ আৰবীয় সদাগৰে বেহা-বেপাৰৰ বাবে ইয়াক আনিছিল বুলি উল্লেখ কৰিছে। ভাৰতীয় গন্ধবেদত (গঙ্গাধৰ প্ৰণীত) এমবাৰগ্ৰীচৰ উল্লেখ আছে বুলি ডঃ পি, কে, গোডেই তেওঁৰ গৱেষণামূলক গ্ৰন্থ Studies in Indian Cultural Historyত সন্ধেদ দিছে।



(আধুনিক এচেন্সৰ বটল)

# ভাৰতবৰ্ষত প্ৰসাধন শিল্প

বৰ্তমান আমি ব্যস্ততাৰ যুগত বাস কৰিছোঁ। আজিকালি আগৰ দিনৰ দৰে সৌন্দৰ্য্য চৰ্চা কৰি অধিক সময় খৰচ কৰিব নোৱাৰি। আগৰ দিনৰ দৰে বাহুল্যপূৰ্ণ প্ৰসাধন সামগ্ৰী ব্যৱহাৰ কৰা মানসিক প্ৰস্তুতি কাৰো নাই। আজি ৰুচিৰো অনেক পৰিবৰ্তন ঘটিছে। এই পৰিবৰ্তনৰ ফলত প্ৰসাধন সামগ্ৰীৰ ব্যৱহাৰ বহুত সংযত আৰু মিতব্যয়ী হৈ পৰিছে। আৰ্থিক অৱস্থাই মানুহৰ দৈনন্দিন জীৱন-যাত্ৰাৰ মান নিৰ্ণয় কৰে। আজি কঠোৰ বাস্তৱৰ লগত জীৱন অতিবাহিত কৰোঁতে যি আৰ্থিক পয়মালে দেখা দিয়ে--তাৰ সন্মুখীন হবলৈ সাধাৰণ মানুহে অনেক দুখ-কষ্ট সহ্য কৰিব লগাত পৰে। হাতধৰি খৰচ কৰিব জনা মানুহে অভাৱ-অনাটনৰ মাজতো সংসাৰ-খন চলাই লৈ যাব পাৰে, লগতে অলপ-অচৰপ আনন্দ উপভোগো কৰে, শৰীৰ-মনৰ ভাল লগা বস্তুৰ কথা ভাবে। মুখশ্ৰী উজলাই ৰাখিবলৈ সকলো নাৰীৰে আশা-আকাংক্ষা থাকে। মধ্যবিত্ত, নিম্ন-মধ্যবিত্ত শ্ৰেণীৰ এগৰাকী যুৱতীয়েও নিজৰ স্বাভাৱিক ৰূপ-যৌৱনক অলপ-অচৰপ সজাই-মেলি দেখনিয়াৰ কৰিবলৈ হাবিয়াস কৰে। চহৰৰ আধুনিকাসকলৰ বাবে অঙ্গৰাগৰ প্ৰয়োজন কেনে সেই বিষয়ে দোহাৰিব নালাগে। তুলনামূলকভাৱে অসমীয়া ছোৱা-লীৰ প্ৰসাধন-পৰ্ব নিতান্তই সাধাৰণ। এতিয়াও আন আন চহৰৰ দৰে অসমৰ চহৰবোৰত প্ৰসাধন সামগ্ৰীৰ আভিজাত্যই বিস্তাৰ লাভ কৰিব পৰা নাই। বিলাসৰ প্ৰায়বোৰ সামগ্ৰী মোগলসকলৰ যোগে-দিয়েই এদিন অসমত সোমাইছিল। অসমৰ প্ৰাকৃতিক সৌন্দৰ্য্যই অসমীয়া মানুহক সুকীয়া বৈশিষ্ট্যৰে গঢ়ি তুলিছে। অসমীয়া মানুহৰ সাজ-পোছাক, অলঙ্কাৰ-পাতি, দৈহিক ৰূপ-লাৱণ্য, আচাৰ-

ব্যৱহাৰ সকলোতে প্ৰাকৃতিক অনুভূতি ফুৰ্তি ওলাইছে। প্ৰকৃতিয়েই নিত্যনতুন আভৰণেৰে অসমীয়া জীয়ৰী-বোৱাৰীক সহজ-সৰল, মৰমিয়াল কৰি তুলিছে, মৰমসনা ৰূপৰ আভৰণেৰে জেউতি চৰাই অলঙ্কৃত কৰিছে। প্ৰকৃতিৰ পৰশত স্পন্দিত হৈয়ো আধুনিক যুগৰ সা-সুবিধাবপৰা তেওঁলোক বঞ্চিত হোৱা নাই। শিক্ষিতা অসমীয়া ছোৱালীয়ে আধুনিক ৰুচিৰ লগত সঙ্গতি ৰক্ষা কৰি সাধাৰণভাৱে হলেও অলপ-অচৰপ ৰূপচৰ্চা কৰিবলৈ ধৰিছে, নতুন ফেছনৰ বিষয়ে মন-কাণ দিছে। প্ৰয়োজনৰ খাতিৰত অসমীয়া ছোৱালীয়ে চাকৰি-বাকৰিত সোমাই জীৱিকাৰ পথ বাছি লৈছে। বিভিন্ন চৰকাৰী বে-চৰকাৰী অনুষ্ঠানত তেওঁলোক নিয়োগ হৈছে। বাহ্যিক জগতৰ লগত ফুৰা-চকা কৰোতে, বিভিন্ন পৰিবেশত ব্যস্ত হৈ পৰোঁতে, নিজৰ ব্যক্তিত্ব ৰক্ষা কৰি চলোতে অলপ নহয় অলপ অঙ্গৰাগ নকৰিলে তেওঁলোকৰ নচলে। আজিকালি ব্যস্ততাৰ মাজতো চহৰীয়া ছোৱালীয়ে শৰীৰৰ যত্ন নললে নহয়। চুলি, চকু, চেলাউৰি, নাক, কাণ, দাঁত, হাত-ভৰি, দৈহিক গঠন শাৰীৰিক-মানসিক স্বাস্থ্য সকলোৰে প্ৰতি সৰ্বসাধাৰণ আধুনিক ৰুচিসম্পন্ন ছোৱালীয়ে কম-বেছি পৰিমাণে সচেতন থাকিব লাগে। আজিকালি প্ৰসাধন সামগ্ৰীৰ তালিকা বাহুল্যপূৰ্ণ। চহৰৰ প্ৰসাধন সামগ্ৰী বিক্ৰী কৰা দোকানবোৰলৈ গলে দেখিব, সেইবোৰত মহিলা খৰিদ্দাৰৰ ভীৰ কিমান বেছি। এইবোৰ দোকানত নতুন নতুন প্ৰসাধন সামগ্ৰীৰ বেচা-কিনা সদায় পূৰ্ণগতিত চলিব লাগিছে। ভাৰতবৰ্ষত প্ৰসাধন সামগ্ৰীৰ চাহিদা কম বুলি কব নোৱাৰি। বিশেষকৈ চহৰবিলাকত এইবোৰ বস্তুৰ প্ৰচলন ক্ৰমাৎ বৃদ্ধি পাইছে। চুলিত ঘঁহা তেল, দাঁত ঘঁহা পেষ্ট, পাউদাৰ, গা ধোৱা চাবোন, মূৰ ধোৱা চেম্পু, ছালত ঘঁহা ক্ৰীম, লোচন, টনিক, গাত লোৱা টেলকাম পাউদাৰ, ঘামচি উপশম ঘটোৱা নাইছিল জাতীয় পাউদাৰ, কুমকুম, সেন্দুৰ, বিন্দি, কৃত্ৰিম চুলি, বিভিন্ন পিন, ক্লিপ, ব্ৰাছ, ফণি, চকুপতাত ঘঁহা অঞ্জন, অডিক'লন, চুলিত লগোৱা ৰূলপ (Hair Dye), লোমনাশক তেল, মুখত উঠা শালমন, ব্ৰণ প্ৰভৃতিৰ পৰা ৰক্ষা পাবলৈ উপযোগী ক্ৰীম, বিউটি মিল্ক, পাৰফিউম আদি বিধে বিধে বস্তু এইবোৰ দোকানত চকুত লগাকৈ সজাই থোৱা

হৈছে। এইবোৰ কিনা খৰিদ্দাৰৰ অভাৱ নাই। মাহেকীয়া বজাৰৰ তালিকাত দুই-এপদ প্ৰসাধনৰ সামগ্ৰী প্ৰায় সকলো ধৰণৰ মানুহেই লিষ্টিভুক্ত কৰিব লাগে।

এটা নিৰ্ভৰযোগ্য হিচাপ মতে ভাৰতবৰ্ষত টেলিফোন অপাৰেটৰ এগৰাকী মহিলাই তেওঁৰ মাহেকীয়া উপাৰ্জনৰ চাৰিশ টকা দৰমহাৰে তেওঁৰ পৰিয়ালৰ চাৰিজন লোকক ভৰণ-পোষণ দিয়ো কম পক্ষেও মাহেকত এডোখৰ গা-ধোৱা চাবোন, এটেমা সক্ ফেচ পাউদাৰ, ভেনিছিং ক্ৰীম, গাত চলা পাউদাৰ, চুলি ধোৱা চেম্পু' মূৰত ঘঁহা তেল এবটল, লিপ্‌ষ্টিক এডাল কিনে। এহেজাৰ টকা দৰমহা পোৱা আন এগৰাকী মহিলাই মাহেকত প্ৰায় ৫০ টকা যাৱতীয় প্ৰসাধন সামগ্ৰীত খৰচ কৰে। ডাঙৰ ব্যৱসায়ৰ লগত জড়িত থকা কোনো প্ৰতিষ্ঠানত নাইবা বিমান কোঠত বা ডাঙৰ হোটেলত কাম কৰা এগৰাকী সুন্দৰী নাৰীয়ে মাহেকীয়া বেতনৰ এটা মোটা অঙ্ক নিজৰ প্ৰসাধনৰ বাবে খৰচ কৰে। ক্ৰীম, ফাউণ্ডেচন, আইলাইনাৰ, আইছেডো, দামী পাৰফিউম, লিপষ্টিক, নেইল পলিচ, হেয়াৰডাই, হেয়াৰ চেম্পু আদি তেওঁৰ বাবে প্ৰয়োজনীয় বস্তু। মধ্যবিত্ত পৰিয়ালৰ কাম কৰা ছোৱালী এজনীয়ে কমপক্ষেও এডোখৰ গা-ধোৱা চাবোন, এবটল স্নো, এবটল মূৰত ঘঁহা তেল, সেন্দুৰ, এটিন পাউদাৰ কিনি অঙ্গৰাগত খৰচ কৰে। লেতেৰী, ফেদেলী হৈ থাকিবলৈ কোনেও ভাল নাপায়। অলপ-অচৰপ ৰূপচৰ্চা সকলোৱে আশা কৰে। স্বাভাৱিক সৌন্দৰ্য্য সযতনে ফুটাই তোলাত প্ৰসাধনে সকলো যুৱতীকে সহায় কৰে বাবে প্ৰসাধন-সামগ্ৰীৰ আদৰ সদায় বৰ্ত্তি আছে। ভাৰতবৰ্ষৰ বিভিন্ন আলোচনীবোৰলৈ মন কৰিলে প্ৰসাধন-শিল্পৰ বহুল জনপ্ৰিয়তাৰ কথা আমি উপলব্ধি কৰিব পাৰিম। বিভিন্ন প্ৰসাধন সামগ্ৰীৰ আলোচনা, ব্যৱহাৰিক গুণাগুণ অনেক আলোচনীৰ উল্লেখযোগ্য আকৰ্ষণ। ইয়াৰ বাহিৰেও প্ৰসাধন সামগ্ৰীৰ জনপ্ৰিয়তা বেছি কৰিবলৈ বিজ্ঞাপনৰ চমকপ্ৰদ প্ৰচেষ্টা আন এটা লক্ষ্য কৰিবলগা বিষয়। বিজ্ঞাপনৰ বাবে প্ৰায়বোৰ সংশ্লিষ্ট প্ৰতিষ্ঠানে বহুত টকা খৰচ কৰে। ভাৰতবৰ্ষৰ এনে এখন বহুল প্ৰচলিত আলোচনী নাই য'ত প্ৰসাধন সামগ্ৰীৰ বিজ্ঞাপন নাই—

অ:নেক ডাঙৰ প্ৰসাধন সামগ্ৰী প্ৰস্তুতকাৰী প্ৰতিষ্ঠানৰ অন্যতম ডাঙৰ একাউণ্ট হল, ওকণি নিৰ্মূল কৰা চাবোন, চেম্পু, টুথপেণ্ট, মূৰত ঘঁহা তেল, হেয়াৰ ৰিমুভাৰ প্ৰভৃতি। অসংখ্য বিউটি পাৰ্লাৰ, হেলথ্ ক্লিনিক্, হেয়াৰ ড্ৰেছিং ভাৰতবৰ্ষৰ ডাঙৰ ডাঙৰ চহৰবোৰত গঢ়ি উঠি:হে। পোছাক-পৰিচ্ছদৰ নতুন ফেছন আইদেউসকলক জনাবলৈ 'ফেছন মেগাজিন' প্ৰকাশ পাইছে। এই সকলোবোৰলৈ চকু দিলে সৌন্দৰ্য্য চৰ্চাত যে ভাৰতীয় মহিলাৰ আগ্ৰহ কিমান বাঢ়িছে, গম ধৰিব পাৰি। অনেকে আকৌ পাশ্চাত্য শেহতীয়া ধুনপেচ ভাৰতবৰ্ষলৈ আনি লাভজনক ব্যৱসায়ত হাত দিছে, চোৰাং উপায়েৰে বিভিন্ন প্ৰসাধন সামগ্ৰী, পাৰফিউম, ফেচক্ৰীম আনি বজাৰত মেলি-ছেহি। লগে লগে গা টঙাই উঠিছে কিছুমান ভুৱা প্ৰসাধন প্ৰতি-ষ্ঠানে। মন ভুলোৱা বিজ্ঞাপনৰ যোগেদি এইবোৰে ব্যৱসায়ৰ জাল পেলাইছে।

অৱশ্যে ভাৰতবৰ্ষত অনেক ভাল প্ৰসাধন সামগ্ৰীও তৈয়াৰ হৈছে, দেশে-বিদেশে এইবোৰে যথেষ্ট সমাদৰ লাভ কৰিছে। মেক্সফেক্টৰ, লেকমে, হিন্দুস্থান লিভাৰ, জনচনছ এণ্ড জনচনছ, কোলগেট-পামলিভ, কেম্‌কো কেমিকেলছ, ৰেলিছ ইণ্ডিয়া, গডৰেজ, কলিকতা কেমিকেল, জীওফ্ৰে মেনাৰছ, গালা অব্ লণ্ডন, জে, কে, হেলেন কাৰ্টিছ, কোলফেক্স লেবৰেটৰিছ, দে'জ মেডিকেল, গ্লেস্কো, পণ্ডছ, নিভিয়া আদি প্ৰতিষ্ঠানে ভাৰতীয় প্ৰসাধন শিল্পত উল্লেখযোগ্য বৰঙণি যোগাইছে। চাবোন, টুথপেণ্ট, ডাঢ়ি খুৰাওঁতে ব্যৱহাৰ কৰা হেভিং ক্ৰীম, লোচন, মাইকী মানুহৰ ব্যৱহাৰৰ নিমিত্তে বিধে বিধে প্ৰসাধন সামগ্ৰী এইবোৰ প্ৰতিষ্ঠানে প্ৰস্তুত কৰিছে। লেক্‌মে কোম্পানীৰ বিভিন্ন প্ৰসাধন দ্ৰব্যই ভাৰতত্তে নহয়, ভাৰতৰ বাহিৰতো জনপ্ৰিয়তা অৰ্জন কৰিছে। সুগন্ধীযুক্ত চাবোনৰ ক্ষেত্ৰত হিন্দুস্থান লিভাৰে বিৰাট সাফল্য লাভ কৰিছে, ইয়াৰ চাহিদা বিদেশতো ক্ৰমাৎ বৃদ্ধি পাইছে। চাবোন ব্যৱহাৰ সৰ্বসাধাৰণৰ বাবে দৈনন্দিন কাম হৈ পৰাত ইয়াৰ বজাৰ তুলনামূলকভাৱে বৃদ্ধি পাইছে। আমেৰিকা, ইংলণ্ড, ফৰাচী আদি দেশত চাবোনৰ ব্যৱহাৰ জনমূৰি ১০ কেজি কিন্তু ভাৰতবৰ্ষত ইয়াৰ জনমূৰি ব্যৱহাৰ হৈছে ১·৫ কেজিতকৈয়ো

কম। সেইবাবে চাবোন শিল্পৰ ভবিষ্যত উজ্জ্বল বুলি ভাহিবৰ থল আছে। এই প্ৰসঙ্গত উল্লেখ কৰিব পাৰি যে অসমত থকা অপৰ্য্যাপ্ত শাল গছৰ গুটিৰপৰা উৎকৃষ্ট চাবোন তৈয়াৰ কৰিব পাৰি।

প্ৰসাধনৰ বাবে প্ৰয়োজনীয় আন আন সামগ্ৰীৰ লাভজনক বজাৰ এখন বৰ্তমান গঢ়ি উঠিছে। কুৰি বছৰৰ আগতে এইবোৰ সামগ্ৰীৰ প্ৰতি থকা জনসাধাৰণৰ ধাৰণা, আজি অপ্ৰত্যাশিতভাৱে সলনি হৈছে। প্ৰস্তুতকাৰী প্ৰতিষ্ঠানসমূহৰ মাজত ব্যৱসায়িক ভিত্তিত গঢ়ি উঠা প্ৰতিযোগিতা, বৈজ্ঞানিক পদ্ধতিৰ সা-সুবিধা, বিজ্ঞাপন মাধ্যমৰ অভূতপূৰ্ব প্ৰতিক্ৰিয়াত প্ৰসাধন শিল্পই ভাৰতবৰ্ষত ক্ৰমে লাভ-জনক ব্যৱসায়লৈ পৰিণত হৈছে। দৈনিক আয়ৰ শতকৰা পাঁচভাগ এখন প্ৰস্তুতকাৰী প্ৰতিষ্ঠানে বিজ্ঞাপনত খৰচ কৰে, তাৰ বিনিময়ত সেই প্ৰতিষ্ঠানে নিজৰ তৈয়াৰী সামগ্ৰীৰ লাভজনক বজাৰ এখন অধি-কাৰ কৰিছে। লেক্‌মে, পণ্ডছ, মেক্সফেক্টৰ, টিলব্ৰো আদি সুগন্ধী দ্ৰব্য তৈয়াৰ কৰা প্ৰতিষ্ঠানসমূহে প্ৰত্যেকেই কমেও ১৫।২০ কোটি টকাৰ প্ৰসাধন সামগ্ৰী বছৰি বিক্ৰী কৰে। আন আন প্ৰতিষ্ঠান-সমূহৰ সৰ্বমুঠ বছৰি আয় ৬০ কোটিৰো অধিক। অনেক ভুৱা প্ৰতিষ্ঠানে ডাঙৰ কোম্পানীৰ নামত চোৰাংকৈ নকলী প্ৰসাধন দ্ৰব্য বিক্ৰী কৰাটো চৰকাৰে ৰোধ কৰিব পৰা নাই। চৰকাৰৰ চকুত ধূলি মাৰি এইবোৰ ভুৱা প্ৰতিষ্ঠানে লাভজনক ব্যৱসায় পূৰ্ণগতিত চলাই আছে। এইখিনিতে উল্লেখ কৰিব পাৰি যে বছৰি প্ৰায় ১৫ কোটিৰপৰা ২০ কোটি মূল্যৰ বিদেশী প্ৰসাধন সামগ্ৰী চোৰাং-ভাৱে ভাৰতৰ বজাৰত বিক্ৰী হয়। প্ৰসাধন শিল্পৰপৰা বছৰি বহুত টকা চৰকাৰে লাভ কৰে। এই আয় বৃদ্ধি কৰাৰ অনেক থল আছে। নিয়ন্ত্ৰণ আৰু হিচাপ নিৰীক্ষণৰ পদ্ধতি নিকা আৰু সুদৃঢ় কৰিব পাৰিলে, লগতে অসাধু ব্যৱসায়ীক কঠোৰ আইনেৰে দমন কৰাৰ ব্যৱস্থা কাৰ্য্যকৰী কৰিব পাৰিলে চৰকাৰে প্ৰসাধন শিল্পৰপৰা বৃহৎ সংখ্যাৰ আয় সংগ্ৰহ কৰিব পাৰিব, তাত সন্দেহ নাই।

ভাৰতবৰ্ষৰপৰা ৰপ্তানি হোৱা আন কেইবিধমান দ্ৰব্য হৈছে টথ পাউদাৰ, টুথপেষ্ট, টেলকাম পাউদাৰ, ফেচ পাউদাৰ। ১৯৭৯-

৮০ বছৰটোত টুথপেণ্ট ৮·১৫ টনৰপৰা ৮·৫৭ টনলৈ, টুথ পাউদাৰ ৫·০৩৩ টনৰপৰা ৬·০৬৭ টনলৈ, টেলকাম পাউদাৰ ৩·৫৪৩ টনৰ-পৰা ৩·৮৯৭ টনলৈ, ফেচ পাউদাৰ ৮·৪৮ টনৰপৰা ৯·৪৬ টনলৈ বৃদ্ধি পাইছে বুলি বিজ্ঞপ্তিত প্ৰকাশ পাইছে। সুগন্ধী দ্ৰব্য আৰু প্ৰসাধন সামগ্ৰী ভাৰতবৰ্ষৰপৰা ৰপ্তানি হৈছে ১০ কোটি টকা মূল্যৰ। ১৯৯০ চনত এই ৰপ্তানি ২৫ কোটি টকালৈ বৃদ্ধি হোৱাৰ আশা আছে। বজাৰখনৰ হিচাপ ৰখা অভিজ্ঞ লোকৰ মতে ভাৰতীয় প্ৰসাধন সামগ্ৰীৰ মান আৰু উন্নত কৰিব পাৰিলে, উৎপাদনৰ হাৰ বৃদ্ধি কৰিব পাৰিলে এইবোৰৰপৰা ৰপ্তানিৰ গতি দ্ৰুত কৰিব পৰা যাব, লগতে কেইবছৰমানতে বিদেশী মুদ্ৰা ১৫০ কোটিলৈ বঢ়াব পৰা যাব। এই কাম কৰিবলৈ ভাৰতবৰ্ষৰ সৰ্বমুঠ ৰপ্তানি বজাৰখন সুচিন্তিতভাৱে পৰিকল্পনা কৰিব লাগিব।

ভাৰতবৰ্ষত প্ৰসাধন সামগ্ৰী প্ৰধানকৈ চহৰ অঞ্চলতে সীমাবদ্ধ হৈ আছে যদিও ইয়াৰ প্ৰচলন লাহে লাহে গাওঁ অঞ্চললৈকো সোমোৱা চকুত পৰিছে। সেউজীয়া বিপ্লৱ আৰু নিৰক্ষৰতা দূৰীকৰণৰ কাম আগবঢ়াৰ লগে লগে চহৰৰ দাঁতিকাষৰীয়া গাওঁ-সমূহত বিশেষকৈ কোনো কোনো প্ৰসাধন সামগ্ৰীৰ সমাদৰ বাঢ়িছে। হাৰিয়ানা, পঞ্জাব, যুক্তপ্ৰদেশ, অন্ধ্ৰপ্ৰদেশত ভেনিছিং ক্ৰীম, নেইল পলিচ, লিপষ্টিকৰ আদৰ বেছি হৈছে। সকলো উন্নত গাওঁ অঞ্চলত সুগন্ধী তেল, পাউদাৰ, গা-ধোৱা চাবোন লবলৈ মানুহৰ হাবিয়াস বাঢ়িছে। হিন্দুস্থান লিভাৰে জনতা মাৰ্কা সুগন্ধী চাবোন উলিয়াই কম মূল্যত বিক্ৰী কৰিছে।

এতিয়াও অৱশ্যে ভাৰতবৰ্ষত প্ৰসাধন শিল্পৰ ক্ষেত্ৰত খটুওৱা ধনৰ পৰিমাণ অন্য দেশৰ তুলনাত বহুত কম। লাভজনক ব্যৱসায় স্বৰূপে পশ্চিমীয়া দেশত এই শিল্পই দোপে দোপে উন্নতিৰ পথত আগবাঢ়িছে। সেইবোৰ দেশত আনকি প্ৰতিগৰাকী গাভৰুৱে ব্যক্তি-গত অঙ্গৰাগৰ বাবে যথেষ্ট পইচা খৰচ কৰে আৰু তেওঁলোকৰ চাহিদাৰ প্ৰতি লক্ষ্য ৰাখি সংশ্লিষ্ট প্ৰতিষ্ঠানসমূহে তেওঁলোকৰ তৈয়াৰী সামগ্ৰী বজাৰত মেলে। ভাৰতবৰ্ষৰ মহিলাই সেইবোৰ দেশৰ মহিলাৰ তুলনাত অতি নগণ্য পইচা ব্যক্তিগত সাজ-বিলাসৰ

বাবে খৰচ কৰে। এই খৰচ তাত হোৱা জনমূৰি মূঠ ধনৰ এক শতাংশতকৈয়ো কম।

আমাৰ দেশত প্ৰসাধন সামগ্ৰীৰ মূল্য বছৰি বছৰি বৃদ্ধি পোৱাৰ মূলতে চৰকাৰে আৰোপ কৰা বৰ্দ্ধিত কৰ। মূল্যবৃদ্ধিৰ বাবে আমাৰ সাধাৰণ মানুহে অত্যাৱশ্যকীয় দুই-এপদ প্ৰসাধন সামগ্ৰী বহুত দামত কিনিব লাগে। বস্তুবোৰৰ জুই-ছাই দামৰ সুবিধা লৈ অসাধু বেপাৰীয়ে গ্ৰাহকৰপৰা সুবিধা আদায় কৰিছে, নকলমাৰ্কা সামগ্ৰী বেচিছে। কেঁচামালৰ যোগান কম বাবে প্ৰসাধন শিল্পই আশা কৰিলেও অনেক সামগ্ৰী কম মূল্যত দিব নোৱাৰে। ৰাসায়নিক দ্ৰব্যৰ অভাৱ, কৃত্ৰিম সুগন্ধী তেলৰ অভাৱ সদায় লাগি আছে। প্ৰাকৃতিক তৈলজ সম্পদৰ ক্ষেত্ৰতো ভাল খেতিৰ ব্যৱস্থা হোৱা নাই। চিত্ৰনেলা, ইউকিলিপ্‌টাছ, জেছমিন, গোলাপ, ৰজনীগন্ধা, পদুমফুল, বেলিফুল, চম্পাফুল আদি অনেক সুগন্ধীযুক্ত গছৰ বা ফুলৰ খেতি ব্যৱসায়িক ভিত্তিত আৰম্ভ কৰিব পাৰিলে দেশীয় প্ৰসাধন শিল্পৰ বাবে কেঁচামালৰ অভাৱ বহুত পৰিমাণে আঁতৰিব। অন্ততঃ বৰ্তমান হাৰতকৈ ১০ বা ১৫ গুণ অধিক উৎপাদন আশা কৰিব পাৰি। উন্নত ধৰণৰ উৎপাদন-কেন্দ্ৰ গঢ়ি তুলিবলৈ চৰকাৰী সাহায্য উদাৰ দৃষ্টিভঙ্গীৰে বৃদ্ধি পোৱাটো বাঞ্ছনীয়। আমাৰ আগৰ আলোচনাতে কৈ অহা হৈছে যে প্ৰসাধন শিল্পৰ বাবে গোন্ধযুক্ত আঁতৰ নিতান্ত প্ৰয়োজন। সুগন্ধী আঁতৰ বা essence নিদিলে কোনো প্ৰসাধন সামগ্ৰী মনোগ্ৰাহী কৰি তৈয়াৰ কৰিব নোৱাৰি। ধূপ, চিগাৰেট, ধঁপাত, বিস্কুট, মিঠাই, দৰৱজাতি তৈয়াৰ কৰা সকলো শিল্পতে এছেন্সৰ দৰকাৰ। কিন্তু এইবোৰ আঁতৰ তৈয়াৰ কৰা প্ৰতিষ্ঠানে আমাৰ দেশত তেনেকৈ গা টঙাব পৰা নাই। থলুৱা শিল্পসমূহক আইনগত ৰক্ষণাবেক্ষণ দিব পাৰিলে, সেইবোৰ শিল্পই বল পাব বুলি আশা কৰিব পাৰি। প্ৰসাধন সামগ্ৰী প্ৰস্তুত কৰা কেঁচামাল ভাৰতবৰ্ষত ক্ৰমাৎ বৃদ্ধি পাইছে। গোন্ধযুক্ত এছেন্স, সুবাসিত ৰাসায়নিক তৈলজ সামগ্ৰী ( Aroma chemicals ) আজিকালি কিছু পৰিমাণে ভাৰতবৰ্ষতে তৈয়াৰ হৈছে। ওপৰঞ্চি যিখিনিৰ দৰকাৰ, সেইখিনি বিদেশৰপৰা আমদানি কৰোঁতে থলুৱা শিল্পই বহুতো

কৰ ভৰিব লাগে। এই কৰৰ হাৰ কিছু পৰিমাণে হ্ৰাস কৰিব পাৰিলে প্ৰসাধন শিল্পত সুস্থ প্ৰতিযোগিতা গঢ়ি উঠাৰ সম্ভাৱনা, যাৰ ফলত একচেতীয়া ব্যৱসায় আৰু ক্ৰমবৰ্দ্ধিত মূল্য বহুত নিয়ন্ত্ৰিত হব। এইখিনিতে উল্লেখ কৰিব পাৰি যে ভাৰতবৰ্ষত প্ৰসাধন শিল্পৰ সহযোগী হিচাপে অনেক 'পাৰফিউম' আৰু 'ফ্লেভাৰ' উদ্যোগ গঢ়ি উঠিছে। উদাহৰণ স্বৰূপে বি, এ. এছ, এফ, ইণ্ডিয়া লিমিটেড, প্ৰভাত জেনেৰেল এজেন্সীছ, এম, চি ডেভাৰ এণ্ড কোং, এছ, এইচ, কেল্কাৰ এণ্ড কোং, বীতা কেমিকেলছ, ভি, ভি-দীপা এৰ'মেটিক (প্ৰাঃ) লিমিটেড, ক্ৰিয়েছন এৰ'মেটিকছ, এছিয়ান কেমিকেল ৱৰ্কছ, কলিকতা এছেঞ্চ ছাপ্লাই কোং, পঙ্কজ এৰ'কেমিকেলছ, অষ্ট্ৰাৰী ছেলছ কৰ্পোৰেচন, গোল্ডেন ছান মেনুফেক্চাৰিং কোং আদিৰ নাম এই প্ৰসঙ্গত কব পাৰি।

প্ৰাকৃতিক সম্পদৰপৰা প্ৰসাধন সামগ্ৰী তৈয়াৰ কৰিব পৰা আধুনিক পদ্ধতি অৱলম্বন কৰিব পাৰিলে, লগতে প্ৰয়োজনীয় মূলধন সংগ্ৰহ কৰিব পাৰিলে আমাৰ দেশত প্ৰসাধন সামগ্ৰী প্ৰস্তুত কৰা সুস্থ, স্থায়ী, নিৰাপদ আৰু লাভজনক শিল্প গঢ়ি উঠিব পাৰে। UNIDO বিশেষজ্ঞ ডঃ ই, এ, কৰকৰাণৰ মন্তব্য এই ক্ষেত্ৰত মন কৰিবলগীয়া। ভাৰতবৰ্ষৰ প্ৰসাধন সামগ্ৰীৰ ভবিষ্যত সম্পৰ্কে তেওঁ এটা সমীক্ষা চলাইছিল। তেওঁ অসম আৰু উত্তৰ-পূৰ্বাঞ্চল ভ্ৰমণ কৰি বহুত মূল্যবান তথ্য সংগ্ৰহ কৰিছিল। এইবোৰ অঞ্চলত প্ৰয়োজনীয় উদ্বায়ী তেল ( essential oil ) পোৱাৰ প্ৰচুৰ সম্ভাৱনাৰ কথা তেওঁ উল্লেখ কৰিছে। এই সম্পদে অকল ভাৰতবৰ্ষতে নহয়, সমগ্ৰ বিশ্বৰ অনেক উদ্যোগক প্ৰসাধন সামগ্ৰী প্ৰস্তুত কৰোঁতে সহায় কৰিব পাৰে বুলি অভিমত দিছে। Palmatoza oil, Lavender oil, geranium oil, deodar oil, Patchouli oil, Cedarwood oil, Lemon grass oil আদিৰ বিৰাট সম্ভাৱনাৰ কথা তেওঁ বৰ্ণনা কৰিছে। চন্দন তেলৰ ক্ষেত্ৰত অৱশ্যে ভাৰতবৰ্ষই ইতিমধ্যে বিদেশৰ বজাৰত জনপ্ৰিয়তা লাভ কৰিছে। বিদেশৰ অনেক প্ৰসাধন শিল্পত চন্দন তেল ব্যৱহৃত হৈছে। ডঃ কৰকৰাণৰ মতে প্ৰাকৃতিক সম্পদৰাজিৰপৰা প্ৰয়োজনীয় তৈলজ পদাৰ্থ আহৰণ কৰিব পাৰিলে বিশ্বৰ বজাৰ এখন ভাৰতবৰ্ষই সহজে লাভ কৰিব পাৰিব। অকল মাকিন যুক্তৰাষ্ট্ৰ আৰু ইউৰোপৰ দেশসমূহতে বছৰি ১৫।২০ কোটি টকাৰ উদ্বায়ী তেল ৰপ্তানি কৰাৰ সুবিধা আছে। বিশ্বৰ বিভিন্ন ঠাইলৈ ভাৰতীয় কাঠ ( oriental

Lignaloes ) ব্যৱসায়িক ভিত্তিত পঠাব পাৰিলে বিদেশী মুদ্ৰা অৰ্জনত সহায় হব। আৰব দেশসমূহত আগৰ কাঠৰ চাহিদা যথেষ্ট বৃদ্ধি পাইছে।

চিট্ৰনেলা তেল আন এবিধ তৈলজ সম্পদ যাৰ প্ৰয়োজন ক্ৰমাৎ বাঢ়িছে। প্ৰসাধন দ্ৰব্য, সুগন্ধিজাত আতৰ, ঔষধ প্ৰভৃতিত ইয়াৰ প্ৰয়োজন তাৎপৰ্য্যপূৰ্ণ। চিট্ৰনেলাক গন্ধবিৰিণা বুলিও জনাযাত। ইয়াৰ তেল উলিওৱা ৰাসায়নিক প্ৰক্ৰিয়াই সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছে। এই বিষয়ে তথ্যপূৰ্ণ প্ৰবন্ধ-পাতি ওলাইছে আৰু চিট্ৰনেলাৰ গুণাগুণ ব্যাখ্যা কৰা হৈছে। উইলিয়ামচন মেগৰ এণ্ড কোম্পানীয়ে যোৰহাট আঞ্চলিক গৱেষণাগাৰৰ সূত্ৰৰ অৱলম্বনত ১৯৬৮ চনত ৩·৫ একৰ মাটিত এই খেতি আৰম্ভ কৰি সুফল লাভ কৰিছিল। এই খেতি ক্ৰমাৎ সম্প্ৰসাৰণ হৈ বৃহত্তৰ অঞ্চলত চিট্ৰনেলাৰ খেতি ব্যৱসায়িক ভিত্তিত আৰম্ভ হয়। চাহ বাগিচা, সৰু-ডাঙৰ উদ্যোগৰ বাবে চিট্ৰনেলাৰ তেল প্ৰয়োজন হোৱাত ঠায়ে ঠায়ে ইয়াৰ খেতি আৰম্ভ হৈছে। 'কামৰূপ এছেঞ্চিয়েল অয়ল' নামৰ ব্যৱসায়িক প্ৰতিষ্ঠান এটাই গোৱালপাৰা জিলাৰ দক্ষিণ পাৰে থকা শিংৰা অঞ্চলৰ ওচৰতে চিট্ৰনেলাৰ খেতি কৰিছে। অসমৰ বাহিৰেও নগালেণ্ড, মহাৰাষ্ট্ৰ আদি ৰাজ্যত ইয়াৰ খেতি আৰম্ভ হৈছে। ব্যৱসায়ৰ ক্ষেত্ৰত চিট্ৰনেলা দুই প্ৰকাৰৰ বুলি চিনাক্তকৰণ কৰা হৈছে। এবিধ হৈছে যাভা চিট্ৰনেলা তেল আৰু আনবিধ হৈছে চিলোন চিট্ৰনেলা তেল। চিট্ৰনেলাৰ পাতবোৰ পাতন ক্ৰিয়াৰ দ্বাৰা চেপি, খুন্দি ৰস উলিয়াই ৰাসায়নিক পদ্ধতিৰে শোধন কৰা হয়। দুয়োবিধ চিট্ৰনেলাৰ চাহিদা বেছি যদিও যাভা চিট্ৰনেলাৰ স্বাভাৱিক তৈলজ গুণ বেছি উচ্চমানবিশিষ্ট বাবে ইয়াৰ চাহিদা চিলোন চিট্ৰনেলা তেলতকৈ অধিক জনপ্ৰিয়। চিলোন চিট্ৰনেলাৰ খেতি যাইকৈ শ্ৰীলঙ্কাতে কেন্দ্ৰীভূত। যাভা চিট্ৰনেলা প্ৰধানকৈ ফৰমোছাত উৎপন্ন হয়। ইয়াৰ বাৰ্ষিক উৎপাদন ক্ষমতা দুহেজাৰ টনৰ ওপৰত। যাভা, গুৱাটেমেলা, ডমিনিকা, হেইটি, চীন আদি দেশতো ইয়াৰ খেতি ব্যাপক ধৰণৰ। ভাৰতবৰ্ষত ইয়াৰ উৎপন্ন চালুকীয়া অৱস্থাত আছে। বিদেশৰপৰা এই তেল এতিয়াও আমদানি হৈ আছে। যোৰহাট আঞ্চলিক গৱেষণাগাৰৰ টোকা এটাত ভাৰতবৰ্ষৰ বাবে চিট্ৰনেলা তেলৰ চাহিদা ৫০০ টনলৈ বৃদ্ধি পোৱাৰ আশা আছে বুলি উল্লেখ কৰিছে। চিলোন জাতীয় চিট্ৰনেলা প্ৰধানকৈ ব্যৱহাত হয় সস্তীয়া সুগন্ধি আতৰ প্ৰস্তুত কৰোঁতে। সাধাৰণতে গা-ধোৱা চাবোন, স্প্ৰে', অপমাৰ্জক দ্ৰব্য, ধোৱা-মোছা-ইহা কামত

আৰু মহনাশক তেলত ব্যৱহাৰ কৰা হয়। আনহাতে যাভা জাতীয় চিত্ৰনেলা তেলক উৎকৃষ্ট সুগন্ধি সামগ্ৰী প্ৰস্তুত কৰোঁতে ব্যৱহাৰ কৰা হয়। মেন্থল, ইচটাৰ, হাইডক্সি চিত্ৰনেলা অইল, জেৰণি অইল আদিৰ কৃত্ৰিম তেল প্ৰস্তুত কৰোঁতে ইয়াক প্ৰথম আনুষঙ্গিক হিচাপে ব্যৱহাৰ কৰা হয়। যাভা চিত্ৰনেলা এবিধ দীঘল থোপা জাতীয় বন, বাৰমাহী, হালধীয়া আভাৰে বোলোৱা সেউজী পাতৰ গছ। পাতবোৰ প্ৰায় এক মিটাৰৰপৰা এক মিটাৰ পাঁচ ছেণ্টিমিটাৰ পৰ্য্যন্ত দীঘল। ইয়াৰ বাবে সেমেকা জলবায়ু, নিয়মীয়া বৰষুণ আৰু অপৰ্য্যাপ্ত ৰ'দৰ পোহৰৰ প্ৰয়োজন। ঠাণ্ডা আৰু সেমেকা জলবায়ু ইয়াৰ বাবে উপযোগী। অসমৰ জলবায়ুত যাভা জাতীয় চিত্ৰনেলাৰ খেতি উত্তম হব বুলি যোৰহাট আঞ্চলিক গৱেষণাগাৰে মন্তব্য দিছে। লগতে কৈছে যে প্ৰতি একৰ মাটিত প্ৰথম বছৰত ৫০ কেজিৰপৰা ৭৫ কেজিলৈ আৰু দ্বিতীয় বছৰত ১০০ কেজিলৈকে যাভা চিত্ৰনেলা অসমৰ মাটিত উৎপন্ন হব পাৰে। যাভা চিত্ৰনেলাৰপৰা উলিওৱা প্ৰাকৃতিক তেল প্ৰতি কেজিত বৰ্তমান ১০০ টকাৰপৰা ১৫০ টকালৈ বৃদ্ধি পাইছে। তেল উলিওৱাৰ পিছত চিত্ৰনেলাৰ পাতবোৰ চাহ গছৰ সাৰ হিচাপে ব্যৱহাৰ কৰিব পাৰি। অভিজ্ঞ লোকৰ মতে এই জাবৰবোৰ সাধাৰণ কাগজ তৈয়াৰ কৰা কেঁচামাল হিচাপেও খটুৱাব পাৰি। সেইদৰে, অসমৰ য'তে ত'তে উৎপন্নহোৱা ভোট-এৰা গছৰ গুটিৰপৰাও মূল্যবান তেল প্ৰস্তুত কৰিব পাৰি। এই তেল ব্যৱসায়িক ভিত্তিত উলিয়াব পাৰিলে চাবোনকে ধৰি কেতবোৰ প্ৰসাধন সামগ্ৰী তৈয়াৰত সুবিধা ওলাব।



# পৰিশিষ্ট

## গ্ৰন্থ-পঞ্জী

[ বিভিন্ন অধ্যায়ত সহায় লোৱা পুথিৰ তালিকাহে সন্নিবিষ্ট কৰা হৈছে ]

### English Books


1. W. Crooke — The Introduction to the popular Religion and Folklore of Northen India.
2. C. H. Tawney — Katha Sarit Sagara, Calcutta 1880 (Eng. Tr.)
3. Sir George Walt — The Dictionary of Economic Products of India Vol. I, Calcutta-1889.
4. J. G. Frazer — The Golden Bough-London 1890.
5. Dr. P. K. Gode — Studies in Indian Cultural History Published by V.V. Research Institute Hoshiarpur 1961.
6. Dr. Moti Chandra — Costumes, Textiles, Cosmetics & Coiffure in Ancient and Medieval India. Oriental publishers, Delhi-6, 1973.
7. Ellis, Aytoun — The Essence of Beauty. Secke & Warburg. London 1960.
8. Sarma Shastry — Kautilya's Arthasastra. Eng. Tr. 1929.
9. Marshall — Mohenjodaro and the Indus Velley Civilization.
10. Cowell and Thomas — Harsasarita Eng. Tr. London, 1897.
11. M. R. Kale — Kadambari, Bombay 1928.
12. Gait, Sir Edward — A History of Assam.
13. Rai K. C. Barua Bahadur — Early History of Kamrupa.
14. Dr. P. C. Chaudhury — History of Civilization of Assam.
15. V. Ball — Tavernier's Travels in India. Eng. Tr. London.
16. Eileen Allen (Ed) — The Book of Beauty. George Newnes. London.

17. Dr. H. D. Sharma & Dr. N. G. Sardesai (Ed) — Amarakosa. Poona 1941

18. Sir G. W. Cox. — Introduction to the Science of Comparative Mythology and Folk Lore London 1881.

19. Harry F. Wedeck — Love Potious through the Ages 1963 Vision London.

20. J. N. Chaudhury — Arunachal Panorama, Shillong.

21. Pandit Kedarnath (Ed). — Kamasutra. N. S. Press, Bombay, 1900.

22. George M. Taylor — Roses, Their Culture and Management London, 1945.

23. B. S. Bhattacharyya — Practical Rose Growing in India. Thacker Calcutta. 1935.

24. Illa Paulchaudhury — Ancient Hair Styles of India Rupa. Calcutta, 1974.

25. Periodicals. — Journal of the Bombay Branch of the Royal Asiatic Society. Vol. 21. 1945. Bharatiya Vidya Vol. VI, Aug. 1945. Bombay.

Pracyavāni Sanskrit Series, Vol. I. Cal. 1944.

Indian Culture, Vol. XII, No 2 1945

Bulletin of the Regional Research Laboratory Jorhat. Prospects of Commercial Production of Citronella Oil in Assam.

-do- Agurwood Oil Industry in Assam.

Folk madicine, G. B. Black. Article Published in the magazine of the Folklore Society, London 1883.

Himalayan Gazetteer, Allahabad 1882-84

The Economic Times, June 30. 1980.

# সংস্কৃত আৰু অসমীয়া গ্ৰন্থ


১। কালিকা পুৰাণ : বঙ্গবাসী কাৰ্য্যালয়, কলিকতা।

২। বৈদিক যুগ : অসমীয়া সংস্কৰণ, অসম একাডেমী ফৰ কালচাৰেল বিলেচনছ, গুৱাহাটী।

৩। অসমীয়া ভাষা আৰু সংস্কৃতি : ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা, লয়াৰ্ছ বুক ষ্টল, গুৱাহাটী।

৪। অসমীয়া কাব্যত প্ৰেমৰ বোৱতি সুঁতি : শ্ৰীঅতুল চন্দ্ৰ বৰুৱা, গুৱাহাটী।

৫। সুকনানী পদ্মাৱতী : সম্পাদনা—দৈৱচন্দ্ৰ তালুকদাৰ। লয়াৰ্ছ বুক ষ্টল, গুৱাহাটী।

৬। অসমীয়া লোক গীতি সঞ্চয়ন : ডঃ হেমন্ত কুমাৰ শৰ্মা, লাচিত নগৰ, গুৱাহাটী।

৭। গোৱালপৰীয়া লোকগীত সংগ্ৰহ : ডঃ বীৰেন্দ্ৰ নাথ দত্ত। অসম সাহিত্য সভা, যোৰহাট।

৮। প্ৰাচীন সভ্যতা : বিশ্বনাৰায়ণ শাস্ত্ৰী প্ৰকাশন পৰিষদ, গুৱাহাটী।

৯। বহাগী : নকুল চন্দ্ৰ ভূঞা, চপলা বুক ষ্টল, শ্বিলং।

১০। আহোম জাতি আৰু অসমীয়া সংস্কৃতি : শ্ৰীলীলা গগৈ, জেউতি প্ৰকাশ, শিৱসাগৰ

১১। বিয়ানাম : অণুদা দেৱী বৰকটকী, বৰকটকী কোম্পানী, যোৰহাট।

১২। বৈদ্যঅমৰ (প্ৰথম আৰু দ্বিতীয় খণ্ড) : গঙ্গাৰাম দাস তহচিলদাৰ বি আৰ কলিতা, তেজপুৰ।

১৩। অসমৰ বনজ সম্পদ : ডঃ হৰিপ্ৰসন্ন দাস। অসম একাডেমী, গুৱাহাটী।

১৪। কৰম পূজা আৰু ঝুমুৰ গীত : সম্পাদনা—ৰুদ্ৰধৰ গোহাঞি, অসম সাহিত্য সভা, যোৰহাট।

# নিৰ্ঘণ্ট

[গ্ৰন্থত উল্লেখিত বিশেষ নাম কিছুমানৰ নিৰ্ঘণ্ট দিয়া হৈছে]


**অ**

এগ'ক ১৪, ২৩, ২৪, ২৮, ২৯, ৩০,৩২, ৩৪, ৫৮, ৬১,৬৪, ৮২,১০৯,১১৬,১৭৫, ১৮০
অমৰকোষ ৮, ৪১, ৬৩,১৮৩
অৰ্থ' ১১৮
অথৰ্ববেদ ৭৭, ৮১
অলিভ অয়ল ১৬৯
অসমৰ লোকসংস্কৃতি ১৮, ১৯, ২০, ৩৬, ৩৭
অসম একাডেমী ফৰ কালচাৰেল বিলেচনছ ১৪
অৰণ্য পৰ্ব ৮, ৬২
অগ্নিপুৰাণ ৬, ২১
অৰ্থশাস্ত্ৰ (কৌটিল্য) ২৩, ২৮, ৩৩, ৩৪, ৮২, ১৭৫
অজন্তা ৭০
অনন্ত কন্দলি ৬২
অভিদ ১১৯, ১২৩
অসুৰবাণীপল ৯৯, ১০৪, ১৫৫
অপৰাজিতা ১৩
অপেৰা ৪৪
অট' অৱ ছিৰাজ ১৪১
অশ্বৰলা ৪০
অষ্টাঙ্গ সংগ্ৰহ ৪০, ৪১
অশ্বলায়ন ৮১
অংকশ্ব বিয়াম ১২০, ১২১
অন্ধ্ৰপ্ৰদেশ ১৯০
অঙ্কীয়া নাট ৬৪
অৰুণাচল-জনগোষ্ঠী ৮৩–৯১
অক্সিজেন ১৬৮
অভিক'লন ১৮৬
অঞ্জন ৭৯, ১৮৬
অক্সিএল্‌ডিহাইড ১৮১
অশ্বঘোষ ৬৩

**আ**

আচাৰ্য্য পি, চি, ৰায় ৬, ৪২
আইৰিছ ৪৬
আইলেইংছ ১৭০
আইলিডছ ১৭০
আইছেডো ১৭০, ১৮৭
আগৰ ২, ২৮, ২৯, ৩০, ৬০, ১০৯
আতৰ' ৭, ৪৫, ৪৬, ৫০, ৫১, ৫২, ১৫০, ১৭৬, ১৭৮. ১৯৩
আইনা ১২, ৭৯, ৮২, ৯২, ১০৪, ১৩৭, ১৫৯
আইনাম ৮, ৯, ১৯
আভোগ ২৫
আমলখি ৯৪
আমিতেছ ১০৪
আহাচুয়েৰাছ ১০২
আকাশী উদ্যান ১০৪
আয়ুৰ্বেদ ৫, ২৭, ৩২, ৩৯, ৪১
আঁচকাঠ ৪২
আৰ্য্য সংস্কৃতি ৮০, ৮১
আলেকজেণ্ডাৰ মেকেঞ্জী ৮৭,৮৮,৮৯

আপং ৮৯
আন্তৰবাত্য ২৩
আইন-ই-আকবৰী ২৮, ৪০, ৫১, ১৮৪
আইলাইনাৰ ১৮৭
আইব্ৰু পেঞ্চিল ১৭০
আডুৰস ১৩৮
আৰ্চী ১০০
আফ্ৰিকা ৭৭

ই

ইলাচী ৭
ইন্দ্ৰজিত মালতী ১৯
ইছ্‌পিষ্ট ৪০
ই'ৰজ ৪৬, ৪৭
ইংলণ্ড ৪৮, ১৩৫-১৫১, ১৮৮
ই, জি, হিল ৫২
ইৰাৱতী ৮৯, ৯০
ইজিপ্ত ৯৯,১০০,১০১,১০২, ১০৩
ইডফ্ৰেটিছ ১০৩
ইউৰিপিডিছ ১১০
ইলিয়াড ১১০, ১১১
ইউলেছিছ ১১১
ইউ-দি ক'লন ১৩৩
ইচাবেলা ১৪১
ইনৰ্ড'ন ১৮১
ইষ্ট ইণ্ডিয়া কোম্পানী ১৮৪
ইস্ৰিছি ১৮৪
ই, এ, কৰকৰাণ ১৯২
ইচটাৱ ১৯৪
ইলিয়টস্মিথ ৩৮

উ

উদ্ভিদৰস ২০
উদ্বায়ী তৈলজ সম্পদ ২০,২১, ১৭৭, ১৭৯, ১৮০, ১৮১, ১৯১, ১৯২, ১৯৩, ১৯৪
উলিয়ামছ ; মৰিছ (চাৰ) ৩১
উমা-মহেশ্বৰ ৬৯
উৰ্দাবিহেষ্ট ১০৭
UNIDO ১৯২
উলিয়ামচন মেগৰ ১৯৩

এ

এমবাৰগ্ৰীচ ২৭, ১৮১, ১৮২, ১৮৩, ১৮৪
এডোৱাৰ্ড ৫২
এলিফেটিক ১৮১
এৰ'মেটিক ১৮১, ১৯২
এলডিহাইড ২১, এলকানেট ১১৫
এলফ্ৰেড পাৰ্চন্স ৪৮
এলিজাবেথ ১৩৯
এছেঞ্চ ১৭৫, ১৭৬, ১৭৭, ১৭৮, ১৭৯-১৮৪, ১৯১
এপল'নিয়াছ ১১২

ও

ওকণী ১২৬, ১৮৮
ওডিছি ১১১

ঔ

ঔফুল ১০
ঔষধীয় তেল ১১
ঔটেঙাৰ বীজ ৯৩

ক

কালিদাস, ১, ৩০, ৬৬, ৬৭
কৰুণাধৰ বৰুৱা ২
কুমৰ হৰণ ৩, ৬৫
কামসূত্ৰ ৫, ২২
কবিৰাজ ধানেশ্বৰ শৰ্মা ৫,
কবি লোলিম্বৰাজ ৬
কালিকা পুৰাণ ৬,১৫,১৬,২৩,২৪
৩২, ৫৮
কৰ্পূৰ ৭, ৩২, ৬০
কৰৰী ৮, ১০, ২৪
কঠালচম্পা ৭
কাদম্বৰী ৮, ৬৭, ৬৮
কেতেকী ১০, ১১, ২০, ৯৩, ১৭৬
কৰম পূজা ১১
কামৰূপ ১৫,২৫,২৮,৬৪
কামেৰূপ ২৮
কুস্মাণ্ড ১৫
কৰ্কন্ধ ১৫
কালীপূজা ১৬
কীৰ্ত্তন ১৭, ৬৫
কিটন ২১
ক্লিওপেট্ৰা ১০০, ১০১
কালকেয় ২৩
কবৰী ২৩,২৪,২৫,২৬,২৭,
৬১,৬৩,৬৮,১০৯,১৪২,১৫১
কানিংহাম ৫৭
কপৌফুল ১৯, ১৫২, ১৫৩
কুমাৰ ভাস্কৰ বৰ্ম্মা ২৫, ২৮
কাশ্মীৰ ২৫
কেচটৰ ২৭, ১০১, ১৮৩
কিয়ৰিক এচিড ১৭২
কম্পাউণ্ড অৱ এলকেমি ১৪০
কাশ্যপ সংহিতা ৩২
কলাখাৰ ৯৪
কু চন্দন ৩৩, ৩৪
কে, এম, বৈদ্য ৪১
কাইৰো ৪৮
কেশ-বিন্যাস ৭১,৭২,৭৩
৭৪–৯২
কৃত্ৰিম চুলি ১২৭ ১৪৯
কেগলিৰোষ্ট ১৩৪
কেলেমাচ ১৭৯
কেশপট্ট ৮০
কেশৰ প্ৰাৱন্ধ ৮১
কৱৰীবন্ধন ৮১
কুৰীৰ ৮১
কপৰ্দ ৮১
কুমকুম ৫৮, ৬০, ৬১, ৬৩, ৬৯
কুমাৰসম্ভৱ ৬৭
কামাখ্যা ৩২,৫৮
কোলটাৰ ১৮১
কিৰচে ১১১
কলপ ১২৪, ১২৭
কানে ; পি, ডি, ৭০
কাকে ৰেইবি ৯২
কেঁহৰাজ ৯৩
কৰ্ণপেশ্বৰ সিংহ ৯৩
কেলুডেৰিয়াম ১২০
কেঞ্চাৰন ৯৩
কেক ৯৭

কফিহাউছ ১৪৩, ১৪৬
কনকুচিয়াছ ১৫২, ১৫৭, ১৫৮
কার্বন কম্পাওণ্ড ১৮০
কাব্‌বি ৫৬
কুহুমীয়া পানী ৯৪, ৯৫
কণীৰ কুহুম ৯৪
কোল্ডক্রীম ১৭০, ১৭১, ১৭২
কোলগেট পামলিভ ১৮৮
কেম্‌কো কেমিকেলছ্‌ ১৮৮
কলিকতা কেমিকেলছ ১৮৮
কোলফেক্স লেবৰেটৰিছ ১৮৮
ক্রডমিৰ ৭৪
ক্রছেড ১৩৫, ১৩৬
ক্রমৱেল ১৪২
Cosmetics ১২২
Cuttle fish ১৮২

খ
খোপা ৭, ৯, ১১, ১৩, ১৯, ৬৪, ৮১, ৮৪, ৮৫, ৮৬, ৮৭, ৮৯, ৯০, ৯১, ৯৫, ৯৬, ১০০
খেজুৰ ১৫
খামতি ৮৯, ৯০
খুৰান ৭২
খ্ৰুমা ১১৫

গ
গন্ধবেদ ৬, ৮, ১৮৪
গন্ধযুক্তি ২১, ৩১
গাঠিয়ন ৯৪
গন্ধবিৱিণী ৯৩, ৯৭, ১৯৩
গোন্ডে ; পৰশুৰামকৃষ্ণ ৬, ৮, ৩৯, ৪০, ১৮৪
গোৱালপৰীয়া লোকগীত ১৩, ১৭, ৯৫, ৯৬
গোশীৰ্ষ ২৫, ৩৩, ৩৪
গোলাপফুল ৪৩–৫২, ১১৫, ১৪০, ১৪১, ১৪২, ১৭৯,
গোলাপজল ৫০, ৫১, ৫২, ১০৭, ১০৯, ১৪০, ১৪১, ১৪২
গোলাপী আতৰ ৫০, ৫১; ৫২, ১৪০, ১৪১
গোৰোচনা ৬৭, ৬৮
গোন্ধতেল (এছেন্স) ১৮, ৬৯, ৯৯, ১৭৫, ১৭৬, ১৭৭, ১৭৮, ১৭৯, ১৮০, ১৮১, ১৮২, ১৮৩, ১৮৪, ১৯১, ১৯২, ১৯৩
গীতা ১৪
গাঁলং ৮৯
গলপতা ৯৭
গাৰ্ডেন অৱ ইডেন ১০৫
গালা অব্‌ লণ্ডন ১৮৮
গৰলীয়া ৰোগ ৫৮
গন্ধ কেলিকা ২৪
গুলিস্তান ৪৮, ১০৭
গ্ৰামেৰুক ৩৪
গঙ্গামৃত্তিকা ৬১
গঙ্গাধৰ ৬, ৮, ১৮৪
গন্ধ ১৫
গন্ধযুক্তদ্ৰব্য ৭, ১২, ২০, ২৪,

গন্ধফল ৮
গুলাপদান ১০৬, ১০৭
গন্ধীয়াবক্ৰা ৯৩
গ্লেক্সো কোম্পানী ১৮৮
গ্ৰীক সভ্যতা ১১০–১১৬, ১১৭

## ঘ

ঘৰিয়াল ১২
ঘৃত ২৩
ঘাছীয়া ৫৬
ঘাঁহেৰে তৈয়াৰী স্কাৰ্ট (Bekar) ৮৮

## চ

চন্দ্ৰভাৰতী ৩, ৬৫
চন্দন ৭, ১৩, ১৬, ২৪ ৩০, ৩১, ৩২, ৩৪, ৫১, ৫৩, ৫৪, ৫৭, ৫৮, ৫৯, ৬০, ৬৩, ৭০, ৭৯, ১১৬, ১৭৪, ১৯২
চম্পা, চম্পক ৬, ৭, ৮, ৯, ১০, ১১, ২৯, ১৪৬, ১৭৬, ১৭৯
চীনদেশ ২৮, ৯৯, ১৫২, ১৫৩, ১৫৪, ১৫৫, ১৫৬ ১৫৭–১৬২, ১৬৩, ১৮৩
চো' ৭১
চমৰ ৫৬
চক্ৰেটিছ ৭৪, ১১০, ১১৫
চকমাটিৰ গুড়ি ৯৪, ৯৭
চাউলৰ গুড়ি ৯৪
চুয়েক ১০৮
চাইবাছ ১১৪
চন্দ্ৰহাৰ ৯৭
চকুৰ যন্ত্ৰ ৯৭
চাইপ্ৰাছ ১৩৫
চাৰ্লছ লিলি ১৪৯
চামৰাৰ হাতমোজা ১২৯, ১৩০
চাবোন ১২৩, ১৬৬, ১৭৬, ১৭৭, ১৭৮, ১৮৬, ১৮৭, ১৮৮, ১৮৯, ১৯০
চাহপাত ১৬৯
চকাযুক্ত ঠেলাগাড়ী ১৫৯
চিৰিকা ১৩৮
চতুৰ্দশ লুই ১৩২
চতুৰ্থ হেনৰী ১৩১
চাস্তা মেৰীয়া নভেলা ১২৮
চিনকনা ইলিকজাৰ ১২৯
চিভেট ১৮৩
চেম্পু ১০৩, ১২৩, ১২৭, ১৬৭ ১৬৮, ১৮৬, ১৮৭, ১৮৮
চেমন্তিকা ৪৫
চিটি অৱ থাউজেণ্ড এণ্ড বান স্মেল ৪৮
চক্ৰদাঞ্জং ৪৪
চৰ্য্যাগীত ৬০
চিত্ৰনেলা ১৭৯, ১৯১, ১৯৩, ১৯৪
চিমং ৮৯
চালকুঁৰৰী ৯৩, ৯৪
চাউলধোৱা পানী ৯৩
চিনামন ১০৬, ১৭৯
চান্দী ১০৭, ১০৮
চুইটপিজ ১৭৯
চিগাৰেট ১৯১

চিলোন ১৯৩
চুলি ৩৭,৩৮,৭১,৭২, ৭৩, ৭৪, ৭৫৭৬, ৭৭ ৭৮–৮২. ৮৭, ৮৮, ৮৯, ৯০–৯৬, ১০০, ১০৩, ১১৫, ১২৩, ১২৪, ১২৫, ১২৬, ১২৭, ১৩৭, ১৫০, ১৬৭, ১৭১, ১৭৪, ১৮৬

ছ

ছাই ১২৩
ছাল, ১৪৯, ১৬৭, ১৭০, ১৭২, ১৮৬
ছালমোগৰা তেল ৯৪
ছালৰ বেমাৰ ৯৪
ছাগডাছ্ব ১১৩
ছুইনগাম ১৭৬
ছ্বিবেচাছ গ্ৰুণ্ড ১৬৬
ছিৰিয়া ১০৫
ছেবা ১০৬
ছুইচ ১২৪
ছেক্সপীয়েৰ ১০১, ১৪১
ছালফাৰ ১৮০

জ

জেতুলিপকা ২
জাঁইফল ৭
জবা ১৩
জয়ন্তী ১৩
জোক ২৩
জাংক্ৰাই ২৭, ৯০, ৯৭, ১৩৩
জেতুকা ৩৬,৩৭,৩৮,৩৯,৪০,৪১,৪২
জাবিৰ-বিন-হেয়ান ১০৬
জেছমিন ১০৯, ১৩৩, ১৭৯
জিউকচিছ ১১০
জিউচ ১১১
জুভেনাল ১১৮, ১২২
জোছেফিন ১৩৩
জেৰেনিয়ল ১৭৯, ১৯৪
জনচনছ এণ্ড জনচনছ ১৮৮
জীওক্ৰে'মেনাৰছ ১৮৮
জন্তুৰ চৰ্বি ১৭৭
জেমিনগা ৯১
জাবালিমুনি ৫৯
জাতক ৮২
জনতাঘৰ ৮২
জলফাই তেল ৯৭
জোনবিৰি ৯৭
জুডেলাল ৯৯
জেকেট ৮৫
জালুক ৯৪, ৯৭

ট

টাগিন ৮৭, ৮৮
টানগাম ৮৯
টাইট কেবেইজ ১০৩
টাইগ্ৰীছ ১০৩
টি, ৰোজ ৫২
টিছিনাছ মেনাছ ১১৭
টুপী ৮৫, ৮৯
টুৰাৰ্ড ১৪২

ড

ডালানা ৩৯, ৪১
ডালিম ৮,১৫, ৪২
ডাঠান ১০২
ডিমৰু ৮
ডোঙ্গ ২৩
ড্ৰামহেড ১০৩
ডেলটন ৫৫, ৮৯,৯০
ডাফ্‌নে ১০৫

ত

তগৰ ১৩, ২০
তমাল ৮
তাম্বুলভোগ ২৭, ৬৯
তাওমন্ত্ৰ ১৫৭
তাৰমেনাটিনা ১০২
তাৰ্নস ৩৪
তৰুণীপুষ্প ৪৬
তিলক ৫৩, ৫৪, ৫৫, ৫৬
৫৭, ৫৮, ৫৯, ৬০
৬১–৭০
তিৰোপতি ৫৯
তিৰোনামম্ ৬০
ত্ৰিপুণ্ড্ৰ ৫৯
তৌৰূপ ৩৪
তেলমালিচ ১৬৬
তুলসী ৬০
ত্ৰিটিছ অৱ পাৰফিউমছ ১১২

থ

থানেশ্বৰ শৰ্মা (কবিৰাজ) ৫
থেৰেচিয়ান ৫৭
থিয়েনমুণ্ড ৭৮
থুৰীয়া ৯৭
থিঅ'ফৰাছটাছ ১১২

দ

দৰং ১৩
দ্ৰাবিড় ১৪
দাহাকৰ্ষিত ২৩
দানপত্ৰ ৯৫
দৃঢ়দস্যু ৫৯
দ্ৰব্যগুণদৰ্পণ ৫
দ্ৰব্যগুণ তৰঙ্গিণী ৬
দেৱদাৰু ৮
দায়েনাৰ্দিন ৭২

ধ

ধনীয়া ৬
ধৰ্মপুৰাণ ৯৫
ধূপ ৩২
ধূপন ৭
ধূপধুনা ১০১, ১১২, ১১৬, ১১৭,
১৩৮, ১৭৬

ন

নাৰীবন্দনা ১
নাৰায়ণদেৱ ৬৫
নাচিচাছ ১২১

নাৰিকল তেল ৯৭
নেমুটেঙাৰ ৰস ১২১, ১৬৯, ১৭০, ১৭৯
নেপোলিয়ান ৪৫
নিমবগুড়ি ৯৪
নিষণ্টৰত্নাকৰ ৪০
নিত্যনাথ সিদ্ধ ৩৯
নেত্ৰৰঞ্জন ১৫
নৈবেদ্য ১৫
নিৰ' ১২৩
নাইট্ৰোবেঞ্জিন ১৮০

প

পাউদাৰ ১৩৭,১৪৮,১৪৯,১৭২ ১৭৭,১৮৭,১৮৯,১৯০
পাতজাতীয় গন্ধ ৬
পঞ্চোপচাৰ ১৫
পুষ্প ১৫,২১
পাদ্যঅৰ্ঘ্য ১৫
পাচন ২১
পাৰলৌহিত্যাক ২৩
পূৰ্ণদীপক ২৩
পাটৰ কাপোৰ ২৫, ১৫৬, ১৫৭
পঞ্চতন্ত্ৰ ৩১
পত্ৰলেখা ৬৩
পত্ৰভঙ্গ ৬৩
পত্ৰমঞ্জৰী ৬৩
পমেতম ৯৩
পলস ৯৫
পাৰফিউম ১৭৫, ১৮৭, ১৮৮, ১৯১,১৯২
পাৰ্লৰাক ১৬২
পাৰচকুৰাবিৰি ৯৭
পাপিৰাছ ১০১
পিংেটনিয়াৰছ ১২৯
পেড্ৰমনটেছ্ব ১৩০
পমেনদৰ ১৩৯
পয়েমছ এণ্ড ফেনচিছ্ব ১৪৩
প্ৰসাধন শিল্প ১৮৫, ১৮৬, ১৮৭ ১৮৮, ১৮৯, ১৯০ ১৯১–১৯৪
প্ৰিন্সেছ পাউদাৰ ১৪৪, ১৪৫
পাণ্ডুৰোগ ৭৭
প্ৰতাপচন্দ্ৰ চৌধুৰী ২৩
পদাম ৮৬, ৮৭
পেইটিন ৯২
পদুম ১৯২
পাৰণ ১১২, ১১৩

ফ

ফুল ৬,৭,৮,৯,১০,১১,১২,১৩ ১২,১৩,১৪,১৫,১৬,১৭–২১
ফুলৰ মালা ১৬, ১৭
ফণি ৫৪, ১২০, ১২৪, ১৩৭ ১৮৬
ফাৰকোট ১৬০
ফৰাসিস্ হকীম ৪৫
ফাহিয়ান ১৫৯
ফ্ৰেঞ্জাৰ ৫৫
ফ্ৰেঞ্জিপানি ১২৯, ১৩০

ফা-অন ১১১
ফিনল ১৮১
ফিনল ইথাৰ ১৮১
ফ্ৰিজিডেৰিয়াম্ ১২০

ব

বিৰিঞ্চি কুমাৰ বৰুৱা ১৯, ২০, ২৫
বিষ্ণুধৰ্মোত্তৰ পুৰাণ ২১
বিষ্ণুবাসুদেৱ গোদৱলী ৪০
বিউটি মিল্ক ১৮৬
বিউটি পাৰ্লাৰ ১৮৮
বীতা কেমিকেলছ ১৯২
ব্ৰাণ্ডও উইণ্ডচৰ ১৩৩
বলচামিক এছেন্স ১৪৬
বাদাম তেল ১৬৯
বাৰনিয়াৰ ১৮৪
বেলিফুল ১৭৯
বানভট্ট ১, ৮, ৫৯
বনগীত ৪
বাৎসায়ন ৫, ২১
বৰাহমিহিৰ ৬, ৮, ২২, ৩১
বৈদিকযুগ ৮১
বিনয়পিটক ৮২
বটাও ৮৮
বেবেজিয়া ৯১
বাৰআচোৰাবন ৯৩
বেবিলন ১০৪
বাঁশ পূজা ১৭
বিহুগীত ১৮
বিয়ানাম ৯, ১৬
বাণচিহ্ন ৬০
বিশেষক ৬৬, ৬৭
বিন্দি ৬১ ১৮৬
বৃদ্ধহাৰিত স্মৃতি ৬৮
বেলগছ ৬০
ব্ৰহ্মদেশ ৭১
ব্ৰাহ্মণত্ব ৭৩
বেজালিমন্ত্ৰ ৭৬
বাখৰপতা কেৰু ৯৭
ব্যাপন-পদ্ধতি ২১
বগাচন্দন ৩০, ৩১, ৩২
বৈদ্যঅমৰ ৫
বকুল ৮, ১০, ১২
ব্যায়ামশালা ১১৩, ১১৪
বিৰেচন ২১
বোধন ২১
Bowers manuscript ৩০

ভ

ভাগভট্ট ৪০
ভাগৱত ১৪
ভাৱন ২১
ভৱভূতি ১
ভৰতমুনি ৬১
ভাৰবেনা ১৭৯
ভট্টদেৱ ৬৫
ভাৰ্গৱ ৮১
ভেনাচ ৪৬

ম

মেন্দী ৩৮, ৩৯, ৪১, ৪২
মদয়ন্তী ৪১
মযিন্দীয় ৪১
মেহেদী ৪১
মৃগনাভি ২৪
মৃগমদ ২৪
মৃগকোষ ২৬
মেঘদূত ১, ২
মনসাকাব্য ১০, ৯৬
মলয়োত্তৰ ৩২
মানসোল্লাস ৬, ৮, ২৭
মাধৱকন্দলি ১০
মহাভাৰত ১৪, ২৮, ৩০
মহানিম ৬১
মানসশিলা ৬২
মনঃশিলা ৬২
মালিনীথান ৮৩
মিঠাতেল ৯৭
মিছৰ ৯৯, ১০০, ১০১, ১০২
১০৩, ১০৪, ১০৫-১০৯
মোতীচন্দ্ৰ (ডঃ) ২৫
মদয়ন্তিকা ৩৯, ৪০, ৪১, ৪২
মোদয়ন্তী ৪১
মেন্দিকা ৩৮, ৪১, ৪২
মেহেন্দী ৪১
মহিন্দী ৩৯
মাৰিচিয়েল ১২২
মাৰকুচিঅ' ফ্ৰেঞ্জিপানি ১২৯
মাদাম পম্পাদৰ ১৩২
মহামাৰী প্লেগ (লণ্ডন) ১৩৭, ১৩৮
মাৰ্চেল নেল ৫২
মাৰ্কোপলো ৫৭
মামি ১০১
মেছোপটেমিয়া ১০৩, ১০৪, ১০৫
মৃচ্ছকটিক ৬৭
মৎসপুৰাণ ৬৯
মৌৰ্য্যযুগ ৮২
মেঘালয় ৪৮
মৌ ১২১, ১৬৯
মিডাইন ১১৩
মু ১৫৩
মালিচ ১৬৫, ১৬৬, ১৬৮
মিৰ ১৭৯
মহাৰাষ্ট্ৰ ১৯৩
মেক্সফেক্টৰ ১৮৮, ১৮৯
মেনথল ১৯৪
মলম ১৫০
মল্লিকা ৪১, ৪২
মাৰ্জ্জৰম ১১৫
মেগ্নাগ্ৰেচীয়া ১১৭
মিল্টন ১০৫
মেডাচ ১০৫

য

যশোধৰা ৫
যোগেশ্বৰ শৰ্মা ৬
যোগিনীতন্ত্ৰ ৬, ৩২
যুথিকা ৬, ৪১
যুক্তি ১১

যোজনা-পটন্তৰ ১৯
যোৰহাট আঞ্চলিক গৱেষণাগাৰ ১৯৩, ১৯৪
যাভা চিত্ৰনেলা ১৯৩, ১৯৪

ৰ

ৰজা সোমেশ্বৰ ৬
ৰাজচম্পা ৭
ৰামায়ণ ২২, ৬২
ৰঞ্জন ৩৫
ৰস ৰত্নাকৰ ৩৯
ৰঘুনাথ পণ্ডিত ৪৫
ৰামানুজপন্থী ৫৯
ৰয়েল এছিয়াটিক ছচাইটি ৩০
ৰাজ শিখৰাও ৩১
ৰঘুবংশ ৩১
ৰাস্নাতৈল ৩২
ৰক্তচন্দন ৩৩
ৰাসায়নিক তৈলজ সামগ্ৰী ১৭৯
১৮০, ১৮১, ১৯১
ৰোজমেৰী ১৭৯

ল

লং ৭
লবঙ্গ ১৭
লুকাচ, ৩৭
লেভেণ্ডাৰ ১৩৬,১৪২,১৭৯,১৯২
লেন ১৫৩
লিন্ ইউটাং ১৬১
লিমনেন ১৮১
লোমনাশক তেল ১৮৬
লেকৃমে ১৮৮, ১৮৯
Lowsonia Inermis ৩৭, ৩৯
Lemon grass oil ১৯২

শ

শতমূল ৯৩
শগুণীলতা ৯৩
শৰীৰস্থানম ৭৩
শঙ্কৰদেৱ ২, ৬৪
শংখচূড়বধ ৬৪, ৯৫
শাকল ৩৪
শাল ৩৪, ৩৫
শোধন ১৭৫
শব্দকল্পদ্ৰুম ৩১
শদিয়া ২৯
শিৱৰ সেন্দুৰ ৫৩, ৫৪
শিৱৰ শিখা ৭২, ৭৩
শিৱ ৫৯
শ্ৰীনামম ৫৯
শ্বেত চন্দন ৩৩
শ্ৰীহৰ্ষ ২৮
শ্ৰীহট্ট ২৯
শ্ৰীলঙ্কা ১৯৩
শ্বেক্সপীয়েৰ ১০১, ১৪১

স

সবল ২৪, ৬১
সেউতী ১৯
সুবৰ্ণকুণ্ড্য ২৩

সুনীতিকুমাৰ চট্টোপাধ্যায় ৬০
সীতা ৪, ১০, ২২, ৬৪
স্বৰ্ণচম্পা ৭
স্থানীয় ১৫
সুকনানী ৬৫
স্কন্ধপুৰাণ ৬৯
স্নানঘৰ ১২০, ১২১, ১২২, ১৪৯ ১৬১–১৬৫
সুশিনন ১২১
ষ্টি্জিল ১২০

হ

হাইড্ৰোকাৰ্বন ২১
হৰিচন্দন ৩৩, ৩৪
হংসবেগ ২৫
হকীম ফৰাসিস্ ৪৫
হজৰত মহম্মদ ৪৯
হজুল পুৰাণ ৪৫
হাফলুৰ মাটি ৬১
হাতমোজা ১৩০, ১৩২
হামাম ১৪৯
হাইডঙ্কি চিত্ৰনেলা ১৯৪
হৰিচন্দ্ৰ কাব্যৰত্ন ৪১
হেমাদ্ৰি ৪১
হৰিভক্তি বিলাস ৫৯
হিন্দুস্থান লিভাৰ ১৮৮, ১৯০
হিৰোডটাছ ৫৭
হিন্দুৰসায়নী বিদ্যা ৬
হেয়াৰ ডাই ১৬৭
হেইনি ১৯৩
হেওক্ৰীম ১৭০
হৰ্ষচৰিত ৬১
হস্তিবিদ্যাৰ্ণৱ ৬৪, ৯৫
হালধি ২৪, ৬০, ৬১, ৯৩, ১৬৯
হেয়াৰ টনিক ১৬৬

ক্ষ

ক্ষেমেন্দ্ৰ ১

## কিতাপত উল্লেখ কৰা কেইখনমান প্ৰাচীন গ্ৰন্থ

মহাকবি কালিদাস : মেঘদূত, ৰঘুবংশ, কুমাৰ সম্ভৱ, মালবিকা-অগ্নিমিত্ৰ, । মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ : ৰুক্মিণীহৰণ কাব্য, ৰুক্মিণীহৰণ নাট, পাৰিজাত হৰণ, ৰামবিজয়, কীৰ্তন পুথি ।

শ্ৰীচন্দ্ৰভাৰতী : কুমৰহৰণ ; সুকবি নাৰায়ণদেৱ : সুকনানী পদ্মাৱতী মাধৱকন্দলি : ৰামায়ণ ; অনন্ত কন্দলি : ৰামায়ণ ;
বৰাহমিহিৰ : বৃহৎসংহিতা ; ভাগভট্ট : অষ্টাঙ্গ সংগ্ৰহ ; গঙ্গাধৰ : গন্ধসাৰ ; কে এম বৈদ্য : অষ্টাঙ্গ হৃদয়কোষ ; বানভট্ট : কাদম্বৰী ; শূদ্ৰক : মৃচ্ছকটিক ; বাৎসায়ণ : কামসূত্ৰ ; কৌটিল্য : অৰ্থশাস্ত্ৰ ; নিত্যনাথ সিদ্ধ : ৰসৰত্নাকৰ ; ৰঘুনাথ পণ্ডিত : ভোগ্যবৰ্গ প্ৰসঙ্গ ; ৰাজা সোমেশ্বৰ : মানসোল্লাস ; পণ্ডিত বিষ্ণু বাসুদেৱ গোড্‌বলী : নিঘন্ট ৰত্নাকৰ ; ভৰত : নাট্যশাস্ত্ৰ ; আচাৰ্য্য পি, চি, ৰায় আৰু হৰিশ্চন্দ্ৰ কাব্য-ৰত্ন সম্পাদিত—ৰসাৰ্ণৱ ; অশ্বঘোষ : সৌন্দৰানন্দ ; আবুল ফজল : আইন-ই-আকবৰী ; চাদী : গুলিস্তান আৰু লগতে—

কালিকাপুৰাণ, অগ্নিপুৰাণ, মৎসপুৰাণ, স্কন্দপুৰাণ, কাশ্যপ সংহিতা, অমৰকোষ, হিতোপদেশ শব্দকল্পদ্ৰুম, আয়ুৰ্বেদ, হৰিভক্তি বিলাস, হস্তী-বিদ্যাৰ্ণৱ, ধৰ্মপুৰাণ, শংখচূড়বধ, জাতকমালা, হৰ্ষচৰিত, ৰামায়ণ, মহাভাৰত, বৃদ্ধহাৰিত স্মৃতি, যোগিনীতন্ত্ৰ বিষ্ণু ধৰ্মোত্তৰ পুৰাণ ·

# চিত্ৰ-পৰিচয়

(গ্ৰন্থৰ বিভিন্ন অধ্যায়ৰ লগত সম্পৰ্ক থকা চিত্ৰসমূহ)

চিত্ৰ নং ১: পাৰ্বতী, কেঁকোৰা-কেঁকুৰি চুলিৰে সোঁমাজত সেওঁতা কাঢ়ি মূৰৰ পাছফালে গলধনৰ ওপৰত পেলাই খোপা বান্ধিছে। খোপাৰ আকৃতি পদুমফুলৰ দৰে, অলংকাৰেৰে সুশোভিত। ৫-৬ শতিকা, গুপ্তযুগীয় চিত্ৰকলা। (নেচনেল মিউজিয়াম, নতুন দিল্লী)

চিত্ৰ নং ২: অপ্সৰা, অজন্তাৰ ১৭ নং গুহাত খোদিত চিত্ৰৰ অঙ্কিত ৰূপ, ৫ম শতিকাৰ কেশবিন্যাস ফুটি ওলাইছে (ইলা পাল চৌধুৰীৰ সৌজন্যত)

চিত্ৰ নং ৩: মাউণ্ট আবুৰ দিলৱাৰাত থকা আদিনাথ মন্দিৰৰ পৰা অঙ্কিত ৰাজস্থানী লোলকবাদিকা ৰূপৱতী নাৰী। কেশ-বিন্যাসৰ মনোৰম ধৰণ মন কৰিবলগীয়া। (খৃঃ ১০৩১) (ইলা পাল চৌধুৰীৰ সৌজন্যত)

চিত্ৰ নং ৪: দীপলক্ষ্মী, দক্ষিণ ভাৰতৰ কেশবিন্যাস। অনেক মন্দিৰত এনে চিত্ৰ দেখিবলৈ পোৱা যায়। দীঘল বেণীৰ আদৰ সকলোতে কম-বেছি পৰিমাণে চকুত পৰে। বেণীত অলংকাৰ আৰু ফুলৰ মালা পিন্ধাটো বিশেষ লক্ষ্যণীয় (ইলা পাল চৌধুৰীৰ সৌজন্যত)

চিত্ৰ নং ৫: উৰিষ্যাৰ কেশবিন্যাস, সূৰ্য্যমন্দিৰ, কোণাৰক (প্ৰায় ১২৩৮-৬৪ খৃঃ) মন্দিৰত তালবাদ্য কৰা এটি দৃশ্যৰ পৰা অঙ্কিত চিত্ৰ। উৰিষ্যাৰ মন্দিৰসমূহত এনেধৰণৰ নাৰীমূৰ্তিৰ খোদিত চিত্ৰ অনেক আছে। (ইলা পাল চৌধুৰীৰ সৌজন্যত)

চিত্ৰ নং ৬: প্ৰেমপত্ৰ, খজুৰাহো, ১১ শতিকা। এইখন নাৰীমূৰ্তিৰ চিত্ৰ অনেক গ্ৰন্থত দেখিবলৈ পোৱা যায়। চেলাউৰি, ওঁঠ আৰু চুলিৰ প্ৰতি থকা প্ৰাচীন ভাৰতীয় যুৱতীৰ যত্ন আৰু অনুৰাগ উল্লেখযোগ্য।

চিত্ৰ নং ৭ : দাপোণত মুখ চাই অঙ্গৰাগ কৰা এটা পৌৰাণিক দস্তুৰ। কংৰা চিত্ৰকলাত থকা এই ছবিখনত দাপোণত মুখ চাই খুনীয়াজনী হৈ প্ৰেম নিবেদনৰ বাবে প্ৰস্তুতি চলোৱা এজনী সুন্দৰী গাভৰুক দেখুওৱা হৈছে। (খৃ: ১৮২৫)

চিত্ৰ নং ৮ : মেঠোনৰ ছালেৰে তৈয়াৰী টুপী পিন্ধা আদি চিকাৰী (অৰুণাচল প্ৰদেশ)

চিত্ৰ নং ৯ : পিতলেৰে নিৰ্মিত নৰমুণ্ডমালা পৰিধান কৰা বানচুগাম আৰু তেওঁৰ পত্নী। অঙ্গৰাগত মণিমালা পিন্ধা এওঁলোকৰ বাবে অপৰিহাৰ্য্য দস্তুৰ। (অৰুণাচল প্ৰদেশ)

চিত্ৰ নং ১০ : অৰুণাচল প্ৰদেশৰ সুঠাম পৰ্বতীয়া মিৰি ডেকা। সাজ-পোছাক ৰংবেৰঙৰ, অঙ্গভূষণ উৎকৃষ্ট কাৰুকাৰ্য্যৰে সুশোভিত।

চিত্ৰ নং ১১ : ডিগাৰু মিচিমি গাভৰু। পৰিধানত আকৰ্ষণীয় অঙ্গভূষণ, মুখত উজ্জ্বল ৰূপ-লাৱণ্য, শৰীৰত অফুৰন্ত শক্তি। (অৰুণাচল প্ৰদেশ)

চিত্ৰ নং ১২ : মূৰত পদাম পৰিধান কৰা, ডিঙিত ৰং-বেৰঙৰ মণিমালা লগোৱা নিচি ডেকা (অৰুণাচল প্ৰদেশ)

চিত্ৰ নং ১৩ : জিমি নগা গাভৰুৰ দৃষ্টান্তস্বৰূপ অঙ্গসজ্জা।

চিত্ৰ নং ১৪ : আফ্ৰিকান মহিলাৰ কেশসজ্জা। সূক্ষ্ম কাৰুকাৰ্য্যৰে এওঁলোকে কেশ-পৰিচৰ্য্যা কৰে। (The World's Best Photographsৰ পৰা সংগৃহীত)

চিত্ৰ নং ১৫ : ডিমাছা গাভৰুৰ অঙ্গৰাগ। খোপা-বন্ধা প্ৰথা মন কৰিবলগীয়া, কাণত কেৰু, হাতত খাৰু। (গুৱাহাটী বিশ্ববিদ্যালয়ৰ জনসংস্কৃতি বিভাগৰ অধ্যাপক প্ৰফুল্লদত্ত গোস্বামীৰ সৌজন্যত)

চিত্ৰ নং ১৬, ১৭ : উৰিষ্যাৰ জনজাতীয় সকলৰ পিন্ধন-উৰণ, সাজ-সজ্জা অৰুণাচল প্ৰদেশৰ জনজাতিসকলৰ দৰেই বৈশিষ্ট্যপূৰ্ণ। তেওঁলোক সৌন্দৰ্য্যবিলাসী, ৰঙিয়াল আদিবাসী। পুৰুষ-মহিলা উভয়ে বিচিত্ৰ কাৰুকাৰ্য্যৰে ভৰা ফণিৰে মূৰ আঁচোৰে। এই ফণিবোৰ বাঁহৰ, কাঠৰ বা হাড়ৰে তৈয়াৰী। ইয়াত অঙ্কিত চিত্ৰলিপিবোৰ অৰ্থপূৰ্ণ।

চিত্ৰ নং ১৮ : বিখ্যাত চিত্ৰকৰ এডগাৰ দেগাছৰ চিত্ৰ। ১৯ শতিকাৰ প্ৰসাধনৰ দৃশ্য।

চিত্ৰ নং ১৯ : ১৮ শতিকাৰ য়ুৰোপত প্ৰসাধন সামগ্ৰী ঘৰে ঘৰে বেচি ফুৰা বেপাৰী অলেখ আছিল। তেওঁলোকে নতুন নতুন ফেছনৰ কাপোৰ-কানি, মণি-মুকুতা, ফণি, আইনা, চুলিত বন্ধা ফিটা, পিন, মুখত ঘঁহা ক্ৰীম, পাউদাৰ, গাত ঘঁহা গোন্ধতেল, হাত মোজা, ভৰি মোজা প্ৰভৃতি টোপোলা বান্ধি হাটে-বজাৰে, ঘৰে-দুৱাৰে কঢ়িয়াই বেচি ফুৰি আইদেউইঁতৰ মন যোগাইছিল। ভাৰতবৰ্ষতো এনে বেপাৰীৰ অভাব নাছিল।

চিত্ৰ নং ২০ : জাপানী মহিলাৰ অঙ্গৰাগ। হাতত দাপোণ ধৰি চুলিত পিন মৰা দৃশ্য দেখুৱা হৈছে। প্ৰাচীন দিনৰেপৰা জাপানী মহিলা অঙ্গসজ্জাৰ বাবে বিখ্যাত।

চিত্ৰ নং ২১, ২২ : প্ৰাচীন ভাৰতীয় কেশবিন্যাশৰ আধুনিক অনুকৰণ। (ইলা পাল চৌধুৰীৰ সৌজন্যত)

চিত্ৰ নং ২৩ : অসমীয়া সাজ পোছাকেৰে, অলঙ্কাৰ-পাতিৰে ন-কইনা। (গায়ত্ৰী গোস্বামীৰ সৌজন্যত)

চিত্ৰ নং ২৪ : "প্ৰসাধন"। বিখ্যাত আধুনিক চিত্ৰকৰ জৰ্জ কেইট্‌ৰ এইখন উল্লেখযোগ্য চিত্ৰ (১৯৪৪)। ভাৰতীয় আধুনিক চিত্ৰকলাত অঙ্গৰাগে বিশিষ্ট আসন লাভ কৰিছে। ৰবীন্দ্ৰনাথ ঠাকুৰ, অমৃতা শেৰগিল, যামিনী ৰায় প্ৰভৃতি আছিল এই বিষয়ত অগ্ৰণী শিল্পী।

বেটুপাতৰ চিত্ৰ : বম্বেৰ ওচৰত থকা চক্ৰেশ্বৰ মন্দিৰৰ বাগ্‌দেবী সৰস্বতী। বিতোপন কাৰুকাৰ্য্যৰে সুশোভিত সৌন্দৰ্য্যৰ প্ৰতীক স্বৰূপ বীণাধাৰিণী জ্ঞানদাত্ৰী সৰস্বতীৰ অপূৰ্ব কল্পনা এই চিত্ৰত প্ৰতিফলিত হৈছে। (ইলা পাল চৌধুৰীৰ সৌজন্যত)



চিত্র নং ৪



চিত্র নং ৫



চিত্র নং ১৪







চিত্র নং ১৬







চিত্র নং ১৭



চিত্র নং ২৪